TAKSHYASILAT BANMANUH · An Assamese written by Dr. [illegible] Nath Deka and published by Sri Rajendra Mohan Sarma M/s Chandra Prakash, Tihu, Guwahati.

Price Rs.—30 00

প্ৰকাশক

শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্ম্মা

চন্দ্ৰ প্ৰকাশ

টিহু : গুৱাহাটী

প্ৰথম প্ৰকাশ

জুলাই, ১৯৮৬

বেটুপাত

অবিনাশ শৰ্ম্মা

মূল্য—৩০,০০ টকা

ছপাশাল :

উপটন্স প্ৰিণ্টাৰ্চ

নলবাৰী . . . .

# উৎসর্গা



ঁচন্দ্র মোহন শৰ্মা

জন্ম— ২৪ পুহ, ১৩২৪ ভাস্কৰাব্দ

মৃত্যু— ২৭ কাতি, ১৩৮৩ ভাস্কৰাব্দ

পিতৃবৎ শিক্ষাবিদ,

ঁচন্দ্র মোহন শৰ্ম্মাৰ

পবিত্ৰ সোঁৱৰণত—

বীৰেন্দ্ৰ নাথ ডেকা

# প্ৰকাশকৰ একাষাৰ

লিখনিৰ সংখ্যা তাকৰ হলেও ডাঃ বীৰেন্দ্ৰ নাথ ডেকা অসমীয়া সাহিত্যত প্ৰতিষ্ঠিত লেখক। ৰুগ্ন, ক্ষয়িষ্ণু সামাজিক আৰু বৌদ্ধিক জীৱনৰ সৃষ্টিশীল বিশ্লেষণ, অতীতৰ প্ৰতি শ্ৰদ্ধা, অন্তঃসাৰশূন্য আধুনিকতাৰ প্ৰতি ব্যঙ্গোক্তি, সত্য অন্বেষণৰ প্ৰয়াস ডাঃ ডেকাৰ লিখনিৰ বিশেষত্ব।

ইতিমধ্যে প্ৰকাশ হৈ ওলোৱা ডাঃ ডেকাৰ 'সংক্ৰমণ' এ ৰাইজৰ পৰা আশাতীত সঁহাৰি লাভ কৰিবলৈ সক্ষম হৈছে। 'তক্ষশীলাত বনমানুহ'য়েও ৰাইজৰ পৰা একেধৰণে সঁহাৰি পালে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

চন্দ্ৰ প্ৰকাশ
টিহু

ৰাজেন্দ্ৰ মোহন শৰ্মা
১ জুলাই, ১৯৮৬ ইং

কিতাপখনত কোনো জীৱন্ত বা মৃত ব্যক্তিৰ চৰিত্ৰ নাই — সকলো চৰিত্ৰই কাল্পনিক।

ইতি
লিখক

# পাতনি

অসম চিকিৎসা মহাবিদ্যালয়ৰ পটভূমিত ইতিমধ্যে প্ৰকাশিত মোৰ প্ৰথম উপন্যাস "সংক্ৰমণ"ৰ পঢ়ুৱৈ সমাজে মোক বিপুল প্ৰেৰণা দি "তক্ষশীলাত বনমানুহ" লিখিবলৈ অনুভূতি প্ৰবণ কৰি তুলিছিল। কিতাপখন ১৯৭৯-৮০ চনৰ অসম আন্দোলনৰ সন্ধিক্ষণতে ৰচনা কৰা যদিও তাৰো দুই এবছৰ আগৰে পৰাই পৰিকল্পিত। এতিয়া সম্পূৰ্ণ ৬/৭ বছৰৰ পিছত প্ৰকাশৰ মুখ দেখিবলৈ ওলোৱাত মোৰ হৃদয় প্ৰফুল্লিত যদিও কোনো কথাতেই হাত ফুৰুৱা নহ'ল; যিটো আৱৰ্ত্তনীৰে মোৰ চিন্তা ধাৰাই পূৰ্ণতা প্ৰাপ্ত হব বুলি মোৰ বিশ্বাস, তাৰ খেও ধৰিহে কিতাপখন পাঠকৰ হাতত তুলি দিয়া হ'ল। সম্পূৰ্ণ ৬/৭ বছৰৰ আগৰ চিন্তাধাৰাৰ লগত এতিয়াৰ চিন্তাধাৰাৰ কৰবাত কিবা হেনা-হুচা হৈছে যদিও "আপুনি বয়স হেলে বুদ্ধি হৈবো ভাল" বুলিয়েই যেন ৰাইজে দায় দোষ মৰিষণ কৰে।

কিতাপখন হাতে লিখা অৱস্থাতে কেবাজনো গুণী-জ্ঞানী ব্যক্তিয়ে পঢ়ি চাই দিহা, পৰামৰ্শ, উৎসাহেৰে উৎসাহিত কৰিছিল। তেখেত সকল হ'ল— স্বনামধন্য সাহিত্যিক, অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভাপতি শ্ৰীযুত ত্ৰৈলোক্য নাথ গোস্বামী, অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক, বৰ্ত্তমানে ৰাজ্য সভাৰ সংসদী সদস্য ডঃ নগেন শইকীয়া, মোৰ শিক্ষাগুৰু শৈল্য চিকিৎসক ডাঃ দিলীপ কুমাৰ বৰুৱা, কাণৈ বাণিজ্য মহাবিদ্যালয়ৰ প্ৰাক্তন উপাধ্যক্ষ শ্ৰীযুত বিষ্ণুপ্ৰসাদ চক্ৰৱৰ্ত্তী আৰু শ্ৰীযুত চন্দ্ৰেশ্বৰ ভট্টাচাৰ্য্য বেদতীৰ্থ, আয়ুৰ্বেদ ব্যাকৰণ শাস্ত্ৰীদেৱ।

তেওঁসবলৈ মোৰ কৃতজ্ঞতা জনোৱাৰ লগতে সশ্ৰদ্ধ প্ৰণামো জনালো আশীষ বিচাৰি।

বন্ধু অবিনাশ শৰ্ম্মাই বৰ মনোগ্ৰাহীকৈ বেটুপাত অঙ্কণ কৰি দিয়া বাবে আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰাৰ লগতে স্নেহপ্ৰীতিও জনালো। বন্ধু সূৰ্য্য হাজৰিকা, চেহীৰ আহমেদ, মোহন সোনোৱাল, শুভ দুৱাৰা, বিষ্ণু প্ৰসাদ বৰবৰা, যতীন বৰুৱা আৰু ভাতৃ প্ৰতীম শ্ৰীঅঞ্জন ভট্টাচাৰ্য্যৰ উৎসাহ উদ্দীপনাৰে শলাগৰ শৰাই আগবঢ়ালো।

মোৰ ভনী শ্ৰীমতী কল্পনা ডেকাই আৰু ভাই শ্ৰীমান অতুল ডেকাই সাত বন কাটি কৰি থৈও নানান ভাবে সহায় কৰাত স্নেহ প্ৰীতি যাচিলোঁ। লগতে শ্ৰীমান ৰবীন বৰুৱালৈও লিখকৰ চেনেহৰ টোপোলা।

মোৰ পুৰণি বন্ধু চন্দ্ৰ প্ৰকাশৰ স্বত্বাধিকাৰী শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্ম্মাদেৱে কিতাপখন প্ৰকাশ কৰিবলৈ আগবাঢ়ি অহাত মই নথৈ আনন্দিত। এই চেগতে শ্ৰীশৰ্ম্মালৈ মোৰ স্নেহপূৰ্ণ কৃতজ্ঞতা আগ-বঢ়ালো।

শ্ৰীদীনেশ চন্দ্ৰ গোস্বামীকে মুখ্য কৰি চন্দ্ৰ প্ৰকাশৰ কৰ্ম্মী বৃন্দলৈ মোৰ স্নেহ-প্ৰীতি যাচিলো আৰু প্ৰতিষ্ঠানটোৰ উত্তৰোত্তৰ উন্নতিৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।

বৰাপথাৰ চাহ বাগিছা
পোঃ— বৰাপথাৰ
ভায়া— ডিকম, ডিব্ৰুগড়

কিম্ অধিকম্ ইতি
বীৰেন্দ্ৰ নাথ ডেকা
নন্দনবন
১১।৭।৮৬ ইং

# প্ৰস্তাৱনা

সংস্কৃত মাষ্টৰ শিৱকান্ত বৰুৱা এখোজ এখোজকৈ আগবাঢ়ি গ'ল। আজি দুদিনমানৰ পৰা গুৱাহাটী চহৰত মুষলধাৰে বৰষুণ—পাহাৰখন একেবাৰে পিচল হৈ পৰিছে। তাতে আকৌ এজাক গোপাল-পিটা বৰষুণৰ অন্তত পাহাৰখনৰ ৰঙা মাটিবোৰ গলি গেলগেলীয়া হৈ পৰে—গোৰোহাৰৈকে ভৰি সোমাই যায়। খোপে খোপে খোপনি পুতি ওপৰলৈ উঠি যাওঁতে যি কোনো মুহূৰ্ত্ততে পদস্খলনৰ আশংকা থাকে। শিৱকান্তই সেইবোৰলৈ কানসাৰ দিয়া নাই। এনেকুৱা বৰ্ষামুখৰ বতৰত পাহাৰখনৰ ওপৰলৈ উঠি যাবলৈ অইনৰ কাৰণে যিমানেই টান কাম নহওক, শিৱকান্তৰ কাৰণে সিমান টান কাম নহয়। আজি চাৰিটা বছৰে এনেদৰে আহযাহ কৰি শিৱকান্তৰ বাবে এই কাম একেবাৰে অনায়াস-লভ্য হৈ পৰিছে। নহলে যে উপায়ো নাই—তেওঁৰ দৰে সাধাৰণ সংস্কৃত মাষ্টৰ এজনে গুৱাহাটী চহৰৰ মাজমজিয়াত মাত্ৰ এটা শোৱনি কোঠা এমাহৰ কাৰণে বুলিও ভাড়া লৈ থাকিব নোৱাৰে, মানে অসমৰ্থ। নিজে এটুকুৰা মাটি কিনি গুৱাহাটী হেন চহৰত ঘৰ এটা সজাৰ কল্পনাতো কৰিবই নোৱাৰে—সোণ দিলেও মাটি দিবলৈ টান। সেই কাৰণে তেওঁৰ দৰে অইন কিছুমান মানুহ লগলাগি "ভূমিহীন নাগৰিক সন্থা" এটা খুলি পাহাৰখনত এনেয়ে পৰি থকা মাটিবোৰৰ জংগল ভাঙি, অসমান মাটি সমান কৰি, খাপে খাপে ঘৰ সাজি ক্ৰমাৎ ওপৰলৈ এখন সৰু সুৰা নগৰেই গঢ়ি তুলিছে।

ঃ পাহাৰখনৰো যে নামটো—কণ্বাচল। এসময়ৰ কণ্বমুনিৰ শান্তিৰ আবাস। তেতিয়াও জানো গুৱাহাটী চহৰত আজিৰ দৰেই

জনবহুল পৰিবেশৰ সৃষ্টি হৈছিল? নে, প্ৰকৃতিৰ লীলাভূমি বুলিয়েই কণ্বমুনিৰ অন্তৰাত্মাই এই পাহাৰখনকে সাবটি লৈছিল? কাৰ মনৰ কথা কোনে জানে—শিৱকান্তৰ মনত অনেক ভাবে লুকাভাকু খেলি গ'ল। এখোজ এখোজকৈ দুপিয়াই দুপিয়াই ওপৰলৈ উঠি যাওঁতে পথটোৰ দুয়োফালে সজা ঘৰবোৰলৈ তেওঁৰ চকু পৰিল। দুশাৰী টিনপাতৰ ঘৰ। ঘৰবোৰো যেন এটাৰ ওপৰত আন এটাকৈহে থিয় হৈ আছে। টিনপাতৰ ওপৰত যোৱা ৰাতিৰ বৰষুণৰ পানীৰ চিন এতিয়াও স্পষ্টহৈ আছে। তাৰ ওপৰত প্ৰভাতী সূৰ্যৰ কিৰণ পৰি টিনপাতবোৰ জিকমিকাই জিলিকি উঠিছে। এই কেইদিনৰ নেৰা নেপেৰা বৰষুণৰ অন্তত আজিৰ এই এচেৰেঙা ৰ'দৰ পোহৰ—কিবা যেন মৌ গুটি চুহি ৰস পান কৰাৰ কথা। অকস্মাতে শিৱকান্তৰ মনটো কিবা এক মধুৰ ভাবত জিকাৰ খাই উঠিল—"শাৰী শাৰী টিনপাতৰ ঘৰ; তাৰে ওপৰত পানীৰ কণিকা, তাতে পৰিছে প্ৰভাতী কিৰণ .।" তেওঁ বাৰু কিবা এটা লিখাৰ কথা চিন্তা কৰিছে নেকি? ঠিক যেন মন-কলহৰ পানী বাগৰি অকস্মাতে কবিতালৈ ৰূপান্তৰৰ কথা। তেনেহলে এটা বাৰু সুন্দৰ কবিতা হবই নেকি? যদি কবিতাই হয়—তেন্তে তাৰ নাম কি হব? "কণাচলত অংশুমানৰ কিৰণ জাল!" নাই, অন্য কিবা হলেহে-ভাল হব। মুহূৰ্তৰ ভিতৰতে শিৱকান্তৰ অন্তৰখন ফৰকাল হৈ উঠিল। এটা নতুন কবিতাৰ জন্ম হব; তেহেলৈ তেওঁৰ বিগত দিনৰ বৰষামুখৰ দিনবোৰলৈ কোনো আক্ষেপ নাই। শিৱকান্তই নিজৰ মনটোকে সান্ত্বনা দিলে। কিয়-জানো সৰুৰে পৰা কোনো কোনো সময়ত কোনো কোনো বিশেষ পৰিবেশত কিছুমান সৰু সৰু কথাই শিৱকান্তৰ অন্তৰখন জুমুৰি দি ধৰে। পিচ মুহূৰ্ততে ভাববোৰ ছন্দবদ্ধহৈ আপোনা আপুনি ওলাই আহিব খোজে। সেইবোৰ কবিতা হৈছে নে অকবিতা হৈছে তেওঁ বুজি নেপায়, সিমান চিন্তাও নকৰে, লিখিবলৈ মন যায় কাৰণে লিখি পেলায়। মাজে সময়ে বন্ধু-বান্ধৱ দুই একোজনক দেখুৱাই —দুই একে কবিতা হোৱা বুলি শলাগে, দুই একে আকৌ 'এইবোৰ

একোৰেই নহ'ল' এনেকুৱা মনোভাব পোষণ কৰি হোৱা নোহোৱাৰ মাজতে কিবা এটা মন্তব্য দিয়ে। মাজে সময়ে নিজৰ স্কুলৰ বছৰেকীয়া মুখপত্ৰ খনতে দুই একোটা প্ৰকাশ পায়। সম্পাদকৰ হাতত ভালৰো ভালটো বিচাৰি প্ৰকাশ কৰিবলৈ দিয়ে। সম্পাদকে আকৌ আলোচনীৰ ভাৰপ্ৰাপ্ত শিক্ষকজনৰ হাতত দিয়ে; ভাৰপ্ৰাপ্ত শিক্ষকজনে কবিতাটোৰ শেষৰ ফালে মাজে সময়ে দুই এটা পংক্তি যোগ কৰি প্ৰকাশ কৰে। শিৱকান্তই সুধিলে ভাৰপ্ৰাপ্ত শিক্ষকজনে উত্তৰ দিয়ে— "অলপ প্ৰগ্ৰেচিভ কৰিছো।" শিৱকান্তই অৱশ্যে কথাষাৰত কোনো ওজৰ আপত্তি কৰাৰ কথা নেভাবে। বছৰেকৰ মূৰত এনেদৰে শিৱকান্তৰ দুই এটা কবিতাই ৰাইজৰ মাজত ভুমুকি মাৰে।

শিৱ মাণ্টৰে আৰু এখোজ আগবঢ়াই দিলে। আপোন ভাবত বিভোৰ হৈ পাহাৰখনৰ ওপৰৰ চূড়াটোলৈ লক্ষ্য কৰি ক্ৰমাৎ আগবাঢ়ি গৈ থাকিল। পিচফালৰ পৰা হঠাৎ কোনোবাই এষাৰ মাত দিলে— 'চাৰ!' সৰু মিহি মাতটোত শিৱকান্তৰ তন্দ্ৰা ভাগিল। পিচলৈ ঘূৰি চাই দেখিলে পাহাৰখনৰ টিলা এটাৰ ওপৰৰ ঘৰটোৰ পৰা সৰু ধুনীয়া ছোৱালী এজনী ওলাই আহি শিৱকান্তক মাত লগাইছে। শিৱকান্তৰ ছোৱালীজনী চিনাকি চিনাকি লাগিল। কিছুসময় নিৰীক্ষণ কৰাৰ পিচত মনলৈ আহিল—এৰা! ছোৱালীজনীক তেওঁ চিনি পায়। পৰমানন্দ শইকীয়াৰ একমাত্ৰ ছোৱালী - চতুৰ্থ নে পঞ্চম বৰ্গত পঢ়ে। লগে লগে তেওঁৰ কাহিনী এটা মনত পৰিল। ছোৱালীজনীয়ে এবাৰ শঙ্কৰ কলামন্দিৰত শঙ্কৰদেৱৰ জন্মদিনত কৃষ্ণ নৃত্য কৰিছিল। ইমান সৰু ছোৱালীজনীয়ে ইমান সুন্দৰকৈ কৃষ্ণ নৃত্য আয়ত্ত কৰা দেখি মনটো তেওঁৰ বৰ ভাল লাগিছিল। ছোঁ ঘৰত সোমাই ছোৱালীজনী কোলাত তুলি লৈ ৰাইজৰ আগত টকা দহোটা পুৰস্কাৰ দিছিল। শিৱকান্তৰ ঘটনাটো বৰ স্পষ্টকৈ মনত আছে— কাৰণ ঘূৰি আহোতে তেওঁ এটা অপ্ৰীতিকৰ ঘটনাৰ সন্মুখ হৈছিল; মানে শঙ্কৰ কলামন্দিৰৰ সন্মুখত থকা গাখীৰৱালাজনে শিৱকান্তই আগৰ মাহৰ গাখীৰৰ বাকী দহ টকা নিদিয়া কাৰণে বেপেৰুৱা

সুৰত কেইআষাৰমান কথা শুনাইছিল। কথাকেইআষাৰ বিশেষ একো নাছিল যদিও হিতোপদেশৰ কোনোবা এটা শ্লোকৰ লগত সাদৃশ্য পাই তেওঁ সিদিনা ৰাতি লঘোনে থাকি প্ৰায়চিত্ত হব লগা হৈছিল। শ্লোকৰ অৰ্থমতে বিশ্বাসঘাটকৰ শাস্তি তেনেকুৱা হোৱাই প্ৰয়োজন আছিল। অৱশ্যে তেওঁ সিদিনাখন ৰূপ দহোটা গাখীৰৱালা জনৰ ধাৰ শুজিবলৈকে লগত নিছিল।

চাৎকৰে ঘটনাটো শিৱকান্তৰ মনৰ মাজত ভাহি উঠিছিল যদিও সেই স্মৃতিৰ বিসদৃশ ফাঁসটো একেবাৰে আওকান কৰি ছোৱালীজনীৰ লয়লাস খোজৰ ভঙ্গীত কৃষ্ণ নৃত্যটো হুবহু মনত পেলাই হাঁহি মাৰি কলে—"অ! তুমি! পৰমানন্দ শইকীয়াৰ ছোৱালীজনী নহয় জানো? সেই যে কৃষ্ণ নৃত্য—"

"হয় চাৰ"—তপ কৰে ছোৱালীজনীয়ে কথাষাৰ নিজে সামৰি ললে। শিৱকান্তৰ বৰ ভাল লাগিল। ইমান কম বয়সৰ ছোৱালী-জনীয়ে ইমান শীঘ্ৰে মনৰ ভাবটো সামৰি লব পাৰিছে।

"কি হ'ল কোৱা!" শিৱকান্তই সোধাৰ লগে লগে ছোৱালী-জনীয়ে বৰ মৰম লগাকৈ কথাখিনি কলে - "মানে চাৰ। মোৰ মামা ডাঃ নীলকান্ত ভট্টাচাৰ্য্য আপোনাৰ লগত হেনো আগতে একে-লগে পঢ়িছিল। আমাৰ ঘৰতে আছে—আপোনাক লগ পাবৰ।"

"ভাল বাৰু। লগতেই গৈছো বলা" বুলি শিৱকান্ত ছোৱালী-জনীৰ পিছে পিছে গ'ল। তাইৰ খোজৰ লয়লাস ভঙ্গীত যেন কৃষ্ণ নৃত্যৰ অপূৰ্ব তাল, লয় আৰু ঝুনুকাৰ ঝুনুক্ ঝুনুক্ শব্দ।

ডাঃ নীলকান্ত পৰমানন্দ শইকীয়াৰ বহাকোঠাটোৰ আৰামী চকিখনতে বহি আছিল। শিৱকান্তক দেখাৰ লগে লগে চিঞৰি উঠিল—"আৰে শিৱ। ক্যা খবৰ হ্যায় য়্যাৰ!"

শিৱকান্তই সম্পূৰ্ণ সংস্কৃত মাষ্টৰৰ গাম্ভীৰ্য্য বজাই ৰাখি নীল-কান্তৰ চকুৰ ফালে কিছু সময় একেথৰে চাই ৰ'ল তাৰ পিচত এমো-কোৱা হাঁহি মাৰি কলে—"তই সেই তাহানিৰ নীলকান্ত হয় নে বাৰু?"

দুয়োজনৰ মাজত কিছু সময় মৌনতা।

বহুদিনৰ মূৰত অৰ্থাৎ সম্পূৰ্ণ দহ বছৰ বিৰতিৰ অন্তত আজি আকৌ এবাৰ প্ৰথমবাৰৰ বাবে কোনে কাক কি সুধিব, আগ-গুৰি প্ৰয়োজন-অপ্ৰয়োজন একো এটা বিচাৰি নেপালে। মাত্ৰ ইজনে সিজনক সাবতি ধৰি একেখন চোফাতে ধুপুচকৈ বহি পৰিল। খিড়িকীৰ ফাকেৰে ৰান্ধনী ঘৰৰ ভিতৰৰ পৰা পৰমানন্দ শইকীয়াৰ ঘৈণীয়েক মিছেছ অনিন্দিতা শইকীয়াই দুয়োজনৰ এই দৃশ্য দেখি খিলখিলকৈ হাঁহি দিলে। শিৱকান্তই স্বভাব সুলভ লাজতে তলমূৰ কৰিলে। নীলকান্তই কিন্তু তাৰ বিপৰীতে স্বভাব সুলভ গলগলীয়া মাতেৰে মিছেছ শইকীয়াক চিঞৰি চিঞৰি হুলস্থুলখন লগালে— "অ বাইদেউ। বাইদেউ। আহক চোন। আহক। চাওক আহি— এয়া কোন আহিছে?"

মিছেছ শইকীয়া ওলাই আহিল।

ডাঃ নীলকান্তই একেটা উশাহতে গলগলীয়া মাতেৰে শিৱকান্তৰ বিতং বিৱৰণী দিবলৈ আৰম্ভ কৰিলে— "বুজিছে বাইদেউ। ই মোৰ কটন কলেজত পঢ়া দিনৰ গেহেৰা দোস্ত। আমি তেতিয়া একেটা ৰুমতেই আছিলো মানে মোৰ "ৰুমমেট"। আমি তেতিয়া ইজনে সিজনক "ৰুমমেট" বুলিয়েই সম্বোধন কৰিছিলো। পিচে মই প্ৰি-ইউনিভাৰ্চিটি চায়েন্স পাচ কৰি ডাক্তৰ হবলৈ গলো। ই আকৌ ফিজিক্স, কেমিষ্ট্ৰি, মেথমেটিকচ অথাৎ ৰয়েল কম্বিনেশ্চনত বি-এছ-চি পঢ়িলে। পিচে ৰয়েল কম্বিনেশ্চনত বি-এছ-চি পাচ কৰিনো কি হব— চাকৰিৰ বজাৰত একেবাৰেই হেজাৰ টকাৰ ৰয়েলটি, গতিকে সি সম্পূৰ্ণ দুবছৰ ত্ৰিভুবনত কতো এটা চাকৰি গোটাব নোৱাৰি শেষত মুখৰ ভাতৰ বাবে মুখৰ মাতষাৰ হেৰাই, একেকোবে দেৱ-ভাষাৰ আশ্ৰয় ললে, মানে সংস্কৃতত আদ্য, মধ্য, উপাধি পাচ কৰি পিচফালে আকৌ কাব্যতীৰ্থ নে কিবা এটাম নেজ লগাই আজি কালি বীণাপাণি বিদ্যাপীঠৰ সংস্কৃত মাষ্টৰ ওৰফে শাস্ত্ৰী মাষ্টৰ ওৰফে দেউচাৰ ওৰফে শিৱকান্ত বৰুৱা বেদ-ব্যাকৰণ শাস্ত্ৰী কাব্য

তীৰ্থ।" নীলকান্তৰ কথাত যতি পৰিল শিৱকান্তৰ "হৈছে হৈছে, বহুত হ'ল" বুলি মাজতে ভাঙৰ মাতেৰে কোৱা কথাষাৰতহে। নীলকান্তই ঘপকৰে কথাৰ সুৰ সলাই কলে— "দেহি এ'। বাইদেউ কথাৰ মাজতে কোৱা তাৰ ব্ৰেকডাল দেখিছে নে নাই— কিমান মধুৰ কিমান মিঠা কিমান সুৱলা। মানে বাইদেউ তাৰ মুখৰ মাতষাৰ ঘূৰি আহিল এই দেড লেঙ্গুৱেজটোৰ প্ৰভাবতহে। মানে সেই লাইনটোত সকলোৰে জিভা লুটি নেখাইতো।"

মিছেছ শইকীয়াই হাঁহি মাৰি কলে— "আমি এখেতক চিনি পাওঁ— আমাকহে এখেতে চিনি নেপায়। ধুতি পিন্ধা মাণ্টৰ বুলি এখেতক এইখিনিত সকলোৱে জানে, মানে আজি কালি এইখিনিত ধুতি পিন্ধা মানুহ কোনো নাইতো—।" নীলকান্তই মিছেছ শইকীয়াৰ মুখৰ মাতষাৰ কাঢ়ি আনি কলে— "অ তই তাৰ মানে আজি কালি ধুতি পিন্ধ। তোৰ সেই কলেজৰ দিনৰ টেৰিলিনৰ প্যাণ্ট, চুট, টুৱেণ্টিটায়েটবোৰ নাই নেকি?"

"নাই সেইবোৰ গৈছে আৰু"—নিৰাসক্ত ভাবে শিৱকান্তই কলে। "কেলেই? সেইবোৰ বাদ দিলি কেলেই?" নীলকান্তই সুধিলে। "এনেয়ে"—বেকাকৈ হাঁহি এটা মাৰি শিৱকান্তই উত্তৰ দিলে। "অ' বুজিছো। তাৰমানে তই এটা টিপিকেল সংস্কৃত মাণ্টৰ হৈ পৰিলি ভণ্ড কৰবাৰ।" বুলি নীলকান্তই মিছেছ শইকীয়াৰ ফালে ঘূৰি কলে— "বুজিছে বাইদেউ। বেদব্যাকৰণ শাস্ত্ৰী কাব্যতীৰ্থ বুলি কলে এনেকুৱা এটা ভাব মনলৈ আহে যেন এজন আধবয়সীয়া মানুহ, গোৰোহালৈকে পিন্ধা সেনগুপ্তৰ ধুতি, পুৰণি ধৰণৰ বুটাম লগোৱা এটা দীঘল পাঞ্জাবী চাৰ্ট, মূৰত মথুৰা পাগ, কান্ধত গুণাৰ পাৰি দিয়া চাদৰ, চকুত ক'লাক্ৰেমৰ চশমা আৰু হাতত 'সংস্কৃত ব্যাকৰণ প্ৰভা'। বেচ গহীন গম্ভীৰ মানুহ এজন। আৰু ই ভণ্ড কৰবাৰ— ইয়ো তেনেকুৱা এজন হবলৈ চেষ্টা কৰিছে।"

শিৱকান্তই পুনঃ গাম্ভীৰ্য্য ৰক্ষা কৰি কলে— "তোৰ লেকচাৰ

মৰা স্বভাবটো আগৰ দৰেই আছে। ভাবিছিলো," অইল কোম্পানীৰ ডাক্তৰ চাহাব হোৱাৰ পিচত অন্ততঃ কিছু পৰিবৰ্ত্তন হৈছে। নাই একেই আছ।" "হাৰে। মই কিবা মিছা কৈছো নেকি? কটনত পঢ়োতে তোৰ কি চুট, কি ড্ৰেচ? ধৰিত্ৰীকতো তেনেদৰেই পতাই দিলি।" গলগলীয়া মাতেৰে কথাখিনি কৈ নীলকান্তই শিৱকান্তৰ চকুৰ ফালে চাই এটা দুষ্ট হাঁহি মাৰিব খোজোতেই শিৱকান্তই চকুৰ ইঙ্গিতেৰে কিবা এটা বাধা দিয়া যেন লাগিল। তেও যেন অলপ অপ্ৰস্তুত হৈ উঠিছিল। নীলকান্তই চকুৰ টিপ্ মাৰি কলে—"আৰে ভয় কৰিব নেলাগে। নকওঁ বাবা নকওঁ" বুলি ঘপ কৰে কথাৰ সুৰ সলাই অপৰাধী ল'ৰাৰ দৰে কলে—"আৰে হা। মই তোক বাই-দেউৰ লগত একেবাৰে ঘৰুৱা ভাবত চিনাকি কৰি দিয়াই নাই; ইমান সময়ে লেকচাৰ মাৰিয়েই আছো।" বুলি ঘক্ ঘক্কৈ হাঁহি, হাঁহিৰ ফাউকতে কথাটো উৰাই দিলে। শিৱকান্তই মুখ টিপি হাঁহি এটা মাৰি কলে— "বহুত পলমকৈ তই নিজকে উপলব্ধি কৰিলি।"

নীলকান্তই শিৱকান্তৰ কথালৈ কাণসাৰ নিদি আগৰ দৰেই ডাঙৰ মাতেৰে কলে—"বাইদেউ। যাওঁক চাহ জলপান লৈ আহক। তাৰ-পিচতহে চলিব আমাৰ চিনাকি পৰ্ব।"

নীলকান্তই ছাত্ৰাৱস্থাৰ পৰাই অলপ বেচি কথা কয়। নিজৰ ৰসতে নিজে মছগুল হৈ একেটা কথাকেই সাতে পাকে যেৰাই কথাষাৰ শেষ নকৰে মানে শান্তি নেপায়। আনফালে শিৱকান্ত সৰুৰে পৰাই বেচ গহীন-গম্ভীৰ। প্ৰয়োজনতকৈ এষাৰো বেচি কথা নকয়। এতিয়া সংস্কৃত মাষ্টৰ হোৱাৰ পৰা আগতকৈ আৰু বেচি গহীন হৈ পৰিছে। নীলকান্তৰ কিন্তু কথাবতৰাৰ সেই বাল্-সুলভ চপলতা এতিয়াও আছে। শিৱকান্তই মাজে মাজে ভাবিছিল সম্পূৰ্ণ দহ বছৰৰ পিচত নীলকান্তৰ স্বভাবটো বাৰু সলনি হৈ গৈছে নেকি? অইল কোম্পানীৰ ডাক্তৰ হোৱাৰ পিচত চাগে সম্পূৰ্ণ গহীন গম্ভীৰ হৈ পৰিছে। কিন্তু নাই; নীলকান্ত আগৰ দৰেই আছে। বৰঞ্চ আগতকৈ বেচি ৰঙী-য়ালহে হৈছে। কিছুমান মানুহ তেনেকুৱাই, বয়সে গছকি গলেও

কিম্বা উচ্চ পদত অধিষ্ঠিত হলেও বাল্-সুলভ চপলতা এৰিব নোৱাৰে।

ইতিমধ্যে মিছেছ্ শইকীয়াই চাহ-জলপান আনিবলৈ ভিতৰলৈ গ'ল। ক্ষন্তেক পিচতে ট্রে ভৰাই চাহ মিঠাইৰ যোগান ধৰিলে। নীলকান্তই কলে— "বাইদেউ ৰ'ব। ৰ'ব। আপোনাৰ পৰিচয় পত্র নোপোৱালৈকে ই চাহ খাব নোৱাৰে নহয়; হিতোপদেশৰ বা কোনটো শ্লোকত পৰে— "অজ্ঞাত কুলশীলস্য গৃহে ভোজনং নৈব কৰ্ত্তব্যম।" নীলকান্তৰ মুখত সংস্কৃতৰ বাক্য শুনি এইবাৰ শিৱকান্তই হো-হোকৈ হাঁহি দিলে। নীলকান্তই কলে— "শুন। এখেত মোৰ বাইদেউ। বাইদেউ মানে তই কথাষাৰ শুনি নিশ্চয় বিপাওত পৰিছ— মই হলো ভট্টাচাৰ্য্য আৰু এখেত হ'ল শইকীয়া। কেতিয়াবা কিজানি মোৰ উপৰি পুৰুষে ইণ্টাৰ-কাষ্ট মেৰেজেই কৰিলে। পিচে সেই-বোৰ নহয় বুজিছ।" —শিৱকান্তই হাঁহি হাঁহি কলে—"যথেষ্ট বোৰ কৰিছ। এতিয়া পাতনি এৰি চমুকৈ কথাষাৰ ক।" নীলকান্তই কলে "আৰে যি নুশুনে পাতনি, সি নেখাই চাটনি।" শইকীয়া-নীয়ে খিল্‌খিলাই হাঁহি দিলে। এইবাৰ নীলকান্তই সম্পূৰ্ণ গম্ভীৰ ভাৱে কলে—"ডিব্ৰুগড়ৰ মেডিকেল কলেজত মই পঢ়ি থাকোতেই বাইদেউৰ লগত চিনাকি। বাইদেৱে গল্প লিখে, কবিতা লিখে, উপন্যাস লিখে মুঠতে সৰু সুৰা সাহিত্যিকা—কিন্তু প্ৰচাৰ নিবিচাৰে দেই, একেবাৰে কেকোঁৰাই গাতঁত লুকাই থকাৰ দৰে, নিজৰ পৰ্জাবৰটোতে লুকাই থাকি সমাজ, সাহিত্য-সংস্কৃতিৰ কথা চিন্তা কৰে, চৰ্চ্চা কৰে। মাজে সময়ে আমাৰ কলেজৰ বাৰ্ষিক সাংস্কৃতিক সপ্তাহত সাহিত্য চ'ৰাত যোগ দিবলৈ বাইদেৱক নিমন্ত্ৰণ কৰে। এই সংক্ৰান্ততে মোৰ নিচিনা অপাত্ৰ এজনৰ লগত বাইদেৱৰ চিনাকি। মই অৱশ্যে সাহিত্য চাহিত্য এইবোৰ একো নকৰিছিলো দেই—বাইদেৱৰ সাহিত্য বিষয়ক বক্তৃ-তাৰ গুণমুগ্ধ শ্ৰোতাহে আছিলো—আৰু সভাৰ অন্তত চাহ জলপান যোগোৱাত অৱশ্যে সিদ্ধহস্ত। সেই কাৰণে দেখিছই নহয় বাইদেৱ-হঁত গুৱাহাটীলৈ বদলি হৈ অহাৰ পিচতো মৰমৰ এনাজৰী যেন কেঁচা কঠালৰ সচাঁ এঠা।" শইকীয়ানীয়ে মৰমৰ ধমকি এটা দি কলে—

"হৈছে ! তোমাৰ লেকচাৰ বন্ধ কৰা।" শিৱকান্তই খঙত নীলকান্তক ধমকি মাৰি কলে—"তোৰ আজিৰ পৰা বাইদেউৰ ঘৰখনৰ ৰন্ধনী ভাৰ লোৱাৰ প্ৰতিভা সম্প্ৰসাৰিত হওঁক।" নীলকান্তই ভঙনতে হাত মাৰি কলে—"আৰে। আজিৰ পৰা বছৰিয়া ছুটি দিলো। বাইদেউৱে লিখিব, তই ব্যাগবোৰ শুদ্ধ কৰি দিবি।"

কোঠাটোৰ হাঁহিৰ গিৰ্জনি উঠিল। এনেতে শইকীয়াৰ ছোৱালী জনীয়ে সবাই এখনকৈ তামোল পান এঘৰাই দৈ আহিল। নীলকান্তই তপৃক্তে তামোল এখন মুখত ভৰাই কলে— "বাইদেউ। মানচাধা নাই নেকি? আছে যদি অলপ দিয়কচোন — নহলে তামোলখনৰ জুতিয়েই নুঠে।" শইকীয়ানীয়ে মুখ মেলি চাই সুধিলে— "তুমিনো আকৌ ডাক্তৰ হৈ মানচাধা খোৱানে? ডেকাঁহি মাৰি নীলকান্তই উত্তৰ দিলে— "ডাক্তৰ হলো বুলি জিভাৰ কিবা জুতি পুতি নাই বুলি ভাবিছে নেকি?" হাঁহি মাৰি শইকীয়ানীয়ে উত্তৰ দিলে— "নহয় আছে। কিন্তু মানচাধা খোৱা ডাক্তৰ তোমাকহে মই প্ৰথম দেখিলো।" —"ধৰক মই হলো এটা ব্যতিক্ৰম"— গহীনাই নীলকান্তই কথাষাৰ সামৰি থলে। ""কিন্তু তই সদাই এনেদৰে ব্যতিক্ৰম হৈ থাকিলে নচলিব। ডাক্তৰ হলি যেতিয়া আগতকৈ গহীন গম্ভীৰ হৈ চলিব লাগিব" উপদেশৰ সুৰত শিৱকান্তই কথাষাৰ কলে। নীলকান্তই গহীনাই উত্তৰ দিলে — "স্বামী বিবেকানন্দও বোলে ডেকা কালত মোৰ নিচিনাই লেকচাৰ মৰা বিধৰ আছিল।" ""হৈছে, হৈছে, এতিয়া বিবেকানন্দটো দেখুৱাব নেলাগে। ক'ত স্বামী বিবেকানন্দ আৰু ক'ত আমাৰ ডাক্তৰ নীলকান্ত।" শইকীয়ানীয়ে মুখ মেলি চাই উত্তৰ দিলে। "সঁচা কথা। মই বিবেকানন্দৰ জাতক হিচাপত পাইছো নহয়—ডেকা কালত বোলে মোৰ নিচিনাই লগাবাজ আছিল" নীলকান্তই নিজকে সমৰ্থন কৰিবলৈ বিশেষ ভঙ্গীৰে উত্তৰ দিলে। ""দেখিছে বাইদেউ। তাক গহীন গম্ভীৰ হৈ চলিবলৈ উপদেশ দিলো, এতিয়া তাৰেই উত্তৰ দেছি হ'ল"— সক ৰ'বা ছোৱালীক ধমকিৰ সুৰত ৰুপকেল দিয়াৰ দৰে শিৱকান্তই কথাষাৰ কলে। নীলকান্তইও

প্রত্যুত্তৰ দিলে—"আচলতে কি জান। আমি ভাৰতীয় মানুহবিলাক হোৱাই নোহোৱাই গহীন গম্ভীৰ। মাজে সময়ে মোৰ নিজকে নিজে খুউব হাঁহি উঠি যায়— হেৰ। ভাৰতবৰ্ষলৈ ইমানেই গহীন গম্ভীৰ মানুহৰ চালান হ'ল, তেন্তে এটাও গহীন কাৰ্য সমাধান হোৱা নাই কিয়? আচলতে মানুহে মুখখন বন্ধ কৰি বেচ ভব্য-গব্য হৈ চলা ফুৰা কৰাটোকেই গহীন কাম বুলি ভাবে, লাগিলে তেওঁৰ ভিতৰখন ফুলকাই ফোপোলা হওঁক। বাহিৰৰ মানুহেও তেওঁকেই ব্যক্তিত্বপূৰ্ণ মানুহ বুলি ভাবে, লাগিলে তেওঁ ভুৱা পিয়েই চলি থাকক।" শিৱকান্তই চকুযুৰি বহলকৈ মেলি নীলকান্তক প্ৰশ্ন কৰিলে—"সেই বুলি সকলো মানুহ তোৰ দৰে চেঙ্গ বেলাই ফুৰা বিধৰ হব লাগে নেকি?" "নহয় মই তেনেকুৱা হবলৈ কোৱা নাই। মই কৈছো মানুহ হব লাগে আমাৰ নিচিনা চাধা চিধা, বমভোলা টাইপ" —দীঘলকৈ নিশ্বাস এৰি নীলকান্তই শিৱকান্তৰ প্ৰশ্নোত্তৰ দিলে। শিৱকান্তই টপৰাই উত্তৰ দিলে— "হৈছে, হৈছে, বাদ দে তোৰ লেকচাৰ। ডাক্তৰ মানুহ কিমান চাধা চিধা বমভোলা টাইপ আমাৰ ভালদৰে জনা আছে।" নীলকান্তই প্ৰত্যুত্তৰ দিলে—"হাবে। ডাক্তৰ-মাষ্টৰ কি আছে ৰে। এইটো আমি জীয়াই থকাৰ একো একটা পথ। তই কি কাম কৰিছ, মই কি কাম কৰিছো, সেইটো বৰ ডাঙৰ কথা নহয়—আচল কথা হ'ল আমি কোনে কি ভাবে জীয়াই আছো সেইটোহে— বুজিছ।"
শিৱকান্তই কোনো উত্তৰ নিদিলে।
মিছেছ শইকীয়াও মনে মনে থাকিল।
ক্ষন্তেক কোঠাটোত নীৰৱতা বিৰাজ কৰিলে।
অৱশেষত নীৰৱতা ভঙ্গ কৰিলে শিৱকান্তই—"আচ্ছা নীল। তোৰ বাৰু এতিয়া প্ৰগ্ৰেমটো কচোন। কিমান দিনৰ ছুটীত আছ।" নীলকান্তই উত্তৰ দিলে—"আচল কথা কোৱাই নাই। কথা কি জান—মোৰ দুবছৰৰ 'লিভ' জমা হৈ আছে। লৈ ললোঁ। ভাবিছো অলপ গাৱে ভুঁজে ফুৰো। idea টো কেনে দেখিছ বাৰু?"

"কি ইলেকচনত উঠাৰ ধান্ধা নেকি?" প্ৰশ্ন কৰি শিৱকান্তই

কলে। মন্তব্যটোত নীলকান্ত এইবাৰ সচকিত হ'ল। যথেষ্ট সময়ৰ উত্তৰ দিলে— "আচলতে গাওঁ মই দেখিয়েই পোৱা নাই। দেউতাৰ তাহানিৰ চিঠিবোৰত গাওঁৰ কথা লিখে—সেইবোৰৰ পৰাতো আৰু বিশেষ জনাৰ সুবিধা নাই। গাওঁৰ সম্পৰ্কে আচল কথাত মোৰ কোনো অভিজ্ঞতাই নাই" —অলপ বৈ নীলকান্তই পুনঃ আৰম্ভ কৰিলে— "মই যদি তহঁতৰ গাওঁখনলৈকে প্ৰথমে যাওঁ কেনে হ'ব বাৰু! মোৰ দেউতাই তাহানি প্ৰায়েই কৈছিল—ভাৰতবৰ্ষৰ ভিতৰত যদি আদৰ্শপূৰ্ণ এখন গাওঁ আছে—তেন্তে ই তহঁতৰ খনেই। মিলিটেৰী চিকিৎসকৰ চাকৰিৰ যাযাবৰী জীৱনত মোৰ দেউতাই অৰ্জন কৰা অভিজ্ঞতাৰ শেষ নাই। তহঁতৰ গাওঁখনৰ বৈশিষ্ট্য কিবা এটা নোপোৱা হলে তেখেতে এনেকৈ নকলেহেতেন শিৱকান্ত।"

শিৱকান্তই এটা গভীৰ হুমুনিয়াহ কাঢ়িলে।

নীলকান্তই পুনৰ কলে—"দেউতাই এবাৰ মোলৈ লিখিছিল— "চন্দনং ন বনে বনে। সকলো ঠাইতে পণ্ডিত লোক পোৱা নাযায়। তই যদি প্ৰকৃত অৰ্থত পণ্ডিত চাবলৈ ইচ্ছা কৰিছ— বাধাকুছি গ্ৰামাঞ্চললৈ যাবি—তাত তই পণ্ডিত দেখিবি— পণ্ডা ধাতুত ইতচ্ প্ৰত্যয় যোগ হৈ পণ্ডিত শব্দৰ উৎপত্তি হোৱাৰ সাৰ্থক প্ৰয়োগ তাতেই দেখিবি।" হুমুনিয়াহ কাঢ়ি শিৱকান্তই কলে – "তোৰ দেউতাৰাই বহুত পুৰণি দিনৰ কথা লিখিছে নীল। সেয়া বাৰু নাই, অযোধ্যাও নাই।" নীলকান্তই কলে— "তথাপি মোৰ কোনো আপত্তি নাই— অন্ততঃ তহঁতৰ দেউতাৰাকে লগ পাব পাৰিম।"

শিৱকান্ত মৌন হৈ ৰ'ল। সেপ ঢুকি কলে— "তই বৰ পলমকৈ আহিলি নীল। দেউতা ঢুকুৱাৰ আজি প্ৰায় দুবছৰেই পাৰ হৈ গ'ল। "হাৰে! তোৰ দেউতাৰ ঢুকাল আৰু মই খবৰ নেপাওঁ? আগতে মাহেকে পখেকে চিঠি এখন লিখিছিলি; কিন্তু আজি চাৰি বছৰমানৰ পৰা তইতো এখনো চিঠি নিদিয়া হলি; অন্ততঃ মই দিয়া চিঠিবোৰৰো উত্তৰ নিদিলি। কাৰণটোনো কি? নে আমাৰ অন্তৰত মৰম চেনেহৰ সুঁতিটো ছিড়ি পেলোৱা উচিত বুলি বিবেচনা কৰিছ—

একো কব নোৱাৰি হিতোপদেশৰ মানুহ।" অভিমানৰ সুৰেৰে কথাখিনি নীলকান্তই কলে। তেওঁৰ চকুত খং আৰু ক্ষোভ দুয়োটাই প্ৰকট হৈ উঠিল। শিৱকান্তই কিন্তু খুউব সহজ ভাবে কলে—সেইবোৰ একো নহয় অ' নীল। চিঠি লিখিবলৈও মানুহৰ মানসিক প্ৰস্তুতি লাগে।"

নীলকান্তই একো উত্তৰ নিদিলে।

কিছু সময় কোঠাটো নীৰৱতাই বিৰাজ কৰিলে।

শিৱকান্তই এই নীৰৱতা যেন কিবা মনোবৈজ্ঞানিকৰ দৃষ্টিভঙ্গীৰে নিজৰ মনতে বিশ্লেষণ কৰি চালে—শিৱকান্তৰনো কি ইনফেৰিয়ৰিটি কমপ্লেক্স। কিন্তু নীলকান্ত দৰে আপোন লৰাজনৰ লগত তেনেকুৱা কমপ্লেক্সিটি ৰাখি কোনো লাভ নাই। ইমান সময়ে হাঁহিত চিক্মকনি কঁপি থকা কোঠাটো মুহূৰ্তৰ ভিতৰতে নীৰৱ হৈ পৰিল। বহুবক্কী বুলি গালি খোৱা নীলকান্তও মুহূৰ্তৰ ভিতৰতেই গম্ভীৰ হৈ পৰিল। কোঠাটোৰ নীৰৱতা গভীৰ ভাবেই ভঙ্গ কৰি লাহে লাহে নীলকান্তই কলে—"মোৰ আচলতে বৰ ইচ্ছা আছিল তহঁতৰ দেউতাৰাক এবাৰ দেখা পোৱাৰ; সেয়া কি কাৰণে জাননে—তোৰ দেউতাৰ বুলি নহয়; মোৰ দেউতাৰ পৰা পোৱা চিঠিপত্ৰবোৰৰ সত্যতাৰ মূল্যাংকন কৰিবলৈ। দেউতাই প্ৰায়েই মোলৈ লিখিছিল: জীৱন যাত্ৰাৰ কঠিনতম সংগ্ৰামত জুকলা জুপুৰা হৈও সংস্কৃতিক বিসৰ্জ্জন নিদিয়া মানুহ এজন চাবলৈ যদি তোৰ মন যায়, তেন্তে ৰাধাকুছি গাওঁৰ ৰাধাকান্ত বৰুৱাক এবাৰ চাই আহিবি আৰু তেওঁৰ বিষয়ে পাৰিলে কৰবাত লিখি উলিয়াবি—জীৱন নাটকৰ এজন সুদক্ষ সঁচা শিল্পী।"

শিৱকান্তই কোনো উত্তৰ নিদিলে।

নীলকান্তই পুনঃ আৰম্ভ কৰিলে—"অন্য এখন চিঠিত দেউতাই মোলৈ লিখিছিল: মোৰ বাল্যকালৰ বিষয়ে তই চাগে একোকেই নেজান। কিন্তু তই মোৰ জীৱন বৃত্তান্ত জনা উচিত। নহলে, তোৰ জীৱনৰ এখিলা পাত আধৰুৱা হৈ ৰব। মোৰ বিষয়ে, মোৰ জীৱন সংগ্ৰামৰ

বিষয়ে যদি তই জানিব বিচাৰিছ তেতিয়া তই এজন তৃতীয় পুৰুষৰ আশ্ৰয় লোৱা প্ৰয়োজন হব— কাৰণ "ইন্দ্ৰোঽপি লঘুতাং যাতি স্বয়ং প্ৰখ্যাপি তৈঃ গুনৈঃ ।। ইন্দ্ৰয়ো যদি নিজৰ গুণ নিজে বখানে তেন্তে লঘুত্ব প্ৰাপ্ত হয়। কিন্তু তই মোৰ বিষয়ে জনা অত্যন্ত প্ৰয়োজন কাৰণ অতীতক বাদ দি বৰ্ত্তমান বা ভবিষ্যত একেবাৰেই সঙ্গতি নোহোৱা কথা। বিসঙ্গতিপূৰ্ণ কথাৰ বা কামৰ মই কেতিয়াও পক্ষপাতী নহয়। এইবোৰ কথা যদি তই জানিব বিচাৰিছ—তেনে-হলে ৰাধাকুছি গাঁৱৰ ৰাধাকান্ত বৰুৱাক এবাৰ লগ ধৰিবি। সকলো কথা তেওঁ বিতংভাবে বুজাই কব—আমাৰ সময়ৰ ৰাধাকুছি গাৱৰ আদৰ্শ আজিৰ সমাজৰ দুৰ্দ্দশাগ্ৰস্ত ৰাইজে গ্ৰহণ কৰা উচিত। কিম্ অধিকম্ ইতি। ৰাধাকুছি গাৱঁত থাকি আহিলে সকলো কথা বুজি পাবি।"

শিৱকান্তই কলে—"তই যেতিয়া অসমৰ একেবাৰে সিমুৰৰ পৰা মোৰ দেউতাৰ বিষয়ে, তোৰ দেউতাৰৰ বাল্যকালৰ বিষয়ে তথা ৰাধাকুছি গ্ৰামাঞ্চলৰ বিষয়ে আইনে একো বিচাৰি নোপোৱা অথচ তোৰ দেউতাই বহুত কিবা কিবি বিচাৰি পোৱা টুকুৰা টুকুৰা কথাৰ পম খেদি আহিছি; মই বাৰু সেই টুকুৰা টুকুৰ কথাবোৰ জোৰা লগোৱাৰ ব্যৱস্থা কৰি দিম। আগতে ব' মই দুদিন মানৰ ছুটী লৈ লব লাগিব। অৱশ্যে তই একো অসুবিধা নেপাৱ। বাপা খুড়া আছে। ধৰিত্ৰী আছে যেতিয়া মই নৈথাকিলেও তোৰ সকলো সুবিধা হৈ যাব।"

নীলকান্তই লাহেকৈ সুধিলে – "ধৰিত্ৰীৰ ভাল নে?"

শিৱকান্তই এটি পাতল হুমুনিয়াহ কাঢ়ি কলে— "ভালেই।"

এনেতে সিহঁত শইকীয়াই আহি কলে—"চাক্ষুস্ অভিজ্ঞতাত-কৈও উপলব্ধি আৰু অনুভূতিৰেহে তুমি গ্ৰাম্য জীৱনৰ এই দিশটোৰ স্বৰূপ উদ্‌ঘাটন কৰিব পাৰিবা। তোমাৰ প্ৰগ্ৰেমটো বেয়া নহয়— বেচ উৎসাহজনক। অভিজ্ঞতাবোৰ কিন্তু লিখি আনিবা। গ্ৰাম্য-

জীৱন সৌন্দৰ্য্যৰ পৰিপূৰক — এই গীত-মাত, প্ৰবাদ-প্ৰবচন, ফকৰা যোজনা এইবোৰ অধ্যয়ন কৰি অন্ততঃ নিজকে ব্যস্ত ৰাখিব পাৰিবা । আৰু যে ক'ত কথা লুকাই আছে ; এই ধৰা কিংবদন্তি, জন প্ৰবাদ এইবোৰৰ মাজত কত ঐতিহাসিক, নৃতাত্ত্বিক কথা লুকাই আছে । বাহিৰৰ পৰা চালে এইবোৰত একোকেই নেদেখা ।"

নীলকান্তই হাঁহি মাৰি ক'লে—"শৱ-ছেদন কক্ষত মানৱ দেহৰ ৰহস্যৰ আঁত বিচাৰি, তন্ন তন্ন কৰি শিৰা উপশিৰাৰ আঁতি গুৰি বিশ্লেষণ কৰি কৰি হোৱা এটা সত্য সন্ধানি বুলিয়েই ধৰি লওঁক-চোন বাইদেউ । ডাঃ এন্ কে ভট্টাচাৰ্য্যক অপ্থেলম'লজিকেল কনচাল্টেণ্টৰ মাজতেই সীমাবদ্ধ কৰি নেৰাখিবচোন । মোৰ বিশ্বাস, যিটোক মই ভালপাওঁ, যিটোক মই সত্য বুলি বিবেচনা কৰো তাক 'এক্সপ্ল'ৰ' কৰিবলৈ—'আই কেন গ' টু এনি এক্সটেণ্ট ।' ●

## !! আঁৰ কাপোৰৰ আৰম্ভ : প্ৰথম পৰ্ব্ব !!

(১)

ৰাধাকুছি গাঁও অঞ্চলত ৰাধাকান্ত বৰুৱাক নিচিনা মানুহ নাছিল। তেওঁ জীৱিকাত নিতান্তই সাধাৰণ কাৰবাৰী এজন আছিল। পুৰণি আধাভগা এখন বাইচাইকেল আৰু কেইডালমান নাৰিকলৰ জৰী —এয়াই আছিল ৰাধাকান্তৰ সম্পত্তি। দিনৰ দিনটো সেই বাইচাইকেলখনতে উঠি ৰাধাকান্তই ঘৰে ঘৰে নাৰিকল বিচাৰি ফুৰে। মানুহে কৈছিল— ৰাধাকান্তই চাইকেল চলাওঁতে বাটৰ কাষৰ নৰ্দ্দমাত প্ৰায়েই পৰো পৰো হয়; কথমপিহে ৰক্ষা পৰে —কাৰণ চাইকেলেৰে যাওঁতে হেনো প্ৰায়েই তেওঁ নাৰিকল গছৰ ওপৰলৈহে মুৰ তুলি চাই যায়। কাৰ ঘৰৰ কোন জোপা গছত পুৰঠ নাৰিকল আছে, কাৰ ঘৰৰ কোন জোপা গছত শুকান নাৰিকল আছে —এই সকলোবোৰ কথা ৰাধাকান্তৰ নখ দৰ্পণত।

ৰাতিপুৱা সূৰ্য্য উদয় হবলৈ নেপায়েই, ৰাধাকান্তই চাইকেলত উঠি নাৰিকল বিচাৰি ওলায়। ৰাধাকান্তৰ চাইকেল চলিলে শোৱাপাটিত থকা মানুহেও গম পায়, কেৰ্ কেৰ্, খেৰ্ খেৰ্, খিৰিং খিৰিং শব্দ কৰি গৈ থাকে; বেলটো আকৌ ৰিং ৰিং কৈ নিজেই বাজি গৈয়েই থাকে। ব্ৰেক ধৰিবলৈ আকৌ আগফালৰ পিছফালৰ ব্ৰেকেই নাই—আগৰ মাদগাৰ্ডটোত সোঁভৰিখনেৰে হেচা মাৰি ধৰিহে কথমপি চাইকেলখন ৰখায়। গাঁৱৰ মানুহবোৰৰ মাজত এটা যোজনাৰ প্ৰচলন আছে, বোলে—"ৰাধাকান্তৰ বাইচাইকেল, ৰমাপণ্ডিতৰ ফুটুৰি

মেল, হেড্ মাষ্টৰৰ ধুতিৰ পাঁক, কেশৱ মাষ্টৰৰ চুলিৰ কাট, হুছেইনৰ পিংকুছাৰ, ৰামেশ্বৰৰ লেকচাৰ, ধৰ্মকান্তৰ আশা, দেবেশ্বৰৰ ভাষা, হৰিকান্তৰ বাবী, জগন্নাথৰ গাড়ী।"

ৰাধাকান্তই অৱশ্যে এইবোৰ পাতল ভাবেই লয়। ঘৈণীয়েক লখিমীয়েহে মাজে সময়ে কয়—তাই হেনো পুখুৰীৰ ঘাটলৈ গলে এই কথাটোকে লৈ গাঁৱৰ জীয়ৰী-বোৱাৰীৰ দুই-এক লাজ লগা কথা কয়। সিহঁতৰ মতে ৰাধাকান্তই নাৰিকল বেচি বেচি টকা-বোৰ হেনো মাটিৰ তলত পুতি থৈছে। নহলেনো এখন নতুন চাইকেল কিনিব নোৱাৰেনে? আজি কালি ঘৰে ঘৰে নতুন চাইকেল। অন্ততঃ ৰাধাকান্তৰ চাইকেলখনৰ দৰে আওপুৰণি, মামৰে ধৰা, মৰ-কুটীয়া চাইকেল সেইখন গাঁৱত কোনেও নচলায়। খণ্ডৰ ভাগত লখিমীয়ে সেইখন দলিয়াই পিতনিত পেলাই দিয়াৰ ইচ্ছা প্ৰকাশ কৰে। হেজাৰ হলেও তিৰোতাৰ মনতো! গিৰিয়েকৰ সন্মান জড়িত থকা বিষয়টোৰ প্ৰতি সহজাত স্পৰ্শকাতৰতা অস্বাভাৱিক নহয়। কেতিয়াবা কাবৌ কৰিও কয়—"এনেকৈ দেহা মাৰি ধন কুবেৰ হোৱাতকৈ নতুন এখনকে লোৱাছোন।" প্ৰায় ক্ষেত্ৰতেই ৰাধাকান্তই কিন্তু কোনো মন্তব্য নকৰে। কেতিয়াবা মাথোন পৰিস্থিতি লাঘৱ কৰিবলৈহে কয়— "ডগা হওক চিগা হওক, বৰনৌকাৰ খোলা। বিলাতী হাৰকিউলিচ—মেড্ ইন্ ইংল্যাণ্ড বুজিছা? পিলিঙা ডেকা মখাই চলাই ফুৰা নতুন নতুন চাইকেল কেইখন চিক্ চিকাই থাকিলেইবা কি হ'ল? মেড্ ইন্ ইণ্ডিয়া—কেঁচা লোহা!" সগৌৰবে ৰাধাকান্তই কথাষাৰ উপলব্ধি কৰে আৰু তেওঁৰ মনটো কিবা এক অবুজ আনন্দত নাচি উঠে। আচলতে 'বিলাতী' নাইবা দেশী বস্তু সম্পৰ্কে ৰাধাকান্তৰ মনত কোনো বিৰূপ মনোভাব নাছিল। তথাপি মনৰ মাজত গুমৰি থকা আক্ৰোশখিনি প্ৰকট কৰি কেতিয়াবা তেওঁ কয় "হেৰৌ কটা! স্বৰাজ পোৱাৰ দহ বছৰে দেশখনে যদি কমেও দহখন ভাল চাইকেলকে উলিয়াব পাৰিলেহেঁতেন? দেশী-বিদেশী কি কথা আছে? খাতি খোৱা কামৰ মানুহক লাগে

ভাল হাঠিয়াৰ। এহেলৈ দেশীয়েই হওক বা বিদেশীয়েই হওক। বিলাতী নিষ্ঠাবান কাৰখানাৰ পৰা ওলোৱা সেই অঞ্চলৰ এতিয়াও আটুট স্বাস্থ্যৰ অধিকাৰী মান্ধাতা যুগীয়া কেইখনমান চাইকেলৰ বিষয়ে ৰাধাকান্তই ভালদৰে জানে। কেতিয়াবা ৰাধাকুছি গাওঁ অঞ্চলত যদি 'মেড ইন ইংলণ্ড' চাইকেলৰ প্ৰদৰ্শনী হয় তেতিয়া মাত্ৰ পাঁচখন চাইকেলহে ওলাব : হাতীপাৰাৰ কেশ মুক্তিয়াৰ, নাওখেতিৰ ৰামেশ্বৰ ড্ৰাইভাৰ, বহুৰাৰ কেশৱ মণ্ডল, ভাঙেৰী পাৰাৰ ৰামচৰণ পণ্ডিত আৰু অইনখন তেওঁৰ নিজৰেই। তেওঁলোকে ইজনে সিজনক বৰ সুন্দৰকৈ জ্ঞান কৰিছিল একমাত্ৰ 'হাৰকিউলাচ'ৰ বাবেই। ইজনে সিজনক দেখা দেখি হোৱাৰ পিচত কুশলবাৰ্ত্তা, ইটো সিটো কথা হোৱাৰ পিচতেই কোনো এটা কথাৰ পাকত 'হাৰকিউলাচ'ত পেলাবই। হাৰকিউলাচ' পৰাৰ লগে লগেই বৃটিচে ভাৰতবৰ্ষ এৰি যোৱাৰ পিচতো মানহে কিয় বিলাতী বস্তুৰ আদৰ আজিও কৰে, তাৰেই প্ৰসংগ উলিযাব। গান্ধী মহাৰাজে যঁতৰত সূতা কাটি দেশৰ স্বাধীনতা ঘূৰাই আনিলে বুলি কয় যদিও কথাষাৰে কিন্তু তেওঁলোকৰ সিমান মনত নধৰে। তেনেহলে এতিয়া কটা সূতাৰ কাপোৰ পিন্ধিছেনা কেইজনে? অথচ গান্ধী মহাৰাজে এই পৰ উলিওৱাৰ বহুযুগ আগতেই দেখোন এইমখা মানুহে গাঁৱতে তৈয়াৰী পোচাক পিন্ধিছিল? তেতিয়াও এক—এতিয়াও এক। তেতিয়া চাইকেলো নাছিল, মটৰো নাছিল, অভাৱো নাছিল, অনাটনো নাছিল। মানুহে নিজৰ গাঁৱখনতে যিবোৰ বস্তুৰ উৎপাদন কৰিছিল, তাকেই ইটোৰ লগত সিটোৰ সাল-সলনি কৰি জীৱিকা প্ৰবৰ্ত্তাইছিল, বছৰেকে ছমাহে নৌকাৰেই বণিজ কৰিবলৈ গৈছিল। বৰ ইমানেই—সুখেৰেই গৈছিল তেতিয়াৰ দিন। পাচে বণিয়াৰ জাত, বৃটিচ আহি যন্ত্ৰ-শিল্পৰ প্ৰচলন কৰিলে যেতিয়া আৰু ৰক্ষা নাই—যন্ত্ৰহে মন্ত্ৰ হ'ল। হওক তাত আপত্তি নাই, পাচে ক্ৰমবোৰতো 'পক্কা' হব লাগে। কেচা বস্তুৰ সঞ্জাত নাই— কিন্তু বৃটিচ থাকোতেহে দেখোন পাক্কা

বস্তুৰ বজাৰ আছিল— এতিয়াচোন চাৰিওফালে 'কেঁচা' মাল। সম্ভৱতঃ ভাৰতবৰ্ষৰ মানুহবোৰৰ যন্ত্ৰৰ জ্ঞান 'পকা' নৌহওঁতেই বৃটিচসকলে ভাৰত এৰি গুচি গ'ল। আৰু কিছুদিন থকা হলে চাগে ভালেই আছিল। আচলতে মানুহৰ শিক্ষাৰ আয়ত্বৰ ওপৰতহে সকলো কথা! আকাশলৈ লক্ষ্য কৰি মৰা কাঁড় পাতে আকাশ ফুটাব নোৱাৰিলেও, মুধা ফুটাব পাৰে; কিন্তু মুধচলৈকে লক্ষ্য কৰি মৰা কাঁড় পাতে আকাশ ফুটোৱাতো দূৰৰে কথা, মুধচলৈকে যাব নোৱাৰিবও পাৰে।

আক্ষৰিক শিক্ষাৰ প্ৰশ্নত ৰাধাকান্তৰ মনত আছিল এক গভীৰ বেদনা। আশানুৰূপ পৰ্য্যায়লৈকে তেওঁ পঢ়িব নোৱাৰিলে; হাইস্কুলৰ মাত্ৰ দুটামান শ্ৰেণীলৈকে পঢ়িছিল - তাৰ পিচত আৰু উধাব নোৱাৰিলে। অনেক কাৰণৰ ভিতৰত সেই সময়ৰ পাঠ্যক্ৰমত সদ্য অন্তৰ্ভুক্ত হোৱা আচহুৱা ইংৰাজী ভাষা মাধ্যমটোও প্ৰধান অন্তৰায় বুলি ৰাধাকান্তই আজিও স্বাভাৱিকতে অনুভব কৰে, বিশ্বাস কৰে। কাৰণ তেওঁ যিটো পৰিবেশত ডাঙৰ-দীঘল হৈছিল, সেই পৰিবেশটোত ইংৰাজী ভাষাৰ প্ৰতি মানুহৰ বিশেষ আগ্ৰহ নাছিল. আগ্ৰহ আছিল ভাৰতীয় সভ্যতা সংস্কৃতিৰ বুনিয়াদ স্বৰূপ সংস্কৃত ভাষাৰ প্ৰতি। কিন্তু সেই সময়ত সংস্কৃত ভাষা ইংৰাজী মাধ্যমৰ প্ৰতি গোঁৱাৰামী পুহি ৰখা এচাম ব্যক্তিৰ নিৰ্ম্মম আঘাতত ক্ৰমাৎ "মৃত ভাষালৈ" ৰূপান্তৰিত হৈছিল; যাৰ বাবে অত্যন্ত তীক্ষ্ণ বুদ্ধি সম্পন্ন আৰু আগ্ৰহী হোৱা সত্বেও ৰাধাকান্তই শিক্ষা জীৱনত পৰিপূৰ্ণতা আশাকৰা ধৰণে পাব নোৱাৰিলে। অৱশ্যে আক্ষৰিক শিক্ষাৰ মানদণ্ডৰে এজন প্ৰকৃত বিজ্ঞ-লোকৰ মান নিৰ্ণয় কৰিব পৰা নেযায়। এনে কোনো কাঠি নাই যাৰ দ্বাৰা ৰাধাকান্তৰ উদাৰ মনৰ সীমাৰ পৰিধি জুখি উলিয়াব পাৰি। এই উদাৰতাৰ শিক্ষা পঢ়াশালীৰ পাঠ্যক্ৰমত নেথাকে। ৰাধাকান্তৰ বংশানুক্ৰম পৰম্পৰাৰ বৰঙণি এই ক্ষেত্ৰত নুই কৰা নেযায়। সেই পৰম্পৰা হ'ল ৰাধাকান্তৰ সাত-পুৰুষৰ "কৃষ্টিৰ পৰম্পৰা"।

এসময়ত ভক্তি ধৰ্মৰ মূলতত্ত্বসমূহ প্ৰচাৰ কৰিবলৈ মহাপুৰুষ দামোদৰদেৱ তেওঁলোকৰ গাঁৱলৈকে আহিছিল। ৰাধাকান্তহঁতৰ উপৰি পুৰুষৰ চন পৰি থকা মাটি ডৰাতে এডাল প্ৰকাণ্ড আঁহতগছৰ তলত গুৰুজনাই ক্ষন্তেক জিৰণি লৈছিল। চাওঁতে চাওঁতে কিছুসময়ৰ ভিতৰতে গাঁৱৰ মানুহবোৰে গুৰুজনাৰ পাদ-প্ৰান্তত আগুৰি ধৰিছিল। গুৰুজনাৰ মুখা-নিসৃত ধৰ্মৰ অমিয়া নিজৰা গোটেই দিনজুৰি মানুহবোৰে পান কৰিছিল। সেইদিনা ৰাতি গুৰুজনাই সেই ঠাইতে বিশ্ৰাম লৈ পিচদিনাখন পাটবাউসীলৈ পদব্ৰজে গৈছিল। বিদায়পৰত প্ৰেমাশ্ৰু বিগলিত ভক্তবৃন্দক সেই ঠাইতে 'বাসুদেউৰ' মন্দিৰ সাজিবলৈ উপদেশ দিছিল। চাওঁতে চাওঁতে 'বাসুদেউৰ' মন্দিৰৰ চূড়াত সুন্দৰ কলসী জিলিকি উঠিল; মণিকূটৰ সিংহাসনত 'সোণৰ বাসুদেউ' জলমলাই উঠিল, ৰাধাকান্তৰ বংশৰ উপৰিপুৰুষ এজনাই পাটবাউসীতে গুৰুজনাৰ চৰণ প্ৰান্তত বহুৰ চেৰেক থাকি খোল, তাল, নাগাৰা, কীৰ্ত্তন, দশম, নামঘোষা, বৰগীত, শ্লোকগীত চৌদ্ধ-প্ৰসংগ, ভাওনা, সত্ৰীয়া নৃত্য সুন্দৰ ভাবে আয়ত্ত কৰি গুৰুৰ আজ্ঞা অনুসাৰে ৰাধাকুছি গাঁৱৰ বাসুদেউ মন্দিৰ প্ৰাঙ্গণত দিনক ৰাতি কৰি, ৰাতিক দিন কৰি শঙ্কৰী কৃষ্টিৰ চৰ্চ্চাৰ পাতনি মেলিলে। সেই দিন ধৰি ৰাধাকুছি গ্ৰামাঞ্চলত ৰাধাকান্তহঁতৰ বংশটোক 'পাঠকৰ' বংশ নামেৰে অভিহিত কৰিলে। আৰু এটা দিনত ৰাধাকান্তই সেই বংশানুক্ৰমে চলি অহা গুৰুভাৰ কান্ধপাতি লব লগা হ'ল। ৰাধাকান্তই এই সকলোবোৰ গুনকে আয়ত্ত কৰাৰ উপৰিও নিজস্বভাবে অইন দুটি সম্পদো আয়ত্ত কৰিলে—সেয়া 'নাগাৰাৰ নাম' আৰু ৺ব্ৰজ শৰ্মাৰ নাট্যদলৰ অনুকৰণত 'অভিনয় শিক্ষা'। তেতিয়াৰে পৰা বহুলোকে ৰাধাকান্তৰ পাৰদৰ্শিতাৰ ওপৰত মন্তব্য কৰে এনেদৰে— বোলে, "গুৰুতকৈ শিয়ান; খুচৰি খুচৰি লয় গিয়ান"।

প্ৰত্যেকদিন ৰাতিপুৱা কেৰ্ কেৰ্ শব্দ কৰি নাৰিকল বিচাৰি যোৱাৰ সময়ত ৰাধাকান্তই গাঁৱখনক অন্য এক বতৰাও দি থৈ যায়—

সেয়া হ'ল এটি মৌ মিঠা গুণ গুণ শব্দ. ৰাধাকান্তৰ কণ্ঠৰ প্ৰভাতী বৰগীতৰ সুৰ, শ্যাম ৰাগ—"তেজৰে কমলা পতি, পৰভাতে নিন্দ। তেৰি ছান্দমুখ পেখো, উঠৰে গোবিন্দ . . ।"

ৰাধাকুছি গ্ৰামাঞ্চলত ৰাধাকান্তৰ যদি অন্য কিবা এটি পৰিচয় আছিল সেয়া তেওঁৰ কণ্ঠৰ পৰিচয়। তেওঁ যেতিয়া বৰ নামঘৰত ধুতি, পাঞ্জাবী পিন্ধি, ফুলাম গামোচাখন কান্ধত লৈ "অ আই সাবিত্ৰী অ' বিচাৰি আহিলো ধৰা . " বুলি নাগাৰাৰ নাম গাবলৈ আৰম্ভ কৰে, তেতিয়া ডেকা বুঢ়া সকলোৰে মনবোৰ, চকুবোৰ সেমেকি পৰে, মুখৰ মাত হেৰাই, ৰাতিটো দিন হৈ যায়; কৌটি-কলীয়া অজান বেদনাই সকলোৰে অনুভূতিৰ সূক্ষ্মস্থানত কম্পন তোলাই, মৌন বিষাদত ম্ৰিয়মাণ কৰে।

( ২ )

ৰাধাকান্তৰ বিয়াখনৰো মূলতে আছিল 'নাগাৰাৰ নাম'। এবাৰ হাঁহচৰা গাঁৱৰ বৰ নামঘৰত মহাপুৰুষ দামোদৰ দেৱৰ তিথি উপলক্ষে নাগাৰাৰ নামৰ বিৰাট আয়োজন। ৰাইজ লোকে লোকাৰণ্য। নাম গাবলৈ তিনিজোৰা পাঠকৰ দলৰ নিমন্ত্ৰণ—ব্যাসকুছিৰ ঠানু পাঠক, আমনিৰ ৰ'মচৰণ পাঠক আৰু অন্যটো দল ৰাধাকুছিৰ ৰাধাকান্ত। তিনিওটা দলৰেই সমাজত বিশেষ সমাদৰ আছিল।

ৰভাঘৰৰ চাৰিও কাষে হেচাঁক লাইটৰ' পোহৰেৰে দিন যেন পোহৰ হৈ উঠিছিল। ডেকা চামৰ ন্যস্ত দায়িত্বৰ দুই চাৰিজন আছি 'হেচাঁক লাইটত' পাম দিয়াত ব্যস্ত। দুই একে নিদ'লৰ মুখত জমা হোৱা মৰা পৰুৱাবোৰ ফু মাৰি পেলাই দিওঁতে ইচ্ছা কৰিয়েই কান্ধৰ মাফলাখন মাজে মাজে পেলাই দিয়ে, আকৌ তুলি লয়—যেন পোহৰৰ বাহিৰে অন্য কথাৰ প্ৰতি তেওঁ একেবাৰেই আনমনা। আলোক সম্পাদনাৰ গুৰুত্বপূৰ্ণ ভূমিকাত অৱতীৰ্ণ হোৱা দুই একজনে আকৌ চেগ্ বুজি, আঁৰ চকুৰে ভাল পোৱা জনীলৈ

পিৰিক পাবাক্‌কৈ চায়—তাই বা আকৌ দেখিছেনে নাই, যে এই বিৰাট ৰাজহুৱা অনুষ্ঠানত শ্ৰীমান মাত্ৰ নিৰৱ দৰ্শক নহয়; অনুষ্ঠানৰ আটাইতকৈ দৰকাৰী বস্তুটোৱেই তেওঁৰ হাতৰ টিপত।

ৰাধাকান্তই সমজুৱাৰ মাজত প্ৰবেশ কৰি দেখিলে ইতিমধ্যে বাকী দুটা দল আহি বহু সময় আগতে নিজ নিজ ঠাই অধিকাৰ কৰিছে। গোটেই ৰভাঘৰ ভৰি মানুহবোৰে অকল সিহঁতৰ দলটোৰ বাবেহে অপেক্ষা কৰি আছে। ৰাধাকান্তৰ দলটো সমাজৰ মাজত প্ৰবেশ কৰাৰ লগে লগেই সকলোৰে মুখত গুন-গুননি উঠিল—'আহি পালে।' সমজুৱাক প্ৰণাম জনাই ৰাধাকান্তহঁতৰ দলটোৱে যথাস্থানত আসন গ্ৰহণ কৰাৰ পিচত ৰভাঘৰৰ একেবাৰে পূব ফালৰ মূৰটোত দুজন মানুহে এখন ডাঙৰ টেবুল আৰু দুখন পুৰণি ধৰণৰ কুন্দাত কটা চকী থৈ গ'ল। গাওঁবুঢ়াৰ সৰুজনী জীয়েকে টেবুলৰ ওপৰত বগা কাপোৰৰ নীলা সূতাৰে ফুলবচা টেবুলক্লথ এখন থৈ গ'ল। গাওঁবুঢ়াৰ ডাঙৰজন পুতেকে টেবুলৰ ওপৰত 'হেচাক লাইট' এটা থৈ গ'ল। এনেতে গাওঁবুঢ়াই হাতত দুটা ৰূপৰ কাপ লৈ মণিকূটৰ পৰা বাহিৰ হৈ আহিল। টেবুলৰ ওপৰত হাতৰ কাপ দুটা থৈ কৰযোৰে কলে—"ৰাইজ সকল! শুনক শুনক! আজি আমাৰ পৰম সৌভাগ্যৰ দিন মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰ দেৱৰ তিথি উপলক্ষে আমাৰ মাজত তিনিটাকৈ নাগাৰাৰ দল আমন্ত্ৰণ কৰি অনা হৈছে। তিনিওটা দলৰেই আমাৰ মাজত বিশেষ সমাদৰ আছে। তেখেত সকলৰ সন্মানাৰ্থে গুৱাহাটী হেন চহৰৰ পৰা এই দুটা ৰূপৰ কাপ আৰু এটা ৰূপৰ মেডেল কিনি অনা হৈছে। যিটো দলেই সৰ্বশ্ৰেষ্ঠ বুলি বিবেচিত হব, তেওঁলোকক এই ডাঙৰ কাপটো, আৰু দ্বিতীয় শ্ৰেষ্ঠ হোৱা দলটোক এই সৰু কাপটো উপহাৰ দিয়া হব। আৰু তৃতীয় দলটোক নিচুকনি বঁটা স্বৰূপে যিটো ৰূপৰ মেডেল দিয়া হব, সেইটো এই ডাঙৰ কাপটোৰ ভিতৰতেই আছে বুলি গাওঁবুঢ়াই ডাঙৰ ৰূপৰ কাপটোৰ সাঁফৰখন খুলি মেডেলটো ৰাইজক দেখুৱালে। লগে লগে ৰভাঘৰ হাত চাপৰিৰে ৰজন্‌ জনাই গ'ল।

ডেকামখাই আনন্দতে কিৰিলি পাৰি মুখত আঙুলি সোমাই সুইটি, সুইটি সুইট্, সুইট্ সুহুৰি বজালে। কাৰো মাত কতো নুশুনা হ'ল। গাওঁবুঢ়াই পুনৰ হাত দুখন ওপৰলৈ জোকাৰি আগতকৈ ডাঙৰ মাতেৰে কলে—"ৰাইজ! ক্ষন্তেক ধৈৰ্য্য ধৰি আৰু এষাৰ শুনক। এই গুৰু দায়িত্বৰ বিচাৰৰ বাবে গুৱাহাটী চহৰৰ দুজনা সুযোগ্য ব্যক্তি আমাৰ মাজত ভগৱন্তৰ কৃপাত উপস্থিত হৈছেহি। তেওঁলোক হ'ল দুয়োজনা পুলিচ বিষয়া—শ্ৰীযুত বলদেৱ শইকীয়া আৰু শ্ৰীযুত বাণেশ্বৰ কলিতা ও-চি মহোদয়। তেখেত সকলে বিচাৰৰ আসন গ্ৰহণ কৰিলে আমি কৃতাৰ্থ হ'ম" বুলি বক্তব্য সমাপ্ত কৰাৰ লগে লগে বিচাৰকদ্বয় গুৰুগম্ভীৰ ভাবেৰে ৰাজসিক চাঁদনিৰে আহি ৰাইজৰ মাজত থকা বিচাৰকৰ আসন গ্ৰহণ কৰিলে। ৰাইজৰ মাজত এইবাৰ কিন্তু আগৰবাৰৰ দৰে হাত চাপৰি, সুহুৰি আদি শুনা না'ল—যেন কৰবাত কিবা এটা আসোঁৱাহ থাকি গ'ল।

ৰাধাকান্তই লক্ষ্য কৰিলে বিচাৰকৰ সন্মুখত দুটা ৰূপৰ কাপ জিলমলাই জিলিকি উঠিছে। তেওঁৰ মনৰ ভিতৰতে এবাৰ সুঁৱৰিলে "ৰাধাকান্ত আজি তোৰ পৰীক্ষাৰ দিন।" ৰাধাকান্তৰ নামৰ সুৰ বৰ সুৰলা, কণ্ঠস্বৰো বৰ মিঠা। নাম গাওঁতে দলটোৰ মাজত থিয় হৈ নাচি নাচি হাতৰ মুদ্ৰাৰে প্ৰত্যেকটো কথাকেই বুজাই দিয়ে। নাকে মুখে মানুহজনো বৰ শুৱনি। আটাইতকৈ গুৰুত্বপূৰ্ণ কথা এইটোৱেই যে নি যিটো নামেই গায়, সেইটোৱেই কেন্দ্ৰস্থ চৰিত্ৰৰ মাজত এনেদৰে সোমাই পৰে, যেন তাহানিৰ কাব্য-গ্ৰন্থ এখন কথাচিত্ৰ হৈ দৰ্শকৰ সন্মুখত জাঁহি ফুৰিছে। কেতিয়াবা যুধিষ্ঠিৰ, কেতিয়াবা দশৰথ, কেতিয়াবা দাতাকৰ্ণ, কেতিয়াবা ৰাজা হৰিশ্চন্দ্ৰ—তেনেদৰে ৰাধাকান্তই পুৰুষ-মহিলা, ডেকা-গাভৰু নিৰ্বিশেষে সকলোৰে অন্তৰত এক গভীৰ সাঁচ বহুৱাই থৈছে। মানুহে বিশ্বাস কৰে ৰাধাকান্তৰ মাতত হেনো যাদু আছে; নহলে তেনেদৰে মানুহক অপলক দৃষ্টিৰে মোহিত কৰি ৰাখিব পাৰেনে?

নামঘোষা আৰম্ভ হ'ল। ৰাধাকান্তই প্ৰথমে নাম ডাকিলে। আমনিৰ পাঠক ৰামচৰণে ঘোষা গালে। ব্যাসকুছিৰ ঠানু পাঠকে কীৰ্ত্তন গালে। তাৰ পিচত আৰম্ভ হ'ল ৰামায়ণ, মহাভাৰত, দশম আৰু বিভিন্ন পুৰাণৰ নাম। নল-দময়ন্তী, লক্ষ্মণ-বৰ্জ্জন, ৰুক্মিণী-হৰণ, দাতাকৰ্ণ, হৰিশ্চন্দ্ৰৰ শ্মশান মিলন আৰু কত কি। দাতা-কৰ্ণৰ নাম শুনি অনেক তিৰোতাই হেনো বুকুৰ মাজতে সোমাই থকা কেচুৱাটোক নিজৰ বাপেকটোৱেই কিবা অনিষ্ট কৰে বুলি হেনো ভালদৰে গুজি লয় আৰু গুণ-গুণাই গায় নিচুকনি গীতৰ দৰে—"বুকুৰ মানিক সোণটাৰা তোক কাটিম কেনেকৈ, বাচা ৰান্ধিম কেনেকৈ ই.. ৰান্ধিলে নিদিলে বাচা শাপিবো ব্ৰাহ্মণে।।"

ৰাতি প্ৰায় শেষ হবৰ হ'ল। তেতিয়ালৈকে নামৰ গুম্-গুমনি চলিয়েই থাকিল। নামৰ সুৰ, তালৰ চেঁও, নাগাৰাৰ কোব, হাত চাপৰিৰ শব্দত গোটেইখন ৰজন্-জনাই গ'ল। তিনিওজোৰা পাঠকৰে তিনিটা বৈশিষ্ট্য—ৰাধাকান্তৰ নামৰ সুৰ, ৰামচৰণৰ তালৰ খেল আৰু ঠানু পাঠকৰ নাগাৰাৰ চেঁও। কোনেও কাকো বলে নোৱাৰে। ৰাতি ক্ৰমাৎ বেচি হৈ আহিল মানে তেওঁলোকৰো নামৰ জোৰ যেন বেচি হৈহে আহিছে। ৰাতি প্ৰায় তিনিটামান বজাত গাওঁবূঢ়াই নাম সামৰিবৰ হ'ল পাঠক সকলৰ সন্মুখত কৰজোৰে বচন শুনালে। আৰু বিচাৰকদ্বয়ৰ বিচাৰৰ ৰায় শুনাৰ প্ৰয়াস কৰিলে। বিচাৰক সকলে আমনিৰ পৰা অহা পাঠক ৰামচৰণ মহন্তকে শ্ৰেষ্ঠ পুৰস্কাৰ প্ৰদান কৰিবলৈ সন্মত হ'ল। ৰামচৰণে সাতজোৰ তাল একেলগে ঘূৰাইছে - এয়া কম পাৰদৰ্শিতাৰ কথা নহয়? বিচাৰকে ৰামচৰণৰ নাম ব্যক্ত কৰিবলৈ খুজিছিলহে এনেতে প্ৰথমতে গুণ-গুণনি আৰু ক্ষন্তেক পিচতে ৰাইজৰ মাজত তৰ্জ্জন-গৰ্জ্জন আৰম্ভ হ'ল—"এই কথা হব নোৱাৰে। চহৰীয়া মানুহে নাগাৰাৰ নামৰ কি আও-ভাও বুজি পায়? তেওঁলোকে ৰামচৰণৰ তালৰ খেলখন দেখিহে ভোল গৈছে—ৰাধাকান্তৰ নামৰ সুৰতটো মনোযোগ দিব পৰা নাই? তেওঁ যে গা ভাঙি ভাঙি নাচি-নাচি হাতেৰে মুদ্ৰা দেখুৱাই প্ৰতিটো শব্দকে

পাৰ্য্যমানে বুজাই দিবলৈ চেষ্টা কৰিছে —সেইবোৰ তেওঁলোকে দেখিও বুজা নাই। সেয়া যে ৰাধাকান্তৰ হৃদয়ৰ স্বতঃস্ফূৰ্ত প্ৰকাশ সেয়াতো উপলব্ধি কৰিব পৰা নাই।" গাওঁবুঢ়াৰ ওপৰত ডেকা চামৰ খং উঠি গ'ল—চহৰৰ বিষয়াক নামৰ বিচাৰক পতাৰ বাবে। চহৰৰ পুলিচ বিষয়া হ'ল বুলিনো নামৰ বিচাৰক হব পাৰেনে? যি যিহৰ লায়ক, তেওঁ তাৰহে বিচাৰ কৰিব লাগে।

গাওঁবুঢ়াই ৰাইজৰ মনৰ গতি সুবিধাজনক নহয় বুলি বুজি কৰযোৰে প্ৰণিপাত কৰি কলে—"ৰাইজ! আপোনালোকে অসন্তোষ নকৰিব। বিচাৰ পৰ্ব শেষ হোৱা নাই। সাময়িক নামতো পাঠকে বিচাৰকৰ মন জয় কৰি পুৰস্কাৰ পোৱা আমি দেখিছো। ৰাতি পুৱাবলৈ এতিয়াও প্ৰায় এটা প্ৰহৰ বাকী আছে। আমাৰ ৰাইজে যদি মন কৰে, পাঠক সবে আকৌ নাম গাব পাৰে।"

ৰাইজৰ মাজত 'সেয়ে হওঁক', 'সেয়ে হওঁক' বুলি কোলাহল উঠিল। আকৌ পুনোদ্যমে নাম আৰম্ভ হ'ল। ৰাধাকান্তই সাবিত্ৰী সত্যবানৰ নাম আৰম্ভ কৰিলে। পদঘোৰ আৰম্ভ কৰাৰ লগে লগে ৰাইজৰ মাজত জাউৰীয়ে জাউৰীয়ে হাত চাপৰি পৰিল। ৰাধাকান্তই হৃদয়ৰ সমস্ত শক্তি সঞ্চয় কৰি শেষবাৰৰ বাবে এইবাৰ নাম গাবলৈ ধৰিলে। মনতে ভাবিলে—আজি তাৰ ইজ্জতৰ দিন!

ইমান দিনে সি ৰাইজৰ মনত অবিসম্বাদী সম্ৰাট হৈ আছে। আজি অবিবেচক বিচাৰকৰ হাতত তাৰ ইজ্জত ৰক্ষাৰ সংকট মুহূৰ্ত আহি পৰিছে। মনৰ মাজলৈ অহা চিন্তাটোৱে নামঘোৰত আউল লগাব পাৰে বুলি তেওঁ ভয় খালে। মনটো ডাঠ কৰি ললে; কিছু পৰিমাণে ফৰকালো হ'ল আকৌ এবাৰ চিন্তা কৰি চালে—"নামৰ সুৰত এতিয়ালৈকে বাকী দুজনে পৰা। অকল তালৰ খেলখনতহে লেঠা!"

খৰ ঘাটনি আহিল। ৰাধাকান্তই তেওঁৰ শৰীৰৰ সমস্ত শক্তি সঞ্চিত কৰি ললে। এইবাৰ যেন তেওঁ গুলি খোৱা বাঘহে। একেলগে আঠজোৰ তাল হাতত তুলি ললে। এজোৰৰ ওপৰত আন

এজোৰ—একেলগে আঠজোৰ। প্ৰায় এঘণ্টা সময় তাৰ খেল দেখুৱালে। ৰাইজে হাততালি দি ধইন্ ধইন্ দিলে। কোনোবা এজনে কংগ্ৰেছী ভলেণ্টিয়াৰৰ সুৰত চিঞৰ মাৰি উঠিল—"ৰাধাকান্ত কি জয়।" মনৰ উল্লাসেৰে ৰাধাকান্তই নামটো সামৰিলেই তেওঁ দলটোৰ মাজত বেহুচ হৈ পৰি গ'ল। ৰাইজৰ মাজত আকৌ হুলস্থুলৰ সৃষ্টি হ'ল। দুজন মানুহে তেওঁক বাহিৰলৈ উলিয়াই আনিলে। মূৰত তেল-পানী ঢালি, কেৰাখনো বিচনিৰে বা দিয়াত লাগি গ'ল কেবাজনো চেমনীয়া ডেকা। বিচাৰকে এইবাৰ ৰাধাকান্তক প্ৰথম পুৰস্কাৰটো দিলে। অৱশ্যে ৰাধাকান্তই নিজে উঠি হাঁহি হাঁহি পুৰস্কাৰ লব নোৱাৰিলে—তেতিয়াৰ তেওঁ বেহুচ হৈয়েই পৰি আছিল। দলৰ ভাৰ গুৰি ধৰোঁতা ঘনকান্তইহে পুৰস্কাৰটো লৈ ৰাধাকান্তৰ মূৰ শিতানত ৰাখি নিজেও থিয় হৈ ৰ'ল। ক্ষন্তেক পৰৰ পিচত ৰাধাকান্ত সম্পূৰ্ণ সচেতন হৈ উঠিল। ৰাইজৰ মাজত আকৌ আনন্দৰ জোৱাৰ উঠিল। ৰাধাকান্তই এক পৰম তৃপ্তিৰে হাঁহি মাৰিলে। মাহ-প্ৰসাদৰ টোপোলা বান্ধি সমবেত ৰাইজ ঘৰাঘৰি যাবলৈ ওলাল। ৰাতি পুৱাবলৈ তেতিয়া আধাঘণ্টামানহে বাকী আছিল। দলৰ মানুহবোৰে বিবেচনা কৰিলে, ৰাধাকান্ত সিদিনাখন ইমান ভাগৰুৱা হৈ পৰিছিল যে সেই মুহূৰ্ত্তত সাত মাইল দূৰৰ তেওঁৰ ঘৰলৈকে চাইকেল চলাই যোৱাৰ কোনো কাৰণ নাই, তাতোকৈ বাকী থকা সময়খিনি গাওঁবুঢ়াৰ ঘৰতে বিশ্ৰাম লৈ পিচদিনাখন ৰাতিপুৱা গলেই ভাল হয়। ৰাধাকান্তই প্ৰথমতে কথাষাৰ মানি লোৱা নাছিল; নাম গাবলৈ গৈ কেতিয়াও কাৰোবাৰ ঘৰত ৰাতি থকা তেওঁৰ মনত নপৰে। কিন্তু বড়াঘৰৰ মজিয়াত থকা আঠাইকেইজন গণ্য মান্য ব্যক্তিৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি ৰাধাকান্ত থাকিবলৈ সন্মত হ'ল। গাওঁবুঢ়াৰ বাহিৰৰ চ'ৰা ঘৰটোতে ৰাধাকান্তৰ বিচনাৰ যোগাৰ হ'ল। বিচনাখনত বাগৰ মাৰিলে হয়, কিন্তু টোপনি নাহিল—কানজাগ দিয়েই ৰাতিপুৱাবলৈ থকা সময়খিনি তেওঁ কটাই দিলে।

( ৩ )

পুৱে ধলফাট দিয়াৰ লগে লগে গাওঁবুঢ়াৰ ঘৰৰ জীয়াৰী-বোৱাৰী আহি ঘৰ-চোতাল সাৰি পুছি পৰিষ্কাৰ কৰি গ'ল। গাওঁবুঢ়াৰ হাপোৱা কাতিৰামে গোহালীৰপৰা গৰু-গাই উলিয়াই আনিলে। সি গোটেই ৰাতি নাম চাই কটাই দিছে। তাৰ পিচৰ সময়খিনি লগৰীয়া কেইজনমানৰ লগত তাচ্ পাত খেলিয়েই কটাই দিলে। ব্ৰাহ্মমুহূৰ্ত্ততে গৰু গোহালী চাফ কৰি পথাৰলৈ হাল বাবহৈ গ'ল। যাওঁতে বাটতে সি ৰাতি শুনা নামৰ কলিবোৰ টুকুৰা-টুকুৰকৈ গাই গ'ল— 'অ' আই সাবিত্ৰী অ' বিচাৰি আহিলো ধৰা

আই নেপালো তোমাৰ দৰা।
মোৰ উপদেশ লোৱা নিজে বিচাৰি লোৱা
তোমাৰ উপযুক্ত দৰা॥ ...
.. ....... আই সাবিত্ৰী অ'॥"

ৰাধাকান্তই বিচনাৰ পৰা নামৰ কলিবোৰ শুনি আছিল। কাতিৰামে গৰুহাল লৈ নাম গাই গাই পথাৰলৈ যোৱাৰ পিচত আৰু কেবাজনেও সেই একেদৰে নাম গাই গাই পথাৰলৈ গ'ল। ৰাধাকান্তই ৰাতি গোৱা নামৰ কলিবোৰকে গাইছে। কোনোটো সুৰীয়া হৈছে, কোনোটো বেসুৰীয়া হৈছে। তথাপি ৰাধাকান্তৰ মন কিবা এক বিশেষ তৃপ্তিত ভৰি পৰিল। সেই মানুহবোৰক তেওঁ চিনি নেপাই, মানুহবোৰেও তেওঁৰ ব্যক্তিগত জীৱনটোক চিনি নেপাই—অথচ ৰাধাকান্তই সেই মানুহবোৰৰ ব্যক্তিগত কৰ্মজগতত কিবা নহয় কিবা প্ৰকাৰে প্ৰেৰণা যোগাই আছিছে—কেতিয়াবা ৰজা হৰিশ্চন্দ্ৰ ৰূপে, কেতিয়াবা নলৰজা, কেতিয়াবা যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ ৰূপে। আচম্বিতে ৰাধাকান্তৰ মুখত এমোকোৰা মধুৰ হাঁহি বিৰিঙি উঠিল।

( 8 )

কাজত নাঙল, আগত গৰু লৈ চিঞৰি-চিঞৰি 'সাবিত্ৰী সত্যবান'ৰ নামগাই যোৱা কাতিৰামৰ বেসুৰীয়া গলাটোৱে অইনৰ মনত কোনো ভাৱৰ সঞ্চাৰ নকৰিলেও ধৰ্মকান্ত কবিৰাজৰ একমাত্ৰ কন্যা

লখিমীৰ কাণত কিন্তু বিশেষ ব্যঞ্জনাৰে এক মধুৰ গুঞ্জন তুলিছিল। তাই বিচনাত ইচাত্-বিচাত কৰি আছিল। লখিমী ধৰ্মকান্ত কবিৰাজৰ একমাত্ৰ কন্যা-ৰূপে গুণে অনন্যা। ধৰ্মকান্ত কবিৰাজে নৱ-দ্বীপত আয়ুৰ্ব্বেদ শাস্ত্ৰত উপাধি গ্ৰহণ কৰি সেই গোটেই অঞ্চল-টোতে একমাত্ৰ চিকিৎসক হিচাবে এক বিশেষ খ্যাতি অৰ্জন কৰিছিল। ধৰ্মকান্ত কবিৰাজৰ বিষয়ে এনে কথা শুনা যায় যে, তেওঁ নাড়ী ভান কৰি খাদ্য-অখাদ্য, আৰু ৰোগ সম্পৰ্কে সকলো কথা অতি পৰিষ্কাৰ ভাবে আয়ত্ব কৰিব পাৰিছিল; আৰু তদ্ অনুসাৰে যমৰ দূতে চুলিত ধৰি টনা আজোৰা কৰা ৰোগীয়েও ধৰ্মকান্ত কবিৰাজৰ ঔষধ সেৱন কৰি আৰোগ্য হোৱাৰ বাতৰি পোৱা গৈছিল। তেওঁৰেই একমাত্ৰ কন্যা লখিমীয়ে প্ৰতিদিন ৰাতিপুৱা বিচনাৰপৰা উঠি গা-পা-ধুই দেউতাকৰ গোঁসাই সেৱাৰ যোগাৰ কৰি দিয়ে। গাওঁবুঢ়াৰ চোতালৰ ইন্দ্ৰমালতী দবাৰ পৰা প্ৰতিদিন ৰাতিপুৱা এখৰাহী ফুল লৈ যায়। কবিৰাজৰ ঘৰত হওতে অইন ফুল আছে, কিন্তু ইন্দ্ৰমালতী নাই—সকলো ফুলে সকলো গিৰিহঁতক নেমানে।

সিদিনাখনো লখিমীয়ে গাওঁবুঢ়াৰ ইন্দ্ৰমালতী দবাৰ পৰা ফুল চিঙিবলৈ আহিছিল। ৰাধাকান্তই সেই সময়ত গাওঁবুঢ়াৰ বাহিৰৰ চ'ৰাতে হাত-মুখ ধুই চাহ-জলপান খোৱাত ব্যস্ত। গাওঁবুঢ়াই কাষতে বহি গুৰ-গুৰি হোকাত একান্ত মনে ধপাত খাই আছিল আৰু লগতে ৰাধাকান্তকো ইটো-সিটো সোধাত ব্যস্ত। ৰাধাকান্তৰ মাত কথা, ব্যৱহাৰ পাতিত গাওঁবুঢ়া ইমান মোহিত হৈছিল যে ৰাধাকান্তৰ প্ৰতিটো কথাকেই তেওঁ সজ সজ বুলি শলাগিছিল। হঠাৎ গাওঁবুঢ়াই লক্ষ্য কৰিলে যে ৰাধাকান্তৰ কথাৰ সুৰটো ক্ৰমাৎ সেহকা হৈ গৈছে। গাওঁবুঢ়াই কথাৰ ভেদ পালে। সেৱা তেওঁৰ চোতালত ফুল ছিঙি থকা সাইলাখ অপেশ্বৰী স্বৰূপ লখিমীৰ ওপৰত ৰাধাকান্তৰ দৃষ্টিবদ্ধ হৈছে। এনেতে বাটেৰে কোনোবা এজনে চিঞৰি চিঞৰি হোৱাকাৰি

ৰাধাকান্তই গোৱা নাম এফাকি গাই গ'ল—

"কোৱা হেৰা ৰজা অশ্বপতি, কাৰ কন্যা এই ৰূপৱতী।
অ' মনে জাগিছে চিন্তা, কুমাৰীনে বিবাহিতা—
শীঘ্ৰে কোৱা নৰপতি ॥"

ৰাধাকান্তই নামৰ কলিতো আচহুৱা কণ্ঠত শুনিও আমোদ পালে। মনে মনে হাঁহিলে। কেৱল গাওঁবুঢ়াৰ সম্মুখত নিজৰ গালে মুখে কিবা এটা ভাৱৰ প্ৰকাশ পাই বুলি সন্দেহ কৰি লাহেকৈ বাটকৰাজনে গাই যোৱা গীতৰ সুৰ'টোৰ ওপৰতে মন্তব্য কৰিলে—'বেসুৰা হৈছে।' গাওঁবুঢ়াই তাত সিমান মনোযোগ দিয়া নাছিল। চোতালত ফুল চিঙি থকা কবিৰাজৰ ছোৱালীজনীকহে মাত লগালে—"আই লখিমী! চাওঁ এইফালে আহাচোন।"

লখিমীয়ে লাজ লাজ কৰি গাওবুঢ়াৰ কাষত থিয় হ'ল। গাওঁ-বুঢ়াই ৰাধাকান্তৰ আগত পৰিচয় কৰি দিলে—'আমাৰ কবিৰাজৰ ছোৱালী! নামো লখিমী কামো লখিমী। সিহে কতো একো.... " গাওঁবুঢ়াৰ কথাষাৰ শেষ নৌহওঁতেই লখিমীয়ে হাতত ফুলৰ কৰণিটো লাজতে লৈ দৌৰ মাৰিলে। গাওঁবুঢ়াই প্ৰাণখুলি হো • • হো কৈ হাঁহি মাৰিলে। ৰাধাকান্ত নিমাতে থাকিল।

( ৫ )

গাওঁবুঢ়াই ৰাধাকান্তক গা-পা ধুই ভাত-পানী খাই যাবলৈ অনু-ৰোধ কৰিছিল যদিও ৰাধাকান্ত কিন্তু মান্তি নহ'ল। ঘৰলৈকে যাবলৈ ওলাল। গাওঁবুঢ়াৰ ঘৰৰ সকলোকে মাত লগাই বিদায় ললে। গাওঁবুঢ়াই যাই আলিটোলৈ ৰাধাকান্তক আগবঢ়াই থৈ আহিল। ৰাধাকান্তক আগবঢ়াই থৈ ঘৰলৈ বুলি ঘূৰি আহোঁতে গাওঁবুঢ়াৰ মনত কথা এটাই বৰকৈ খুন্দিয়াবলৈ ধৰিলে—'ৰাধাকান্তলৈ লখিমী-জনী বোৱাৰী যোৰ পাতযোৰ হব। পচে, কবিৰাজে কথাষাৰ মানিবনে? অন্যহাতে, ৰাধাকান্তৰেই বা ক'ত কি লেঠা? যিহে ল'ৰাৰ সুদৰ্শন চেহেৰা ..........!"

গাওঁবুঢ়াই ঘৰমুখী খোজ ঘূৰাই আনি কবিৰাজৰ ঘৰত উপস্থিত হ'ল। কবিৰাজে সেই সময়ত চোতালতে বহি আছিল। আচম্বিতে গাওঁবুঢ়াক দেখি অলপ আচৰিত হৈ আথেবেথে বহিবলৈ দিলে। কাৰোবাৰ অসুখ বিসুখতহে গাওঁবুঢ়া তেওঁৰ ঘৰলৈ আহে। বিনা সকামত লোকৰ ঘৰফুৰা গাওঁবুঢ়াৰ অভ্যাস নাই। তাতে আকৌ ভৰ দুপৰীয়া! কবিৰাজৰ মনৰ ভাব বুজি গাওঁবুঢ়াই পোনতে মাত লগালে--'ঘৰত কাৰো অসুখ বিসুখ নাই। অন্য এটা সকামতহে অহা হ'ল।'

কবিৰাজে সুধিলে—'সকাম গুৰুতৰেই নেকি?'

গাওঁবুঢ়াই উত্তৰ দিলে—'হয়তে গুৰুতৰেই—পাচে লাভাংশ মোৰ নহয়, ডাঙৰীয়াৰহে।''

কবিৰাজে কথাষাৰ বুজিবলৈ টান পালে। তেওঁ কোনো উত্তৰ নিদি গাওঁবুঢ়াৰ মুখৰ ফালে চাই থাকিল। এনেতে লখিমী আহি তামোল-পানৰ বটাখন দুয়োজনৰ মাজতে থৈ গ'ল। গাওঁবুঢ়াই গল-হেকাৰি মাৰি কলে—'লখিমী আইজনীৰ কথা চিন্তা কৰিহে সোমালো। তাইনো আৰু কিমানদিন মাকৰ বুকুৰ মাজত আল-সুৰা হৈ সোমাই থাকিব। এঘৰলৈ উলিয়াই দিয়াৰ ব্যৱস্থা এটা কৰিব লাগে।''

কবিৰাজে তলমূৰ কৰি থাকিয়েই কলে—"ব্যৱস্থাৰ কোনো ত্ৰুটি কৰা নাই। কিন্তু হালখন ডাঙিবলৈ দেখোন সতকাই কোনো হালোৱা আগবাঢ়ি নাহে।''

গাঁওবুঢ়াই মুখত এমুখ তামোল ভৰাই কলে—"হয়তে কথাষাৰ মিছা নহয়। কবিৰাজৰ ঘৰৰ হাল ডাঙিবলৈ ভোটোৰা ডেকাৰ বুকুৰ সাহ-পিত বুকুতে শেষ হয়। পাচে, এইভাগেতো আৰু নহয়। হালোৱাক ধৰি আনিহে হাল ধৰাব লাগে।''

কবিৰাজে মিচিকিয়াই হাঁহি এটা মাৰি কলে—"পাচে হালোৱাৰ কিবা খবৰ লৈহে আহিছে যেন পাওঁ।''

কেৰেক্ কৰে মুখৰ পিক পেলাই গাঁওবুঢ়াই কলে—"হয়তে

কথাষাৰ মিছা নহয়। পাচে আপুনি অন্যথা কৰিলেহে মনটো বেয়া হব।"

কবিৰাজে গাঁওবুঢ়াৰ নিচেই কাষ চাপি গৈ লাহেকৈ সুধিলে—"বৰবাত খা-খবৰ পাইছে নেকি ?"

গাঁওবুঢ়াই উত্তৰ দিলে—'খবৰ এটা আছে।' কবিৰাজৰ কাণৰ কাষলৈ মুখখন নি কলে—'যোৱাকালি নাম গাই যে প্ৰথম পুৰস্কাৰ পালে,—সেই ৰাধাকান্ত নামৰ ল'ৰাজন। দেখাই শুনাই আপোনাৰ জোৱাই হোৱাৰ লায়ক। পাছে নি উজনি মুলুকৰ ল'ৰা হে জাতি মুলুকত ভাল জুটিব জানো ? সেইটোহে মোৰ মনৰ সংশয়।"

গাঁওবুঢ়াই কথাষাৰ যিমান উৎফুল্লিত হৈ কৈছিল, কবিৰাজে কিন্তু সিমান আনন্দেৰে গ্ৰহণ কৰিব নোৱাৰিলে। কাৰণ গাঁওবুঢ়াই ৰাধাকান্তৰ বিষয়ে সমস্ত কথা জানিলেও এটা বিশেষ কথা কিন্তু কবিৰাজৰ বাহিৰে জাতি মুলুকত অইন কোনেও নেজানে। সেয়া হ'ল—ৰাধাকান্তৰ তিনি পুৰুষৰ যক্ষ্মা বেমাৰ। যক্ষ্মাৰোগ বংশানুক্ৰমে চলি আছে। গতিকে ৰাধাকান্তৰো যে এটা দিনত এই সৰ্ব্বগ্ৰাসী ৰোগটো নহব তাৰ কি মানে আছে ?

কবিৰাজৰ কথাষাৰ শুনি গাঁওবুঢ়াৰ মনটো তেনেই সেমেকি গ'ল। তেওঁ আৰু তাত বেচি সময় বহি থাকিব নোৱাৰিলে। মুখখন কেহেৰাজৰ বোল যেন হ'ল। এটা গভীৰ হুমুনিয়াহ কাঢ়ি তেওঁ কবিৰাজৰ পৰা বিদায় লৈ ঘৰমুৱা হ'ল।

শোৱনি ঘৰৰ মজিয়াৰ পৰা সেই সময়ত লখিনীয়ে সকলো কথা গমি-পিতি আছিল। ৰাতি পুৱাৰেপৰা ৰাধাকান্তৰ বিষয়ে এনে এটা চিন্তা কৰি তাইৰ মনটো ইতিমধ্যে উভল-থুভল লাগি আছিল। দেউতাকৰ কথাষাৰেহে তাইৰ মনটো ওন্দোলাই পেলালে। ৰাধাকান্তৰ বিষয়ে তাইৰ লগৰ ছোৱালীবোৰৰ মাজতো মাজে সময়ে দুই এষাৰ কথা ওলায়—ইমান দেখনীয়াৰ ডেকা, ইমান সুন্দৰকৈ নাম গাব জানে, দলৰ পালিবোৰক ইমান কৃতিত্বৰে নেতৃত্ব দিব পাৰে ... ... ... ? অথচ, সেইজনা সুপুৰুষৰে গাত তিনি পুৰুষৰ যক্ষ্মা বেমাৰ। তেন্তে

ৰাধাকান্তৰ সুন্দৰ সুঠাম দেহটোৰ ভিতৰতো সেই সৰ্ব্বগ্ৰাসী ৰোগৰ বীজাণুটোৱে কুকুকি কুকুকি কামোৰ মাৰি আছে নেকি ? কিন্তু, দলৰ মানুহবোৰে ৰাধাকান্তকে কেন্দ্ৰ কৰি আবৰ্ত্তন কৰি আছে যে ! তেন্তে দলৰ মানুহবোৰে সেই কথাষাৰ নেজানে নেকি ? নে, জানিও নজনাৰ ভাও জুৰিছে ? নে, তেওঁৰ কণ্ঠৰ ৰাগিনীত, হাতৰ মুদ্ৰাত, দেহাৰ ভঙ্গীত দলৰ পালিবোৰ কিবা এক মোহজালত আবদ্ধ হৈ ৰাধাকান্তকে মাজত লৈ প্ৰতিদিনে নাম গাই ফুৰিছে ……. ?

লখিমীৰ মূৰটো এইবোৰ চিন্তাৰ মেৰপাকত সোমাই আচন্ধ্ৰাই কৰিলে। হঠাৎ তাইৰ মনটো কিবা এক গভীৰ আশাত জোকাৰ খাই উঠিল। কোনোবাই যেন তাইক কৈছিল—"যক্ষ্মাৰোগ বংশগত নহয় !" এৰা, সচাঁকৈয়ে তাইক কোনোবাই ইতিমধ্যতে কিবা এটা প্ৰসংগত কথাষাৰ কৈছিল, কিন্তু, কেতিয়া, কোনে, কি প্ৰসংগত কথাষাৰ কৈছিল তাইৰ সমূলি মনত নপৰিল। আৰু এই মুহূৰ্ত্তত সেইটোৱেই আটাইতকৈ গুৰুত্বপূৰ্ণ হৈ পৰিল। চিন্তা কৰি-য়েই তাই গোসাঁই ঘৰটো মচিবলৈ গ'ল। গোসাঁইঘৰৰ কামখিনি খৰধৰকৈ অতাই থৈ তাই পোনচাটেই শোৱনি কোঠালৈ লৰ মাৰিলে। বিচনাখনত মূৰটো গুজি দীঘল হৈ পৰি তাই আকৌ সেই কথাকেই বাৰে বাৰে ভাবিবলৈ ধৰিলে ঃ কোনে বাৰু কথাষাৰ কৈছিল ?

চাৎকৰে তাইৰ অন্তৰখন পোহৰ হৈ পৰিল। আনন্দতে কিৰিলি পাৰি উঠিল তাই—'মনত পৰিছে। কথাষাৰ কৈছিল সাৰদা পেহীয়ে।' অকস্মাতে তাইৰ কিৰিলি শুনি ৰান্ধনি ঘৰৰপৰা নৰৌয়েক ওলাই আহিল। 'কি হ'ল অ' এইজনীৰ'—বুলি নৰৌয়েকে তাইক মূৰটোতে থপৰিয়াই সুধিলে। তাই এষাৰকে উত্তৰ নিদি কেৱল ঘক্ ঘক্কৈ হাঁহি দিলে।

( ৬ )

লখিমীৰ অন্তৰখন কোনোবা এক আৱিষ্কাৰকৰ আনন্দেৰেই আনন্দিত হৈ উঠিল। তাই যেন এটা সাংঘাতিক কথা আৱিষ্কাৰ কৰিলে। এইবাৰ

কথা কোনোপধ্যেই উলাই কৰিবলগীয়া কথা নহয়। সাৰদা পেহীয়ে কৈছিল যেতিয়া এইষাৰ কথাৰ নিশ্চয় দাম আছে। নহলে নুগুনাকৈ কোনো কথাই কেতিয়াও পেহীয়ে কাৰো আগত নকয়। তাইৰ এনেকুৱা লাগিল যেন পৃথিৱীৰ সকলো মানুহকে তাই চিঞৰি চিঞৰি কব—"যক্ষ্মাৰোগ বংশগত নহয়, নহয়, নহয়।"

চোতালৰ আগভাগত দেউতাকে গাত সৰিয়হৰ তেল সানি আছিল গা ধুবলৈ। দেউতাক কোন মুহূৰ্তত নৈৰ ঘাটলৈ যায় তাৰেহে তাই ক্ষণ গণি আছিল। দেউতাকে কান্ধত চুৰিয়া গামোচা লৈ নৈৰ ঘাটলৈ যাত্ৰা কৰোঁতেই তাই পিচ দুৱাৰেদি একে দৌৰে গৈ গাওঁবুঢ়াৰ ঘৰ পালে। গাঁওবুঢ়াই সেই সময়ত গোসাঁই ঘৰত সোমাই দুপৰীয়াৰ প্ৰসংগ গাই আছিল—

"কৃষ্ণ এৰ দেৱ দুঃখহাৰী কালমায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।।"

গাঁওবুঢ়াৰ ঘৈণীয়েক সেই সময়ত বান্ধনী ঘৰত বন্ধা-বঢ়া কৰি আছিল। লখিমীয়ে লক্ষ্য কৰিলে গাঁওবুঢ়াই প্ৰসংগ শেষ কৰি উঠিলেকে বহুখিনি সময় বৈ থাকিব লাগিব। সেইখিনি সময়ৰ ভিতৰতে হয়তো দেউতাক নৈৰ ঘাটৰ পৰা গা-পা-ধুই আহি ঘৰত উপস্থিত হব। তেতিয়া তাই নানান প্ৰশ্নৰ সন্মুখীন! গতিকে তাই বান্ধনী ঘৰত কাম কৰি থকা গাঁওবুঢ়াৰ ঘৈণীয়েকৰ ওচৰলৈ গৈ কলে—'ৰবমাই! ৰবপিতাই আহিলে কবাচোন; সাৰদা পেহীয়ে দেখোন কৈছিল—যক্ষ্মাৰোগ বোলে বংশগত নহয়।"

কথাষাৰ কৈয়েই তাই সাউৎকৰে ঘৰলৈ লৰ মাৰিলে। গাঁও-বুঢ়াৰ ঘৈণীয়েকে ঘটনাটোনো কি ঢং কৰিবলৈকে নোৱাৰিলে। কেৱল গাঁওবুঢ়া গোসাঁই ঘৰৰপৰা ওলাই অহাৰ পিচত কলে—'কবিৰাজৰ ছোৱালী ৰুক্মিণীজনী উকালেও অহাৰ দৰে আছিল আৰু গ'ল। বেহল যাবৰ সময়ত কৈ গ'ল বোলে ৰবমাই, ৰবপিতাই

আহিলে কৰা যক্ষ্মাৰোগৰ বংশগত নহয়। কথাষাৰ বোলে তাইক কাহানিবা কৈছিল সাৰদা পেহীয়ে।"

গাওঁবুঢ়াই কিছু সময় তভক মাৰি ৰ'ল। প্ৰসংগ সংগতি বিহীন কথাষাৰ চাগে প্ৰথম অৱস্থাত বুজিবলৈ টান পাইছিল। পাচে ক্ষণিক পিচতেই গোটেই ঘটনাটো মনলৈ অহাত হে-হে কৈ হাঁহিবলৈ ধৰিলে। পাৰ ভাগি যোৱা অন্তহীন হাঁহিৰ প্লাবন—যেন তাৰ শেষ নাই!

( ৭ )

সন্ধিয়া পৰত গাঁওবুঢ়াই সাৰদা পেহীৰ ঘৰ পালে। পেহীটিয়ে সেই সময়ত তুলসীৰ তলত মিঠাতেলৰ বন্তি জ্বলাই 'তুলসী চৰিত' পঢ়ি আছিল। গাঁওবুঢ়াই পেহীটিৰ পিচফালে চাবি এখন পাৰি বহি পৰিল। পেহীটিয়ে পুথি পঢ়ি উঠি ভগৱন্তলৈ চাই সেৱা জনালে। গাঁওবুঢ়াইও সেৱা জনালে। পেহীটিয়ে প্ৰসাদৰ শৰাইখন হাতত লৈ পিচফালে ঘূৰিচাই গাঁওবুঢ়াক চাবিখনতে বহি থকা দেখা পাই আচৰিত হৈ সুধিলে—"বাঘ হৰিণে খায়েই মাৰিলাহেঁতেন! কৰ পৰানো কি মন কৰি আহিলা?"

গাঁওবুঢ়াই আগমণৰ সবিশেষ কাৰণ কলে। পেহীটিয়ে কিছু সময় তভক মাৰি থাকি কলে—"এই বিয়া হোৱাত কোনো বাধা নাই; ৰবা মই প্ৰমাণ দিছো।" এই বুলি কৈয়েই পেহীটি ভিতৰলৈ গ'ল। খুচৰি খুচৰি এজাপ চিঠিৰ মাজৰপৰা এখন চিঠি বাহিৰ কৰি আনিলে ঃ বিদ্যুৎকৃষ্ণই পেহীটিলৈ লিখা চিঠি।

বিদ্যুৎকৃষ্ণ পেহীটিৰ একমাত্ৰ ল'ৰা। তেতিয়া তেওঁ কলিকতাত ডাক্তৰী পঢ়ি আছিল। বিদ্যুৎকৃষ্ণই পেহীটিলৈ প্ৰায়েই চিঠি লিখে—গাঁৱত কিবিলাক কু-সংস্কাৰ আছে, চিকিৎসা বিভ্ৰাত হৈ কিমান মানুহ অকালতে মৃত্যুৰ মুখত পৰিছে; মানুহৰ মাজত যে একোটাহঁত ভ্ৰান্ত ধাৰণাই কেনেদৰে সমাজখন কুৰুকি কুৰুকি শেষ কৰি দিছে। এখন চিঠিত তেওঁ লিখিছিল—"যক্ষ্মাৰোগক যদিও মানুহে বংশগত ৰোগ বুলি ভাবে, ই আচলতে বংশগত ৰোগ

নহয় ; সংক্ৰামক ৰোগহে। ৰোগৰ বীজাণু থুই-খেকাৰ আদিৰ জৰিয়তে সোঁচৰে। কিন্তু এই কথা গাওঁবোৰতেতো নেজানেই চহৰবোৰতো ভালদৰে নেজানে। যক্ষ্মাৰোগৰ চিকিৎসা ওলাইছে—তাৰ সম্পূৰ্ণ ব্যৱস্থা চৰকাৰে হাতত লৈছে যাতে কোনো মানুহ যক্ষ্মাৰোগত ভুগি ভুগি মৰিব নেলাগে। কিন্তু গাঁৱৰ মানুহে এটি ভ্ৰান্ত ধাৰণাকে মূৰত লৈ এই বেমাৰ হোৱা লোকক এঘৰীয়া কৰে। বিয়া বাৰুৰ ক্ষেত্ৰতো সমস্যা—যক্ষ্মা হোৱা মানুহৰ ঘৰৰ ছোৱালী নিবলৈ আহিবই বা কোন? যক্ষ্মাহোৱা মানুহলৈ ছোৱালী দিবলৈ আহিবই বা কোন?.... .... .... ।"

( ৮ )

গাঁওবুঢ়াৰ অন্তৰখন শৰৎকালৰ মেঘমুক্ত আকাশখনৰ দৰে লাগিল। তাত যেন বিদ্যুৎকৃষ্ণ নামৰ পূৰ্ণ চন্দ্ৰ এটিয়ে আকাশখন পোহৰ কৰি পেলাইছে। এই পোহৰত এহাল ডেকা-গাভৰুৱে এটি নতুন সত্য আবিষ্কাৰ কৰি মৰমতে এজনে আনজনক সাবতি ধৰিছে। সেইবাবেই চিঠিখন লৈ গাঁওবুঢ়া বেগা বেগিকৈ কবিৰাজৰ ঘৰলৈ বুলি বাওনা হ'ল। তেওঁ যেন যৌৱনত উঠিহে গ'ল। কোনটো পলকত সেইখিনি পালে গমেই নেপালে।

কবিৰাজে বিদ্যুৎকৃষ্ণৰ চিঠিখন নিজচকুৰে পঢ়ি চালে। নিজৰ অজ্ঞতাৰ বাবে তেওঁৰ খিক্কাৰ আহিল। এৰা! সুচিকিৎসক বুলি গোটেই অঞ্চলটোতে তেওঁৰ এক বিশেষ নাম আছে। কিন্তু অকল 'সুশ্ৰুত আৰু চৰক সংহিতা'ৰ কথাবোৰকে ধৰি থাকিলেতো নহব? আধুনিক চিকিৎসাই ক'ত কি অসাধ্য সাধন কৰিছে, ক'ত কি পৰীক্ষা-নিৰীক্ষা কৰিছে তাৰো খবৰ ৰাখিব লাগিব। কিন্তু ইয়াৰ খবৰ লব কোনে? গাঁৱৰ কবিৰাজমখাই নো কৰিব কি? গাঁৱৰ মানুহবোৰৰনো খবৰ ক'ত? চৰকাৰেহে ইয়াৰ ব্যৱস্থা লব লাগে। "দুয়োটা চিকিৎসাকে একত্ৰিকৰণ কৰিব লাগে—তেহে হব উপযুক্ত

চিকিৎসা.... ...." কবিবাজে মনৰ ভিতৰতে বাৰে বাৰে কথাষাৰ উপলব্ধি কৰিলে।

( ৯ )

যথা সময়ত বৰ ধুম ধামেৰে লখিমী আৰু ৰাধাকান্তৰ বিয়া-খন হৈ গ'ল—ঢোলে-দগৰে, গায়নে-বায়নে, ক্ষমতা আকাশ বাজীৰে আৰু ক'ত কি? অৱশ্যে প্ৰথমতে দুই-এজনে ৰাধাকান্তক বাধা দিছিল—"তই উজনি মুলুকৰ ল'ৰা হৈ ভাটিমুলুকত বিয়া কৰোৱাৰ প্ৰয়োজন কি.. ... ...... ?" ৰাধাকান্তই কিন্তু সেইবোৰ কথাত কোনোপধ্যে কৰ্ণপাত নকৰিলে।

লখিমীৰ পৰশত ৰাধাকান্তৰ সংসাৰখন দিনক দিনে সোণত সুৱগা চৰা হ'ল। তেওঁ যেন অন্তৰত এক পৰম বল পালে। সংস্কৃত পণ্ডিতে এনেয়ে কোৱা নাই—'গৃহিণী গৃহম্ উচ্যতে।' অকল ঘৰকেইখ ঘৰ নোবোলে, গৃহিণীক হে ঘৰ বোলে। গৃহিণীৰ সৈতে একত্ৰহে পুৰুষে পুৰুষাৰ্থ উপভোগ কৰে। কিন্তু গৃহিণী যদি পুৰুষাৰ্থৰ প্ৰতিকূলে হয়? তেতিয়া?... ....... ?

এই প্ৰসংগত ৰাধাকান্ত কিন্তু পৰম সৌভাগ্যবান। লখিমীৰ কাৰণে তেওঁ এক নতুন জীৱন পালে। কিন্তু বিদিনাখন তেওঁ গম পালে যে এই শুভ সংযোগৰ অন্তৰালত এজনী একেবাৰে সাধাৰণ তিৰোতাৰ জীৱনযোৰা মহত্ব ও ত্যাগ লুকাই আছে—সিদিনাখন ৰাধাকান্ত জীৱনত প্ৰথমবাৰৰ বাবে আচৰিত হৈ উঠিল।

কোন সেই নাৰী ?

—অবৈধব্য হৈও বৈধব্য দুঃখ বুকুত সামৰি এক চৰম দুৰ্জয়ক মূৰ পাতি লৈ অথচ একমাত্ৰ মনৰ জোৰতে নিচলা পুত্ৰক সুপুত্ৰ কৰা—ভাটি মুলুকৰ সাৰদা সেহী!

---

# ঘঁাৰ কাপোৰৰ আঁৰত ঃ দ্বিতীয় পৰ্ব্ব (ক)

( ১ )

সিঙৰি নৈ খনৰ ইপাৰ আৰু সিপাৰ।

দুয়োপাৰ একেই; তথাপি নৈখনে যেন দুয়োটা পাৰকে দুটা সুকীয়া মুলুকত ভাগ কৰিছিল। নৈখনৰ পূব পাৰৰ মানুহবিলাকক উজনি মুলুকৰ লোক, আৰু পশ্চিম পাৰৰ মানুহবিলাকক ভাটি মুলুকৰ লোক বোলা হৈছিল।

একেখন নৈ, একেখন সাঁকো, একেটা পাৰঘাট, এ নখন নাও। তথাপি পূব পাৰৰ লোকসকল পুৰণি কালৰে পৰা শিক্ষা দীক্ষাত কিছুদূৰ আগবঢ়া আছিল বুলিয়েই কিজানি উজনি মুলুকৰ লোক বুলিছিল আৰু কিছুপৰিমাণে তেওঁলোকৰ জ্ঞানাভিমানো আছিল। ৰাধাকুছি গ্ৰামাঞ্চল উজনি মুলুকৰ কেন্দ্ৰস্থান। ভাটিমুলুকৰ মানুহবোৰ শিক্ষা দীক্ষাত কিছুদূৰ পিচ পৰা বিধৰ আছিল কাৰণে ৰাধাকুছি গ্ৰামাঞ্চলৰ মানুহবিলাকে সততাই তাত বিয়া বাৰু কৰাবলৈ মন নকৰিছিল। ৰাধাকান্তই কিন্তু লখিমীক বিয়া কৰাই এক অনিৰ্ব্বন্ধ নিয়ম প্ৰবৰ্ত্তন কৰিলে। কাৰণ ৰাধাকান্তৰ বিয়াৰ পিচৰে পৰা উজনি মুলুকৰ কেবাজনো ডেকাই ভাটি মুলুকত সম্বন্ধ পাতিলে। উজনি মুলুক ভাটিমুলুক বহুদূৰ কাষ চাপি গ'ল। ৰাধাকান্তই পেটেপেটে কথাটোত বৰ সন্তোষ পালে। এৰা, বাৰিষা কালত শিঙৰি নৈখন ফেনেফোটোকাৰে বাঢ়ি আহিলে দুয়োপাৰলৈ বাগৰি যায় সমানে; দুই-তিনিদিন পথাৰ বোৰত বানপানী সমানে, পলস পেলাই সমানে; নলী-নলাবোৰ পৰিস্কাৰ কৰি সেই পানীও শিঙৰিৰ বুকুলৈ ঘূৰি

আছে সমানে ; বানপানীৰ অন্ততঃ দুয়োটা পাৰতে খেতি-বাতিও হয় সমানে। তেন্তে, ইপাৰ-সিপাৰ বুলি, উজনি ভাটি মূলক বুলি কিবা এটাৰ ব্যৱধান থকা জানো সমীচিন ? অৱশ্যে ৰাধাকুছি গ্ৰামাঞ্চলত যে সংস্কৃত পণ্ডিত সকলে এসময়ত তল-ওপৰ কৰি আছিল এই কথাষাৰ সুনিশ্চিত। কিন্তু এতিয়া সেই ৰামো নাই, অযোধ্যাও নাই। লাহে লাহে বৃটিচ কুলৰ হাতত দেৱতাকুলৰ ভাষা জ্ঞান, শৌৰ্য্য-বীৰ্য্য সকলোবোৰ পৰাজিত। সেই কাৰণে ই চাগে ৰাধাকুছি গ্ৰামাঞ্চলে দেৱ ভাষাৰ আঁহ ফালি থাকোতে, ভাটি মুলুকত ইংৰাজী শিক্ষাই ক্ৰমান্বয়ে গা কৰি উঠিলে। নহলেনো সাৰদা পেহীৰ দৰে একেবাৰে সাধাৰণৰো সাধাৰণ তিৰোতা এগৰাকীয়ে বিদ্যুৎ কৃষ্ণৰ দৰে ল'ৰা এজনক নিজ হাতেৰে গঢ়িব পাৰেনে ? এয়া জানো সহজ কথা ?

ৰাধাকান্তই লখিমীৰ মুখে সাৰদা পেহীৰ সমস্ত কথাই শুনিবলৈ পাইছিল। কিন্তু লখিমীয়ে কলে বুলিয়েই যে সকলো কথা সত্য হব পাৰে এই কথাত কিন্তু দৃঢ় মত নাছিল। সেই কাৰণে ৰাধাকান্তই সম্পূৰ্ণ ছমাহ কাল উজনিমুলুক ভাটিমুলুক ঘূৰি ফুৰি কথাবোৰৰ সত্যাত চাইছিল। অবশেষত ৰাধাকান্তই নিজে নিজেই মন্তব্য কৰিছিল- "এৰা ; এনেকুৱা এক মহিয়সী যে ভাটিমুলুক হেন ঠাইত জন্ম পালে- সেয়া ভগৱন্তৰ কৃপাদৃষ্টি।"

সাৰদাপেহীৰ জীৱনটোত জীৱনযোৰা কাহিনী আছে। "এই কাহিনী লিপিবদ্ধ হব লাগে—চাৰিওফালে প্ৰচাৰ কৰিব লাগে" ৰাধাকান্তই কথাষাৰ বাৰে বাৰে উপলব্ধি কৰিলে।

সাৰদাপেহী সেই অঞ্চলটোৰ পেহী। ল'ৰা-ডেকা, জীয়াৰী-বোৱাৰী, সকলোৰে এক অবুজ আঁদৰৰ পেহী। পেহীৰ দৃষ্টিত আপোন পৰ একো নাই, লুক-চাক বুলি কোনো কথা নাই ; ভালক ভাল - বেয়াক বেয়া বোলাত কৃপণালি নাই ; মুখত এটা পেটত এটা—পেহীদেউৰ সহ্য নহয়। তাৰ বাবে কোনোবাই তেওঁক সাত পুৰুষক ধৰি গালি পাৰক—কোনো কথা নাই ; পেহীদেৱে কেৰে-

পক্ষে নকৰে। পেহীৰ মাত্ৰ এষাৰেই কথা—"যিদিনাখন সি বুজিব পাৰিব মই তাৰ ভাল চিন্তিছো নে বেয়া চিন্তিছো সিদিনাখন সি নিজেই কান্দিব। যিজনা ঈশ্বৰৰ শক্তি লৈ সি মোক গালি পাৰিছে সেইজনাৰ চৰণ তলত তাৰ মঙ্গলৰ বাবে মই চিৰদিন যে চকুলো মচিছো।"

এয়া আছিল পেহীৰ উক্তি।

ইয়াৰ উপৰি পেহীৰ অন্য এটি গুণো আছিল। পেহীয়ে এটি ধৰ্ম প্ৰসৱ মন্ত্ৰ জানিছিল। প্ৰসূতিয়ে প্ৰসৱ বেদনাত কাতৰ হৈ থাকিলে পেহীয়ে মিঠাতেল অকন জাৰি প্ৰসূতিৰ মূৰত দিয়ে; পিচত মন্ত্ৰৰ বলত নে অন্য কিবা কাৰণত কব নোৱাৰি—প্ৰসূতিয়ে নিৰাপদে প্ৰসৱ কৰে। আৰু কেতিয়াবা প্ৰসূতিয়ে সন্তান প্ৰসৱ কৰাৰ পিচতো যদি বহু সময়লৈ "ফুল" নপৰাকৈ থাকে, পেহীয়ে প্ৰসূতিৰ মূৰৰ চুলিত কিবা এটা কাঁচনি বান্ধি দিয়ে; আৰু আচৰিত কথা—ক্ষণিক পিচতে ফুল সৰি পৰে। পেহীয়ে অৱশ্যে ইয়াৰ অন্তৰালত কি গুপুত ৰহস্য আছে জানিব নিদিয়ে; কোনোবাই সুধিলে ভেকুহি মাৰি কয়—"যা—যা তহঁত শিকিবৰ লায়ক নহয়। সপোনত পোৱা মন্ত্ৰৰ কথা লোকৰ আগত ৰতিব গলে একো দিনাই গুণ নিদিয়া হয়। শিৱ দেৱতাৰ ইচ্ছা হলে তহঁতকো জানিব দিব—যাহ্।"

সাৰদা পেহীৰ গুণ মন্ত্ৰৰ বিষয়ে অৱশ্যে বহুতে বহুধৰণে কয়। উজনি মুলুকৰ মানুহে বোলে "এইবোৰ ফাক্ ফুকতি।" ভাটি-মুলুকৰ মানুহে বোলে "বুজুতাই হে বুজে। পেহীৰ মন্ত্ৰৰ বল নহয়ে দেখোন আমাৰ বোৱাৰ কতৰ ছাৱাল মাকৰ পেটতে মৰি থাকিলহেতেন। পেহীৰ তেল টোপাইহে ৰইখা কৰিলে।" পেহীয়ে অৱশ্যে এইবোৰলৈ কোনো কানসাৰ নকৰে—কাৰো পৰা তামোল চাজি এখনো নলয়। পা-পইচাৰতো কথাই নাই। পেহীৰ মতে সপোনত পোৱা গুণ-মন্ত্ৰেৰে ব্যৱসায় নচলে, ফাক-ফুকতি

নচলে ; শত্ৰু-মিত্ৰৰ মাজত বিচাৰ নচলে। এই বিদ্যা আধ্যাত্মিক বিদ্যা-মানিলে ধান ; নেমানিলে পতান।

ৰাধাকান্তৰ মতে সকল পেহীৰেই নে, গোটেই দেশখন জুৰি এইবোৰ তন্ত্ৰ-মন্ত্ৰই ভৰি আছে। দুই একে সেই বৃত্তিৰে জীৱিকা আৰ্জে ; দুই একে বিনা পইচাই "গুণ নহলেও ধৰ্ম আৰ্জে।" কোনোৱে প্ৰসংশা কৰে ; কোনোৱে বা নিন্দা কৰে। নিন্দুকেও কেতিয়াবা ভৰিত পৰে। ৰাধাকান্তই ভালদৰে জানে এইবোৰ কথা পৰীক্ষা কৰিবলৈ কোনো আগবাঢ়ি নাহে ; হোৱাই নোহোৱাই মন্তব্য কৰে। বিশ্বাসো কৰে, অবিশ্বাসো কৰে। "অযত্না পালিতা কন্যা'ৰ দৰে এবাৰ ওপজে এবাৰ মৰে ; মৰি মৰি আকৌ ওপজে। সতিনীৰ পোৰ দৰে বিশ্বাস অবিশ্বাসৰে গাৰে ভুক্তে শিপা মেলে ; বংশও বাঢ়ে। কেতিয়াও নিঃশেষ নহয়।

কথাবোৰ ভাবিলে ৰাধাকান্তৰ খং উঠি যায়। খং উঠে তাৰ বৈজ্ঞানিক সকলৰ ওপৰত ; খং উঠে তাৰ চৰকাৰৰ ওপৰত। এই বোৰতনো কি আছে — এবাৰ জানো বিচাৰ কৰিছা ? যদি এই-বোৰ সত্য হয়—দেশে ইয়াক হেৰুৱাব ; আৰু যদি মিছা হয় গাৱৰ মানুহে যাতনা পাব। ৰাধাকান্তৰ মতে দেশখনত যত খিমান বেজ বেজালি আছে, সেইসকলক চৰকাৰে ধৰি নিব লাগে কথাৰ প্ৰমাণ চাব লাগে। যদি সত্য হয়—বঁটা দিয়া, দেশে দেশে প্ৰচাৰ কৰা ; যদি মিছা হয় দণ্ড দিয়া, বাটে ঘাটে শুনানি দিয়া। "সচাঁ যদি বঁটা পাব ; মিছা যদি কটা যাব"—এয়ে হব লাগে বিচাৰৰ উত্তম বাট। অন্যথায় —"ইতো নষ্টঃ ততো ভ্ৰষ্টঃ।

সাৰদা পেহী কিন্তু বে-পৰোৱাই—অগ্নি পৰীক্ষালৈও ভয় নাই। এয়াই তেওঁৰ জীৱনৰ মহামন্ত্ৰ— যি মন্ত্ৰৰ বলত অসাধ্যও সাধন কৰে, খঞ্জইও পাহাৰ বাগৰে, অন্ধ হৈও বাট বুলে, বোবা হৈও শাস্ত্ৰ পঢ়ে। এয়াও এক অদ্ভুত কথা— ইয়াকে বোলে স্বাধীন চিন্তা।

( ২ )

পেহীদেউৰ বিয়া হৈছিল জাতিমূলকৰ ৰব পথাৰ পাওঁৰ হৰিকান্ত

মহাজনৰ জগত। হৰিকান্ত মহাজনক সকলোৱে ধনকুবেৰ বুলিয়েই জানিছিল। ব্ৰাহ্মণৰ নিত্য কৰ্ম্ম, পূজা-সেৱা আদিৰ প্ৰতি তেওঁৰ কানসাৰ নাছিল বুলিবই পাৰি; তাৰ পৰিবৰ্ত্তে কাক কেতিয়া কেনেদৰে ঠগ বাজ কৰি দুপইচা সৰহকৈ ঘটিব পাৰে তাৰহে তেওঁৰ নিত্য চিন্তা আছিল। তেওঁৰ গোলাত সেই অঞ্চলৰ মানুহে বাকী নোখোৱাও নাই আৰু তাৰ পৰিবৰ্ত্তে তেওঁৰ হাতত বয় বস্তু, টকা-পইচা মাটি বাৰী নেহেৰুৱা মানুহো নাই। অৱশ্যে উজনি মুলুকত ৰাধাকান্তই গা কৰিব নোৱাৰিছিল— ৰাইজৰ দণ্ডিৰ ভয়ত।

হৰিকান্ত মহাজনৰ প্ৰথম পক্ষৰ ম'ৰা ছোৱালী এহালৰ সৈতে যুৱতী ভাৰ্য্যা থকা বুলি জানিও সাৰদা পেহীৰ দেউতাক দীননাথ পূজাৰীয়ে তেওঁৰ একমাত্ৰ কন্যা সাৰদাক দ্বিতীয়া ভাৰ্য্যা হিচাবে মহাজনলৈ বিবাহ দিবলৈ সিদ্ধান্ত কৰিছিল। এয়া পেহীদেউৰ কপালৰ ফেৰ, নে দীন পূজাৰীৰ কৰ্ম্মৰ দোষ বুজিবলৈ কঠিন। সংস্কৃত পণ্ডিতে এনেয়ে কোৱা নাই—"বহুগুণৰ মাজত এটা দোষ থাকিলে সি গুণ সাগৰত নিমগ্ন হৈ থাকে। অৰ্থাৎ তেওঁৰ দোষ লোক চক্ষুত ধৰা নপৰে। কিন্তু যি কবিয়ে এইষাৰ কথা লিখিলে তেওঁ নেজানে যে একমাত্ৰ দৰিদ্ৰ দোষতে মানুহৰ যাবতীয় গুণ নষ্ট হৈ যায়।"

দীন পূজাৰীৰ জীৱন যুদ্ধতো সেয়াই ঘটিছিল।

পূজাৰীৰ সংসাৰ চলাবলৈ এজনী লাওমূৰা গাই, শিৱলিংগ এজনা আৰু এহালিচা খেতি মাটিৰ বাহিৰে অন্য একোৱেই নাছিল। তাতে আকৌ মাটি-হালিচাৰ পৰা আধিমাটিৰ ধান মুঠিহে পায়; ব্ৰাহ্মণ মানুহ, হালৰ মুঠিত ধৰিব নেপায়। হালোৱা ৰাখি খেতি কৰিবলৈও সামৰ্থ্য নাই। অৱশ্যে দীনপূজাৰীৰ অন্য এটা বিদ্যা ভালদৰে জনা আছিল যদিও, সেই বিদ্যাৰ তেওঁ চৰ্চ্চাহে কৰিছিল, ধন ঘটা নাছিল কাৰণ, সেই বিদ্যা আছিল সূৰ্য্য বিপ্ৰৰ বিদ্যা— জ্যোতিষ বিদ্যা; তেওঁ আছিল চন্দ্ৰ বিপ্ৰহে। "নিজৰ পথ এৰি অন্য পথে ধন ঘটিব গ'লে বিপদ হব পাৰে— এয়া আছিল তেওঁৰ বদ্ধমূল ধাৰণা আৰু দৰিদ্ৰতাৰ কাৰণো আছিল সেইটোৱেই।

মাটি হালিচাৰ আধিমাটিৰ ধানমুঠিৰে দীনপূজাৰীৰ মাক, ঘৈণী-য়েক আৰু একমাত্ৰ কন্যা সাৰদাৰ ভৰণ পোষণ কোনোমতে চলি যায়। পূজাৰীৰ মতে "আকালো নাই, ভৰালো নাই— জমাৰ ঘৰত সদায় শূন্য।" ইয়াৰ উপৰি যজমানি কৰিও পূজাৰীয়ে দুই চাৰিটা পইচা পায় ঠেকাৰ কাম চলি যায়— বিপদে আপদে সহায়ো পায়। ব্যৱসায়ী মনোবৃত্তি নাছিল কাৰণেই চাগে পূজাৰীক সেই অঞ্চলৰ সকলো মানুহে ভালো পায়। দিনবোৰ পাৰ হৈ গৈছিল – গতানুগতিক ভাবে— সুখে দুঃখে। বিপদৰ সম্মুখীন হৈছিল পূজাৰীৰ মাকৰ মৃত্যুৰ পিচতহে। ব্ৰাহ্মণ কুলত মৃতকৰ অশৌচ এঘাৰ দিনতে খেদোৱা নিয়ম; শূদ্ৰকুলত হলে যেন তেন সুবিধা বুজি এঘাৰ দিন, অসুবিধা বুজি এমাহ দিন। দীন পূজাৰীৰ মাকৰ মৃত্যুৰ দুদিন পিচতে অৱশ্যে ওচৰ চুবুৰিয়াই দুই চাৰিটকাকৈ চাঁদা তুলি এঘাৰ দিনীয়া সকামটো সুচাৰুৰূপে সমাধা কৰাৰ কথা উলিয়াইছিল; কিন্তু দীন পূজাৰী খাৰাংখাচ মানুহ। "লোকৰ চাদাঁৰ মুখৰ ছাঁই মাটি গুচুৱাতকৈ মৰি যোৱাই ভাল। পুন্নাম নামৰ নৰকৰ পৰা উদ্ধাৰ কৰোঁতা বুলিয়েই পুত্ৰ শব্দৰ উৎপত্তি। গতিকে পুত্ৰ হৈ মাকৰ মৃত্যুৰ শৰা-ধটো লোকৰ চাদাঁৰ কৰাতকৈ এনেয়ে থকাই ভাল"— এয়াই আছিল দীন পূজাৰীৰ সকলোৰে মুখৰ আগত কৰা উক্তি। সেই বুলি মৃতকৰ শৰাধ নকৰিলে জানো হব? সম্পত্তিৰ ভিতৰতো মাটি হালিচা আৰু গাই গৰু জনীহে মাত্ৰ। দুয়োটাৰ এটা বিকিলেও পূজাৰীৰ জীৱন্তে মৰণ। এনেকুৱা সন্ধিক্ষণত নেভাবো নে ভাবো বুলিও পূজাৰীয়ে বাৰে বাৰে এজন মানুহৰ কথা স্মৰণ কৰিব ধৰিলে—সেয়া হৰি-কান্ত মহাজনৰ কথা। অৱশ্যে হৰিকান্তক সকলোৱে ধনকুবেৰ বুলি-য়েই কয়। পূজাৰীয়ে এই কথামাৰ জানে। ধন-বিত্ত ধাৰে দিলে, ঋণকৰোঁতাই তাকে সুজিব নোৱাৰিলে হৰিকান্ত মহাজনে যে ভেটি-মাটি খান্দে পূজাৰীয়ে সেই কথাও জানে। সেই বুলি মানুহে কিবা হৰিকান্ত মহাজনৰ পৰা ধাৰ ঋণ নোলোৱাকৈ আছেনে? বিপদৰ সময়ত সকলোৱে ত্ৰাণকৰ্ত্তা দেখোন একমাত্ৰ মহাজনেই—লাগ বুলিলেই

"কুৰি পছি" এই মুহূৰ্ত্তে উলিয়াই দিব পাৰে। লোকে খিয়েই নকওঁক লাগিলে, পূজাৰীৰ মনত মানুহজন কিন্তু বেয়া যেন নেলাগে। ধন ঘটিবলৈ যাৰ মন থাকে, সি অলপ— হাত টানি চলিবই লাগিব -তাত বেয়া পাব লগা একো কথা নাই।

পূজাৰীয়ে নিজৰ মনতে কথাষাৰ এবাৰ আলচিলে। সাতে পাচে মহাজনৰ ওচৰলৈকে ধাৰ বিচাৰি যাবলৈ মনস্থ কৰিলে। পূজাৰীয়ে যাবৰ সংগত ওৰে বাটে চিন্তা কৰিয়েই আগবাঢ়িল—"মহাজনে কি বুলিনো তেওঁক ধাৰ দিব? তথাপি—একোকে নেপালে মাটি হালিচাকে বন্ধকীত থব। তথাপি মৃতকৰ শৰাধ হাতৰ ধনেৰে কৰিবই লাগিব। এইবোৰকে চিন্তা কৰি পূজাৰী এটা সময়ত মহাজনৰ আগ চোতালত ঠিয় হ'ল। মহাজনৰ ৰাজহাউলী যেন ঘৰ দুৱাৰ। ঘৰৰ সম্মুখত এখন ডাঙৰ ফুলনি। ফুলনিখন পাৰ হলেই মহাজনৰ বৰ গোলা। গোলাৰ পৰা অহা "হেচাক লাইটৰ"ৰ পোহৰত ফুলনিখনৰ প্ৰতিজোপা ফুল সুন্দৰকৈ দেখা গৈছে। গোটেই হাউলীটোকে বেঢ়ি ছয়-সাত হাত অন্তৰে অন্তৰে একো একো জোপা নাৰিকল গছ। প্ৰতিজোপা নাৰিকলত এশ ডেৰশ পুৰঠ নাৰিকল। "মোক খা" "মোক খা" কৈ ওলমি আছে। হেচাক লাইটৰ পোহৰত নাৰিকল গছৰ দীঘল ছাঁ মহাজনৰ পদূলিত পৰিছে।

আগচোতালৰ একেবাৰে পূব দিশে প্ৰকাণ্ড গোসাঁই ঘৰটো। তাত হেনো শালগ্ৰাম এজনা আছে। মহাজনে নিজে পূজা সেৱা নকৰে যদিও ব্ৰাহ্মণ এজন ৰাখিয়েই মহাপ্ৰভুৰ স্নান কৰায়। কাৰবাৰী মানুহ— এইবোৰ কৰি থাকিবলৈ সময় ক'ত? তথাপি তেওঁৰ এটা নিয়ম আছে— প্ৰতি শুকবাৰে সন্ধ্যা সময়ত ক্ষনিক সময় উলিয়াই নিজ হাতে ভোৰতাল বজাই সপ্তাহত এদিনৰ বাবে হলেও সান্ধ্য প্ৰসংগ কৰে।

সিদিনাখনো শুকবাৰেই আছিল। দীননাথ পূজাৰীয়ে মহাজনৰ নওলামুখতে শুনিবলৈ পালে মহাজনৰ ভোৰতালৰ শব্দ, সান্ধ্য প্ৰসংগৰ ধ্বনি—

"দীনবন্ধু ৰাম দয়াশীল দেৱ।
তুৱা পদ কমল সদায় কৰো সেৱ।।"

দীননাথ পূজাৰীৰ অন্তৰখন হঠাৎ এক বিশেষ ভাৱত 'স্তাকাৰ খাই উঠিল—"হৰি হৰি প্ৰভু! এনেহেন ভক্তিবান পুৰুষ এজনক চকুচৰ-হাহঁতে কুকৰ্থনা কৰে ?" তেওঁ যেন মহাজনৰ চৰণ প্ৰান্তত লেট্টু-সেতু হৈ পৰি কব—"আপুনিয়েই আচলতে পৰমেশ্বৰৰ প্ৰকৃত সন্তান। ইমান ধন বস্তুৰ মালিক হৈও ভগৱন্তৰ ওচৰত ঐশ্বৰ্য্য-বিভূতি বলসমে আত্মনিবেদন কৰিছে—ই কম কথা নে ? আপোনাৰ এই ধন দৌলত পৰমেশ্বৰৰ প্ৰতি অকৃত্ৰিম ভক্তি আৰু ভক্তিলোভী ভগৱন্তৰ স্নেহাশীষৰ অপূৰ্ব স্বাক্ষৰ।"

হৰিকান্ত মহাজনে এটা সময়ত প্ৰসংগ সামৰি গোসাঁই ঘৰৰ পৰা ওলাই আহিল। পূজাৰীয়ে কিভাবে কথাষাৰৰ পাতনি মেলিব ভাবিয়েই পোৱা নাছিল। হৰিকান্ত মহাজন মুখ দেখিলেই গৰ্ভ চিনা মানুহ। পূজাৰীক দেখিয়েই আগমনৰ উদ্দেশ্য বুজি পাবলৈ পলম নেলাগিল। পোন বাটেৰেই আৰম্ভ কৰিলে—"মোৰ নামত মানুহে নানা ভাবে বদনাম ৰতিলেও বিপদত পৰা মানুহক সহায় কৰা মোৰ পিতৃ-পিতামহৰ ধৰ্ম। সেই ধৰ্ম মই আজি পৰ্য্যন্ত পালন কৰি আহিছো। অথচ মানুহে ভাবে মই টকাৰ দোকান পাতি সুত খাইছো— মই আচলতে ধৰ্ম ৰক্ষাহে কৰিছো। মানুহে মোৰ বিপক্ষে কোনে কি ৰটনা কৰে, সেইবোৰ শুনি থাকিবলৈ মোৰ সময় নাই; সেইবোৰলৈ মই কেৰেপ নকৰো। কুকুৰে মানুহক কামোৰাটো কোনো ডাঙৰ কথা নহয়; মানুহে কুকুৰক কামোৰাটোহে ডাঙৰ ঘটনা। মোৰ বিপক্ষে কুৎসাৰটনা কৰা মানুহবোৰ আৰু কুকুৰৰ মাজত মই কোনো পাৰ্থক্য নেদেখো। বিপদত পৰিলে নেজ জোকাৰি উদ্ধাৰ পালে কামোৰ মাৰে। অৱশ্যে সেইবোৰ মানুহ আৰু আপোনাৰ মাজত স্বৰ্গ-মৰ্ত্ত্য তফাৎ। আপোনাক মই ভালদৰে জানো। আপোনাৰ দৰে সাত্ত্বিক-ব্ৰাহ্মণ এজনৰ পৰা এপইচাওঁ মই সুত নলওঁ।

যি পইচা লাগে লব পাৰে ; আপোনাৰ সুবিধা অনুযায়ী ঘূৰাই দিব মাত্ৰ।"

দীনপূজাৰীৰ দুচকুৰে তপ্ তপ্ কৈ চকুলো বাগৰিল। এনেদৰে মহাজনে যে উপযাচি কথাষাৰ কব তেওঁ ভবাই নাছিল। "সেয়া মৃতকৰ ভাগ্য"—পূজাৰীয়ে মনতে কথাষাৰ সুমৰিলে। মহাজনৰ পৰা ৰূপ চাৰিকুৰি হাত পাতি ললে। অন্যখন হাতেৰে কান্ধৰ পৰা গামোচাখন নমাই চকুলো মচি মচি থোকা থুকি মাতেৰে মাথো কলে—"আপোনাক ভগৱন্তই মোৰ বুলিছে। সেয়েহে আপুনি দাঁতা-হোৱাৰ উপযুক্ততা অৰ্জন কৰিছে। মহাপুৰুষে এনেয়ে লিখা নাই—লক্ষ্মীপতি ভগৱন্ত, যাহাৰ প্ৰসন্ন ভৈলা ; তাহাৰ দুৰ্লভ নাই।"

মহাজনে কোনো উত্তৰ নিদি এটি গভীৰ হুমুনিয়াহ কাঢ়িলে। পূজাৰীয়ে দুইহস্ত যোৰ কৰি মহাজনৰ পৰা বিদায় মাগিলে। বিদায় পৰত মাত্ৰ এষাৰ কথাই কলে—"ৰাজলক্ষ্মী সদায় অটুট থাকক।"

(৩)

দীনপূজাৰীৰ মাকৰ বছৰেকীয়া শ্ৰাদ্ধৰ কিছুদিন পিচত হৰিকান্ত মহাজন এদিন আচম্বিতে পূজাৰীৰ ঘৰত উপস্থিত হ'ল। পূজাৰীয়ে সেই সময়ত পিৰালিত বহি নলিহা দৈৰ চাবি এখনৰ বাবে বাঁহৰ কাঠি চাঁচি আছিল। হঠাৎ মহাজনক চোতালত দেখা পাই পূজাৰী বিনামেঘে বজ্ৰপাত পৰা যেন হ'ল। এৰা, এবছৰ পাৰ হৈ গ'ল। মহাজনৰ পৰা ধাৰে অনা ৰূপ চাৰিকুৰি আজি পৰ্য্যন্ত ঘূৰাই দিব পৰা নাই ; ছিঃ লাজৰ কথা। এনেকুৱা অৱস্থাত মহাজনেনো সহ্য কৰে কেনেকৈ? —পূজাৰীয়ে নিজে নিজে চিন্তা কৰি বহি থকা ঠাইতে ক্ষন্তেকলৈ তভক্ মাৰিলে।

মহাজন মুখ দেখিলেই গৰ্ভ চিনা মানুহ। পূজাৰীৰ মুখৰ পকা থেকেৰা যেন লাল বৰণ হঠাৎ কেহেঁৰা ৰং বোল যেন হোৱাত তেওঁৰ বুজিবলৈ আৰু বাকী নেথাকিল। সেয়ে, গল হেকাৰী মাৰি কলে—"চিন্তাৰ কোনো কাৰণ নাই ; টকা বিচাৰি অহা নাই—অন্য

এটা সকামতহে অহা হৈছে।" পূজাৰীৰ মুখলৈ পানী আহিল। একেজাপে পিৰালিৰ পৰা চোতালত থিয় হৈ আৰম্ভ কৰিলে—"আপুনি যে টকা বিচাৰি কাৰো ঘৰত ভৰি নিদিয়ে এই কথা মই জানিছো কিন্তু মই হতভম্ব হৈছো এই কাৰণেই যে— আপোনাৰ দৰে ৰাজ-পুৰুষ এজন মোৰ দৰে চালছিগা ভিকহুৰ ঘৰত আচম্বিতে উপস্থিত। মই হাঁহিমেই, নে কান্দিমেই?"

মহাজনে কথাশুনি ঘক্ ঘক্ কৈ হাঁহি দিলে। হাঁহিৰ প্ৰকম্পনত দীনপূজাৰীৰ চোতালখনৰ দুঃখৰ এন্ধাৰবোৰ যেন টুকুৰা টুকুৰ হৈ পৰিল। পূজাৰীয়ে আথে বেথে বহিবলৈ দি কাষ চাপি সুধিলে— "বোলো কি সকামত বা দুঃখীয়াৰ ঘৰত পদধূলি দি কৃতাৰ্থ কৰিমে? মহাজনে হাঁহি মাৰি কলে— "বোলো দুঃখীয়ানো নহয় কোন? কেনোবা ধনৰ দুঃখীয়া; কোনোবা মনৰ দুঃখীয়া। আচল কথা জানে— যেয়ে সুখী, সেয়ে ধনী।"
পূজাৰীয়ে মহাজনৰ কথাৰ অৰ্থ একো বুজি নেপালে। এক বোবা চাৱনীৰে মহাজনৰ মুখৰ ফালে চাই থাকিল। পূজাৰীয়ে দেখিবলৈ পালে— মহাজনৰ চকুৰে মুখে যেন এক অপূৰ্ব সৌন্দৰ্য্য বিৰিঙি উঠিল। কি যে এক অপূৰ্ব জ্যোতি। বয়সত দুকুৰিৰ দেওনা পাৰ হৈ গৈছে যদিও মহাজন যেন কুৰি বছৰীয়া চফল ডেকাটিহে। মন্ত্ৰ মুগ্ধ সাপৰ দৰে পূজাৰীয়ে মহাজনৰ মুখৰ ফালে ভেবা লাগি চাই থাকিল। এনে সময়তে সাৰদাই কাষত কলসীলৈ নৈৰ পানীত গা ধুই আহি ঘৰত সোমাল। সাৰদা পূৰ্ণ যৌৱনা— হলফল স্তন যুগল, তপিনাত পৰা কিচ্ কিচিয়া কলা চুলিডাৰী, মুখমণ্ডল কাঁচি জোনটিৰ দৰে— যেন এই মাত্ৰ সৰগৰ পৰা খহি পৰা দেৱৰাজ ইন্দ্ৰৰ সভাৰ নৃত্যৰতা অপ্সৰী এজনীহে। ছোৱালীজনী ঘৰত সোমাই চকুৰ আঁৰ নোহোৱা পৰ্য্যন্ত একেথৰে চাই ৰ'ল। পূজাৰীৰ মুখলৈ চাই লাহেকৈ গুৰু গম্ভীৰ স্বৰে মাত লগালে "ছোৱালীজনী আপোনাৰ?" পূজাৰীয়ে কণ্ঠ নকণ্ঠকৈ কলে—"হয় মোৰেই।"
ঃ কলৈ দিছে?

ঃ কাকোকো দিয়া নাই।

ঃ কিয় ? ব্ৰাহ্মণ কন্যা জানো পুষ্পিতা হোৱালৈ ঘৰত ৰাখিব পায় ? তাতে আকৌ আপোনাৰ দৰে জনা শুনা ব্ৰাহ্মণ এজনে ?

ঃ নেপায়। মযো জানো।

ঃ তেনেহলে ?

ঃ সেইবোৰ বহুত কথা। সুবিধা বুজি পিচত কম।

দুয়োজন কিছু সময় মৌন হৈ বহি থাকিল। ক্ষন্তেক পিচত মহাজনে মোলায়ম সুৰত কলে— "মই বহুত কামৰ মানুহ। সময়ৰ কথা সময়ত নকলে পিচলৈ কথাবোৰ পাহৰি যাওঁ— মানে এটা মগজুৰে বহুতো কাম কৰিব লাগে নহয়, আপোনাৰ খাট্টা পত্ৰৰ হিচাপৰ পৰা মাটি বন্ধকীৰ দলিললৈকে। গতিকে আপোনাৰ যদি বিশেষ অসুবিধা নহয় এতিয়াই কথাষাৰ কওঁক, পিচলৈ আৰু নোথোৱাই ভাল।"

পুজাৰীয়ে কিছু সময় কথাষাৰ চিন্তা কৰি চালে। এইষাৰ কথা বহুলোকে তেওঁক বহুদিন সুধিছে ; কিন্তু কাৰো ওচৰতে সচাঁ কথাষাৰ খোলা খুলি ভাবে ব্যক্ত কৰা নাই ? কিন্তু আজি এনেকুৱা এজন মানুহে সুধিছে যিজনে তেওঁক মাতৃ ঋণৰ পৰা উদ্ধাৰ কৰিছিল। গতিকে তেনেকুৱা ব্যক্তি এজনক তেওঁ নোকোৱাকৈ থাকে কেনেকৈ ? সাত পাচ গুণি কথাষাৰ মহাজনক কৈ পেলোৱাটোকে সিদ্ধান্ত কৰিলে। মহাজনেই হয়তো হব তৃতীয়জন ব্যক্তি যাৰ আগত পুজাৰীয়ে কথাষাৰ ব্যক্ত কৰিব।

এই কথাষাৰকে বহুদিন আগতে তেওঁৰ সহধৰ্মীনিয়েও সুধিছিল। তেতিয়া অৱশ্যে সাৰদা পুষ্পিতা হোৱাই নাছিল। ব্ৰাহ্মণ কন্যা পুষ্পিতা হোৱাৰ পূৰ্বে বিয়া নিদিলে পতিতা হয়— এয়া পূৰ্ব পুৰুষৰ প্ৰচলিত নিয়ম। ঘৈণীয়েকে হোৱালীজনীৰ গাৰ গঠন চাই অতি কমবয়সতেই পুষ্পিতা হোৱাৰ পূৰ্বাভাষ পাইছিল। পুজাৰীক কথাষাৰ কয়হে কয়, পুজাৰীয়ে কিন্তু কোনো কানসাৰ নকৰে। কেৱল ভাবে, ভাবে আৰু ভাবে ; ঘৈণীয়েকে এদিন উৰাই ঘূৰাই গালি

পাৰিলে—"হ'ল বুলিনো এনেকুৱা কাণ্ডজ্ঞানহীন লোক ভাবস্তত জন্মেনে? লাউপুলিটো কলেও গিৰিহঁতে দুদিন পিচত হেন্দালী দিয়ে। ছোৱালীৰ বয়স কিবা বৈ থাকেনে? উঠঃ ছোৱালীয়ে নৈৰ বঢ়া পানীয়ে সমান— কেতিয়াকে পাৰ বাগৰে কোনে জানে?"

পূজাৰীৰ সিদিনাখন সহ্য নহ'ল। ঘৈণীয়েকৰ কথাকেইষাৰে কাণত ঠহৰ্ ঠহৰ্ কৈ বিন্ধিব ধৰিলে। উপায়ান্তৰ হৈ সকলো কথা খোলা-খুলি ভাবে কলে—"সাৰদাৰ জীৱনত জন্মগত অভিশাপ। তাইৰ জন্ম কুণ্ডলীত বিষ-কন্যা যোগ পৰিদৃষ্টি হৈছে। লগ্নৰ নবম ভাগত মঙ্গল, পঞ্চম ভাগত ৰবি আৰু লগ্নত শনি গ্ৰহ থাকিলে তাক বিষ-কন্যা যোগ বোলে। এই ছোৱালীৰ লগত যি পুৰুষৰ বিবাহ হয়, সেই পুৰুষ বিবাহৰ পিচত বিষকন্যাৰ সংযোগৰ ফলত লাহে লাহে শ্ৰীহীন হয়; নানান ৰোগত আক্ৰান্ত হয় আৰু অকালতে মৃত্যু বৰণ কৰে। বিবাহৰ পূৰ্বৰাগত নৌসজোতেই অকাল বৈধব্য বৰণ কৰে। সাৰ-দাৰো কপালত তাৰেই লিখন"—এই বুলি কৈয়েই পূজাৰীয়ে হুক্ হুকাই কান্দি দিছিল। কথা শুনি ঘৈণীয়েকে মনত সাহস বান্ধি সান্ত্বনা দিছিল—"সেইটোওনো কথা হ'ল নে? তুমি দেখোন নিজেই জ্যোতি-ষৰ পণ্ডিত। লগ্নত চন্দ্ৰ বহুৱাই, সপ্তম ভাগত বৃহস্পতি ৰাখি, নবমত অন্য কিবা তুঙ্গী গ্ৰহ ৰাখি সোঁৱৰণীখন ধুনীয়াকৈ সজাব নোৱাৰিবনে?" —কথা শুনি পূজাৰীয়ে একো উত্তৰ দিয়া নাছিল। বাহিৰলৈ ওলাই গৈছিল। সাঁজ লাগিবৰ সময়ত ঘৰলৈ ঘূৰি আহি পোনচাটেই শেতে-লিত দীঘলহৈ পৰি মাত্ৰ এষাৰ কথাই কৈছিল— "তোৰ হাতে আজিৰ পৰা অন্নজল গ্ৰহণ কৰা শেষ। সহধৰ্মীনি হৈ স্বামীক ধৰ্মভ্ৰষ্ট হবলৈ উপদেশ দিলে ব্ৰহ্মবধৰ সমভাগী হয়।" ঘৈণীয়েকে পূজাৰীৰ অন্ত-ৰৰ কথা বুজি পাইছিল। পিচদিনাখন কুলপুৰোহিত বাপুটি দেউক মাতি আনি একধেনু প্ৰায়শ্চিত্ত হৈ ভবিষ্যতলৈ স্বামীগুৰুক তেনে অনু-ৰোধ নকৰিবলৈ শপত খাইছিল।

( ৪ )

পূজাৰীৰ মুখে সকলো কথা শুনি বুজি হৰিকান্ত মহাজন কিছুসময়

তন্ত্ৰক মাৰি ব'ল। পিচত বৰ সন্তৰ্পনে সুধিলে—"বিষকন্যা যোগৰ পৰা নিস্তাৰ পোৱাৰ কোনো উপায় নাইনে?" পূজাৰীয়ে নৈৰাশ্য ভাৱেই উত্তৰ দিলে—"উপায় এটা আছে। কিন্তু কিমানদূৰ কৃতকাৰ্য্য বিধাতাইহে জানে। শাস্ত্ৰত উল্লেখ আছে—বিষকন্যা যোগত ওপজা কন্যাই সাবিত্ৰী ব্ৰত পালন কৰি কিম্বা অশ্বত্থ গছ পূজা কৰিলে দেবদোষ খণ্ডন হৈ যায়। পত্নীয়ে পতীক দীৰ্ঘজীবি কৰিব পাৰে। কথা শুনি মহাজনে উল্লাসিত হৈ কলে—"তেন্তে আপুনি আপোনাৰ কন্যাৰ হতুৱাই সেই ব্যৱস্থা নকৰাই কিয়?" পূজাৰীয়ে বিমৰ্ষ হৈ উত্তৰ দিলে— "ব্যৱস্থা কৰালেই জানো হব? দৰা পোৱা যাব ক'ত? এই অঞ্চলত সকলোৱে জ্যোতিষক বিশ্বাস কৰে। সোঁৱৰণী নোচোৱাকৈ বিবাহ কৰাৰ প্ৰশ্নই আহিব নোৱাৰে। সোঁৱৰণী চালে আচল কথাষাৰ ওলাই পৰে। এনেয়ে বিষকন্যা যোগ তাতে আকৌ বামুণৰ ঘৰৰ পূতিপতা কন্যা।" মহাজনে হেঃ হেঃ হেং কৈ হাঁহি কলে— "দৰাৰ কথা আপুনি চিন্তা নকৰিব। আপুনি মোৰ পৰম বন্ধু মানুহ। সেই দায়িত্ব মোকেই দিয়ক। ইফালে দিনে দিনে আপুনি বুঢ়া হৈও আহিছে— দৰা বিচাৰি ফুৰিবনো ক'ত? আপুনিয়ে নিশ্চয় কৰিবলৈ গধূলিলৈ মোৰ ঘৰলৈকে এপাক যাব। দুয়ো মিলি দৰাৰ বিচাৰ কৰিম।" এই বুলি এক নাটকীয় ভঙ্গীৰে কথাখিনি শেষ কৰি ততাতৈয়াকৈ মহাজনে বিদায় ললে। পূজাৰীৰ দন্ত বিহীন মুখমণ্ডলত এমোকোৰা মধুৰ হাঁহি বিৰিঙি উঠিল।

( ৫ )

এক অবুজ আশাৰ অনুসন্ধানত দীন পূজাৰী সন্ধিয়ালৈ মহাজনৰ হাউলীলৈ ওলাল। যোৱাৰ আগতে ঘৈণীয়েকক সকলো কথা ভাঙি পাতি কলে। ঘৈণীয়েকে পৰম আশাৰে কলে—"হবও পাৰে। সেইবোৰ হাত দীঘল মানুহৰ কথাই বেলেগ। ভগৱন্তৰ কৃপাগুণেহে তেওঁৰ লগত আমাৰ সম্পৰ্ক ঘটিছে।" ঘৈণীয়েকৰ কথা শুনি পজাৰীৰ মনটোত পৰম বল পালে। মনতে সুমৰিলে— "হাজাৰেই হওঁক মাকৰ মন।"

সন্ধিয়া পৰত পূজাৰী মহাজনৰ ঘৰ পালেগৈ। মহাজনৰ ঘৰ পোৱাৰ দুনল বাটতে হঠাৎ মানুহ এজন গায়ে মূৰে চুৰিয়াখনৰ এলোচ উৰি পূজাৰীৰ গাষেৰে সাউৎকৰে পাৰ হৈ গ'ল। পূজাৰীৰ ফালে মানুহজনে কেৰাহিকৈয়ে নেচালে। পূজাৰী কিছুসময় থিয়হৈ থাকি মানুহজনৰ গতি বিধি নিৰীক্ষণ কৰিলে। মহাজনৰ গোলাৰ পোহৰ যিমান দূৰলৈকে পৰিছিল, মানুহজন সিমান দূৰলৈকে মণিব পৰা গ'ল। পোহৰ শেষ হোৱা অংশত মানুহজন এন্ধাৰৰ লগত মিল হৈ গ'ল। পূজাৰীয়ে মানুহজন যোৱাৰ ফালে বহু সময় চাই থাকি অনুমান কৰিলে— সেয়া যাক বাপুটি হোৱা হলে তেওঁক দেখোন মাত লগালেহেঁতেন।

পূজাৰী অলপ বিস্মিত হ'ল। এনেতে হৰিকান্ত মহাজন ঘৰৰ পৰা ওলাই আহি পূজাৰীক আগবঢ়াই নিলে। চাহ-জলপানেৰে আপ্যায়িত কৰিলে। সেয়া যেন দ্বাৰকাপতিৰ ঘৰত বিপ্ৰদামোদৰহে পূজাৰীয়ে নিজৰ মনতে নিজে নিজে আলচ কৰি স্বৰ্গসুখ পালে। কিন্তু ক্ষন্তেক পিচতে পূজাৰীৰ মূৰৰ ওপৰত সৰগ ভাঙি পৰিল; বিনামেঘে বজ্ৰপাত হ'ল; মূৰ আচন্দ্ৰাই কৰিলে; চন্দ্ৰ সূৰ্য্য গ্ৰহ-নক্ষত্ৰ পৃথিৱী সহ পূজাৰীৰ চাৰিওফালে আবৰ্ত্তন কৰা যেন লাগিল-চাহ জলপানৰ অন্তত মহাজনে যেতিয়া মিচিকিয়া হাঁহি মাৰি দৰাৰ সম্ভেদ দিলে। অশেষ ধৈৰ্য্য গোটাইহে পূজাৰীয়ে মহাজনৰ পৰা কঁপা কঁপা হাত ভৰিৰে বিদায় ললে ঃ মহাজনৰ কথাৰ উত্তৰ একোকে নিদিলে।

তেতিয়া সাজ ভাগি ৰাতিৰ গভীৰ অন্ধকাৰলৈ সময় আগবাঢ়ি যোৱাৰ জাননী দিছিল এন্ধাৰতে ধিমিক্ ধামাক্‌কৈ জ্বলি থকা কণ কণ জোনাকী পৰুৱাবোৰে। সেই জোনাকী পৰুৱাৰ পোহৰকে আশ্ৰয় কৰি বাট বুলি বুলি কোনটো মুহূৰ্তত ঘৰত প্ৰবেশ কৰিলে পূজাৰীয়ে গমকে নাপালে। হাত-ভৰি নোধোৱাকৈয়ে শেতেলিত দীঘল দি পৰিল। ঘৈণীয়েকে শুনাকৈ এক অবাঞ্চিত মাতেৰে কলে—"আমাৰ আজিনৈ উপবাস!" ঘৈণীয়েকে তেওঁৰ এই উপবাসৰ অৰ্থ একোকে

নুবুজিলে। তেওঁ এবাৰ উপবাস'' বুলি কলে যেতিয়া ঘৰখনৰ বাকী থকা প্ৰাণী দুটাৰ অন্ন-জল গ্ৰহণ কৰাৰ কোনো অৰ্থ নাই— এইখন ঘৰত ঘৰৰ মুৰব্বীজনক বিনাকথাতে লঘোণে ৰাখি বাকীবোৰে এসাজ খোৱাৰ সাতপুৰুষত নিয়ম নাই।

আখলৰ তলৰ জুই কুৰাত ঘৈণীয়েকে এবাতি চেচাঁ পানী ঢালি দিলে। জ্বলি থকা জুইকুৰা চিঁ চিঁ শব্দ কৰি নুমাই গ'ল। ঘৰটো প্ৰায় এন্ধাৰ হৈ পৰিল। কেৰাচিন তেলৰ চাকিগছি এজনীয়ে ফুক মাৰি নুমাই পেলোৱাত মুহূৰ্তৰ ভিতৰতে গোটেই ঘৰটো যেন অন্ধকাৰৰূপী কালৰাক্ষসীয়ে গ্ৰাস কৰিলে। কোনেও কাকো একো নোকোৱাকৈ নিজৰ নিজৰ শেতেলি ললে। মাজনিশা সাৰদাজনী টোপনিত লাল কাল দিয়া যেন ভাবি পূজাৰীৰ ঘৈণীয়েকে হাতত সাৰে ভৰিত সাৰে আহি গিৰিয়েকৰ ভৰি পথানত বহি পৰিল। পূজাৰীৰ চকুতো টোপনি নাছিল। ঘৈণীয়েকৰ পদ চালনাত তেওঁ সকলো কথা বুজি পাইছিল। তথাপি স্বামীত্বৰ অধিকাৰেৰে সকলো কথা হেচাঁ মাৰি ৰখাৰ মানসেৰে গল হেঁকাৰি মাৰি কলে— "চকুত টোপনি নোহোৱা হৈছে নেকি?" ঘৈণীয়েকে পূজাৰীৰ কথা নুশুনা ভাওঁ জুৰিলে। ক্ষন্তেক সময় মনে মনে থাকি লাহেকৈ সুধিলে— "যাবৰ সময়ত দেখোন হাঁহি মুখেই যোৱা দেখিলো। ঘূৰি আহিবৰ সময়তনো কি হ'ল? কিবা অথন্তৰ ঘটিল নেকি?"-

পূজাৰী কিছু সময় মনে মনে থাকিল। ঘৈণীয়েকে একেটা কথাকে বাৰে বাৰে সোধাত বিতৃষ্ণাৰে কলে— "ভগবন্তই আমাৰ লগত শত্ৰু শাধিলে।" —এইবুলি কৈ পূজাৰী শোৱাৰ পৰা উঠি শেতেলিখনতে বহি ললে। তাৰ পিছত বৰ সন্তৰ্পণে লাহে লাহে সকলো কথা ভাঙি পাতি কলে। কথাশুনি ঘৈণীয়েকে হুকহুকাই কান্দি দিলে। কান্দি কান্দিয়ে কবলৈ ধৰিলে— "দেহি ঐ। সেই অঙ্গ বুঢ়াজনক জোঁৱাই বৰিবলৈহেনো মই তাইক জনম দিলোনে? আইজনীক দকা দিয়া যমে নিয়ক, তথাপিটো সেই আলৰ বুঢ়াজনলৈ মোৰ

বুকুৰ আগমণ্ডহ টুকুৰা দিব নোৱাৰো। বেটা ধনকুবেৰ। অজ বুঢ়াহে মোৰ ফুল-কুমলীয়া ছোৱালীত আশ। কুকুৰ চালা।"

পূজাৰীয়ে ঘৈণীয়েকক মনে মনে থাকিবলৈ ফুচ্‌ফুচাই কলে। তেওঁৰ মনত ভয়— যদিহে সাৰদাই মাকৰ কন্দোনত সাৰ পায় যায়— আৰু যদি সকলো কথা বুজি পায়— তেতিয়া কি হব? ঘৈণীয়েক কিন্তু কোনো কথাতে সৈমান নহ'ল। এবাৰ মুখখুলিলে যেতিয়া উপায় নাই। আকৌ কান্দি কান্দি কবলৈ ধৰিলে— "মই আগতেই জানিছিলো, সেই পাইৰ কটিত দোল দি টনা জনে যে আমাক ইমান লেৰেলা সাদৰ দেখুৱাইছে, ইয়াৰ মূলতে নিশ্চয় কিবা জাল-জুৱাচুৰী মোকৰ্দ্দমা আছে। বেটাৰ এতিয়াহে মনটো বুজিলো— মোৰ ফুল-কুমলীয়া ছোৱালীত আশা। তাই ঘৰ বুঢ়ী হৈ লোকৰ ঘৰে কাউৰী খেদি খাব, দৰ্কাৰ হলে মাগি খাব— তথাপিতো সেই বুঢ়াজনলৈ নিয়া নহব।"

[ ৬ ]

সিফালৰ কোঠাটোত সাৰদাই সকলো কথা শুনি আছিল। ৰাতিপুৱা হৰিকান্ত মহাজন সিহঁতৰ ঘৰলৈ উপযাচি অহাৰে পৰা তাইৰ মনটো কিবা এক অজান আশঙ্কাত সচকিত হৈ আছিল। পূজাৰী আৰু মহাজনে পতা সকলো কথাৰ বুজ পাইছিল। এতিয়া তাই ভবা কথাই সচা হ'ল। মনৰ বাঘে খালেও খোৱা, বনৰ বাঘে খালেও খোৱা। নিজৰ ভাগ্যৰ কথা সুমৰণ কৰি মনে মনে তাই চিন্তা কৰিছিল: তাই এতিয়া কি কৰিব? মাকৰ লগতে যদি কন্দা কটাত উজান দিয়ে, সেই ৰাতি ঘৰখনত কাৰো শোৱা নহব। লগতে বাপেকেও যোগ দিলেতো কথাই নাই— গোটেই গাওঁৰ মানুহবিলাকে চাৰি পাতি এৰি কাণ্ডক পিচতে ভৰি পৰিব। মুহূৰ্ত্তৰ ভিতৰতে চাৰিও ফালে বৌজাল-বৌজাল— তেতিয়া তাই কি কৰিব?"

ক্ষন্তেক সময় মৌন হৈ থাকি তাই শেষ সিদ্ধান্তত উপনীত হ'ল— এই সমস্যাৰ সমাধান তাই যি কোনো উপায়ে কৰিবই লাগিব। অন্ততঃ চিৰদিন সন্ততাৰ ভেটিতে জীৱনটো কটাই দিয়া; অকল "শিৱ লিংগ" জনাকেই জীৱনৰ পৰম আশ্ৰয়ৰ স্থান বুলি বিবেচনা কৰা; জ্যোতিষ শাস্ত্ৰৰ সিদ্ধান্তকে চৰম সিদ্ধান্ত বুলি সকলো কথাতে নিৰ্ভৰ কৰা, দেউতাক দীন পূজাৰীৰ মুখলৈ চাই এই সিদ্ধান্তত উপনীত হ'ব।"

চাৎকৰে আকাশত নেজাল তৰা এটি আবিৰ্ভাব হোৱাৰ দৰে বাঁহৰ দুৱাৰখন খেৰেক কৰে শব্দ কৰি মাক দেউতাকৰ সন্মুখত তাই সাক্ষাৎ আই ভগৱতীৰ দৰে থিয় হ'ল আৰু দৃঢ় কণ্ঠে কবলৈ ধৰিলে— "পিতাই! মোৰ কোনো আপত্তি নাই। মহাজনৰ লগত বিয়া সোমাবলৈ মই ৰাজী আছো।"

সাৰদাক সেই মুহূৰ্তত তেনেদৰে দেখি আৰু তাইৰ মুখৰ দৃঢ় প্ৰতিশ্ৰুতি শুনি মাক বাপেক দুয়ো স্তম্ভিত হ'ল। মাকৰ কান্দোন বন্ধ হ'ল। দেউতাকে থোকা-থুকি মাতেৰে কলে— "আই সাৰদা। তই বাৰু সজ্ঞানে আছনে?"

সাৰদাই পুনৰ দৃঢ় কণ্ঠেৰে কলে— "শুনা পিতা! তুমি মানুহৰ ভাগ্য গণনা কৰি কৰি নিজৰ ভাগ্য গণিব নেপালা। সেই কাৰণে 'বিষকন্যা' ঘৰতেই পালা। এয়া তোমাৰো কৰ্ম্মফল, মোৰো কৰ্ম্মফল। তোমাৰ কৰ্ম্মফল আজিৰ পৰা শেষ হ'ল, এতিয়া মোৰ কৰ্ম্মফল বাকী। সেই হেতুকে, মই সেই ধনকুবেৰজনক স্বামী বৰিবলৈ কোনো আপত্তি নাই।" মাকে সাৰদাক দুই বাহুৰে ডিঙি-টোত সাবতি ধৰি কান্দি কান্দি কলে— "আই অ' সাৰদা! তই লোকৰ ঘৰত কাউৰী খেদি খাবি, তথাপিতো সেইজনক সপোনতো নেভাবিবি আই।"

সাৰদাই আগতকৈ দৃঢ় কণ্ঠেৰে কলে— "মোৰ কপালৰ ফেৰত সেই লোকৰ তেজ পি, পি ঘাগৰীয়ে ঘাগৰীয়ে টকা জমা কৰা বুঢ়া

ধনকুবেৰজনক যদি স্বামী বঢ়িব লাগে আৰু মোৰ বিষকন্যা যোগৰ ফলত সি যদি মৰিব লাগে ; তেন্তে সেয়া মোৰ ভাগ্যৰ দোষ বুলি কেতিয়াও নেভাবো। বৰং পুণ্যৰ ফলহে বুলিব লাগিব। মহাজনলৈ মোক দিলে তোমালোকৰ মহাপুণ্য হব। কিজানিবা মোৰ ভাগ্যৰ কাৰণেই এই অঞ্চলৰ দুঃখীয়া মানুহৰ তেজপিয়াটোৱে তেজ বমি কৰি অকাল মৰণ বৰণ কৰে।"

পূজাৰী আৰু ঘৈণীয়েকে একো উত্তৰ দিব নোৱাৰিলে। সাৰদা এইবাৰ আগতকৈ শান্ত হ'ল। লাহে লাহে তাই দেউতাকৰ কোলাত মূৰটো গুজি কলে – "জানা পিতাই! তুমি পণ্ডিত মানুহ। তোমাক বুজাবলৈ একো নাই। তথাপি তোমাৰ কন্যা হিচাবে এষাৰ কথা মই বুজি পাইছো— কৰ্ম্মৰ লগত মানুহৰ জন্ম বন্ধা থাকে। কাৰো জনম বিফলে নেযায়। ভাগ্যৰ দোষ মহৎ কাৰ্য্য সাধনৰ অন্তৰায় হে মাথোন। কিজানিবা মোৰো জনম কিবা মহৎ কাৰ্য্য সাধনৰ বাবে ? কোনে জানে ? বিধিৰ বিধান কোনেনো খণ্ডাব ? বিধিৰ বিধান কোনেনো বুজিব ?" – একে উশাহতে কথাখিনি শেষ কৰি তাই উচুপি উচুপি কান্দি উঠিল।

পূজাৰীয়ে তাইৰ মূৰটো দুহাতেৰে পিহি পিহি মৰমসনা মাতেৰে কলে— "ধন্য ! ধন্য ! মোৰ আই ! বাবা ভোলানাথৰ কৃপাগুণেহে তোৰ দৰে কন্যাৰত্ন মই লাভ কৰিছো।"

## !! আঁৰ কাপোৰৰ আঁৰত দ্বিতীয় পৰ্ব্ব— ৰ !!

( ১ )

বিপদে আপদে কথা এষাৰ সুধিবলৈ কুল পুৰোহিত বাপুটি দেউৰ বাহিৰে আৰু কোনো নাই— সকলোৰে দীন পূজাৰীক শাস্ত্ৰজ্ঞ তথা জ্যোতিষবন্ত বুলি জনা বুজা মানুহৰ শাৰীতেই ধৰে। পত্তিকে তেওঁক উপদেশ দিবলৈ বা তেওঁৰ সিদ্ধান্তৰ ওপৰত মাত এষাৰ মাতিবলৈ কোনো মানুহে সতকাই সাহস নকৰে।

বাপুটিদেউ গাঁৱঁখনৰ সকলো কুলপুৰোহিত। কুলৰ হিত চিন্তা কৰাৰ অৰ্থেই কুল পুৰোহিত। বাপুটিৰ গাত সেই ফেৰা গুণ আছিল। তেওঁ কোনো লোকৰে কেতিয়াও অমঙ্গল চিন্তা নকৰে। হকে বিহকে কথাও নকয়। ভাবি চিন্তি স্থান কাল পাত্ৰৰ উপযুক্ততা অনুসাৰেহে কথা কয়।

বাপুটিৰ ওচৰত দীন পূজাৰীয়ে সকলো কথা ভাঙি পাতি কলে। বাপুটিয়ে কিছুসময় তলকা মাৰি থাকি কলে— "আইজনীৰ জন্মকুণ্ডলীয়েনো কি কয়?"

পূজাৰীয়ে উত্তৰ দিলে— "জন্মকুণ্ডলীয়েও তেনেকুৱা কথা এটাৰেই নিৰ্দ্দেশ দিয়ে।"

"তেনেহলে বিলম্ব কৰাৰ কোনো কাৰণ নাই। এই বিয়া হোৱাহে উচিত। চিত্ত শুদ্ধিতকৈ কোনো কথাই ডাঙৰ হব নোৱাৰে। মহাজনে সকলো কথা জানি বুজিও আগবাঢ়ি আহিছে যেতিয়া, আমাৰ আৰু বহি থকাৰ সকাম নাই। "পুৰুষৰ হাড়ে হাড়ে স্ত্ৰী" বুলি কথাষাৰ আছে। বহু বিবাহ পুৰণি শাস্ত্ৰৰ পাততো ৰজা মহাৰজা সকলৰ জীৱনত অনেক দেখা যায়। অন্যহাতে তুমিও দিনে দিনে বুঢ়াহৈ আহিছা। এদিন সিফলীয়া হলে ছোৱালীজনীৰ অৱস্থাই বা হব কি? তাইৰোভো আগ চালে পাচ চাবলৈ কেও কিছু

নাই। মহাজন মানুহজন অৰ্থৰ কাৰণে 'সুতখোৰ' হলেও নিজৰ কাৰণেতো বেয়া নহয়। ল'ৰা-তিৰোতাক ভালদৰে এসাজ খুৱাবলৈ, ভাল কাপোৰ এজোৰ পিন্ধাবলৈহে তেওঁ ইমান শ্ৰম কৰে। নহ'লে মানুহৰ ধন উপাৰ্জ্জনৰ অৰ্থই বা কি?" — বাপুটিয়ে গহীন গম্ভীৰ স্বৰে কথাখিনি কলে।

পূজাৰীয়ে কিছুসময় গভীৰ ভাবে কথাষাৰ চিন্তা কৰি চালে। শেষত অনতি পলমে বিয়াখন পাতিবলৈকে সিদ্ধান্ত ললে। গাঁৱৰ মানুহবোৰে প্ৰথমতে এই কথাত বৰ আপত্তি কৰিছিল। দীন পূজাৰীৰ ছোৱালী হলেও সাৰদা আইটি গাঁৱখনৰ সকলোৰে আদৰৰ। এনেস্থলত কেনেকৈনো সেই আদহীয়া ধনকুবেৰজনৰ ঘৰলৈ সতিনী খাটিবলৈ দেখ দেখকৈ ঠেলি দিয়ে। কিন্তু দীন পূজাৰী আৰু বাপুটিদেৱে একে-মুখে কলে— "এয়া তাইৰ জন্ম চক্ৰৰ বিধান। তাক খণ্ডন কৰাৰ কোনো উপায় নাই। শাস্ত্ৰত কৈছে— "বিফলানি অন্য শাস্ত্ৰানি বিবাদাস্তেষু কেৱলম। সফলং জ্যোতিষং শাস্ত্ৰং চন্দ্ৰাৰ্কৌ যত্ৰ সাক্ষিণৌ।।" অন্য সকল শাস্ত্ৰই বিফল বুলি জানিবা— কাৰণ সেই সকলোবোৰতে বিৰোধিতা আছে। একমাত্ৰ জ্যোতিষ শাস্ত্ৰইহে সফল, কিয়নো চন্দ্ৰ সূৰ্য্য নিয়মিত ভাবে উদিত হৈ ইয়াৰ সফলতাৰ স্বাক্ষৰ দান কৰিছে।"

এনেকুৱা শাস্ত্ৰৰ বচন অনুসৰি দুয়োজন পণ্ডিতে লোৱা সিদ্ধান্তৰ ওপৰত মাত এষাৰ মাতিবলৈ কাৰো সাহসো নহ'ল, ইচ্ছাও নহ'ল। পূজাৰীয়ে লোকৰ ভাগ্য গণনা কৰি কৰি নিজৰ কন্যাৰত্নটিৰ ভাগ্যৰ বেলিকা যে এনেকুৱা এটি সমস্যাৰ সন্মুখীন হ'ব লাগিব— তাকে চিন্তা কৰিহে সকলোৱে আচৰিত হ'ল; বেজাৰো কৰিলে। তথাপি গাঁৱৰ মানুহৰ সহায় সাহায্যক্ৰমে নিৰ্দিষ্ট দিনত সাৰদাৰ বিয়া হৈ গ'ল। মহাজনৰ সৈতে সাৰদাৰ জীৱন যাত্ৰা আৰম্ভ হ'ল। আগৰজনীয়ে প্ৰথম অৱস্থাত কেটেৰ জেওৰ কৰিছিল যদিও, সাৰদাৰ স্বভাব-সুলভ কোমলতাত সতিনীৰ স্বভাৱৰো পৰিবৰ্ত্তন ঘটিল, বিশেষকৈ

অমৃত তুল্য হ'ল। দুয়োজনীয়ে বাংকে-ভনীয়েকৰ দৰে দিন কটাসে।

সাৰদাই এতিয়া ৰাজ-ৰাণীৰ দৰেই দিন কটাইছে। বুঢ়া-বুঢ়ী, পাওঁ-চুবুৰীয়া, বাপুটিদেউ সকলোৰে মনত মহা আনন্দ— অন্ততঃ মহাজনে তেওঁলোকৰ সন্মান ৰক্ষা কৰিছে।

……… বাপুটিদেউৰ মুখে' দীন পূজাৰীয়ে এদিন খবৰ পালে সাৰদাৰ গৰ্ভত হেনো দেৱ শিশুৱে স্থিতি লভিছে— তিনিমাহ হ'ল। কথাষাৰ হেনো মহাজনে বাপুটিদেউৰ কাণে কাণে কলে। বাপুটি-দেৱেও কথাষাৰ দীনপূজাৰীৰ কাণে কাণে কলে। বুঢ়া-বুঢ়ীৰ মহা আনন্দ! —সাৰদাৰ গৰ্ভত দেৱশিশুৰ জন্ম হব, বুঢ়া-বুঢ়ীৰ টৌকোনা পজাটো সেই দেৱশিশুৰ অপূৰ্ব্ব জ্যোতিৰে জ্যোতিস্মান হৈ উঠিব। বুঢ়া-বুঢ়ীয়ে তাৰেই পৰশত জ্যোতিস্নান কৰিব – কিমান যে আনন্দৰ কথা হব! দীনপূজাৰীয়ে মনতে পাঙিলে— সাৰদাৰ গৰ্ভৰ অনাগত দেৱশিশুটিৰ মঙ্গল কামনা কৰি গৰ্ভৰ পঞ্চম মাহত পঞ্চামৃত খুৱাব। বাপুটিদেউৰ আগত কথাষাৰ মুখ খুলি ক'লে। বাপুটিদেৱে কথাষাৰ মহাজনৰ কৰ্ণগোচৰ কৰিলে। মহাজনে উত্তৰ দিলে— "সাৰদা এতিয়া অনাথ ব্ৰাহ্মণৰ জীয়াৰী নহয়, হৰিকান্ত মহাজনৰহে স্ত্ৰী। পূজাৰীয়ে যদি সাৰদাক দোলা ভাৰীৰে অনা নিয়া কৰিব পাৰে, মহাজনৰ তাত কোনো আপত্তি নাই।"

দীনপূজাৰীয়ে আনন্দেৰে সন্মতি প্ৰদান কৰিলে। মনে মনে ৰঙো পালে এই কথা চিন্তা কৰি— তেওঁৰ একমাত্ৰ কন্যাজনীক মহা-জনে আদৰ কৰাৰ লগতে সন্মানো কৰিছে।

ৰাজলক্ষ্মীৰ ভিকহুৰ ঘৰত পদাৰ্পণৰ দৰে সাৰদা আঁটটি পূজাৰীৰ ঘৰত পঞ্চামৃত খাবলৈ দোলা-ভাৰীৰ কান্ধত আহি পালে। হোকোৰ্-পোকোৰ্ কৈ দোলা আহি পূজাৰীৰ ঘৰৰ সন্মুখত ৰ'ল। 'সাৰদাৰ গা-ভাৰী হৈছে'— দোলাভাৰীহঁতে দোলাৰ ওজনতে যেন কথাষাৰৰ উমান পালে।

সাৰদাৰ মাকৰ ঘৰত এদিন দুদিনকৈ এমাহ কাল পাৰহৈ গ'ল। কিয় জানো সাৰদা মাকৰ ঘৰলৈ অহাৰ পিচৰেপৰা মহাজনৰ মনটোত লাহে লাহে বিগত ছমাহত নভবা কিছুমান কথাই উক দিবলৈ ধৰিলে— আচলতে পূজাৰীৰ মাকৰ মৃত্যুৰ সময়ত চাবিকুৰি ৰূপ ধাৰলৈ দিয়া কথাষাৰ এনেকুৱা নহয় যে, তেওঁ সেই চাবিকুৰি ৰূপ আৰু কোনো দিনাই ঘূৰাই নেপাব। অথচ ইমান দিন পাৰ হৈ যোৱাৰ পিচতো বুঢ়াজনৰ কোনো কানসাৰেই নাই। তেওঁনো এতিয়া জোৱায়েকজন হৈ বুঢ়াৰ পৰা ৰূপ কেইকুৰি ঘূৰাই খোজে কেনেকৈ? অৱশ্যে বুঢ়াক সুধিলে বুঢ়াই চাগে কব তাৰ বিনিময়ত তেওঁৰ ফুলকুমলীয়া ছোৱালীজনীক অনিহাৰ হাতত সম্প্ৰদান কৰা বুলি, বুঢ়া অজগৰে কোনোবা ৰাজকন্যাৰ ডিঙিটোকে গছকি গছকি গিলাৰ পিচতো মাক-বাপেকে কোৱাৰ দৰে— "আই মোৰ জোৱাঁয়ে তোক নেপূৰ দিছায়!" —বুঢ়াই যদি ৰূপ চাবিকুৰি সুজিবই নোৱাৰে, নিজৰ মাটি হালিচাকে তেওঁৰ নামত লিখি নিদিয়ে কিয়? —মহাজনে কথাষাৰ নিজৰ মনতে কেবাবাৰো ভাবি চালে। আকৌ অন্যপ্ৰকাৰেও ভাবি চালে— বুঢ়া মৰিলেচোন মাটি হালিচা এনেয়ে সাৰদাৰ নামলৈকে আহিব; কিন্তু ৰূপ চাবিকুৰি ???

"কথাবোৰ কিবা খেলি মেলি হৈ গ'ল" — মহাজনে নিজৰ মনতে কথাষাৰ সুমৰি সংঘটিত হৈ যোৱা কাৰ্য্যবোৰলৈ এবাৰ দৃষ্টি-পাত কৰিলে। জীৱনৰ পৰম ৰহস্যৰে আবৃত গাভৰু দেহাৰ কেচাঁ যৌবনে পুৰুষৰ মনৰ অৰ্থৰ প্ৰতি থকা লোভক কিছুদিনৰ বাবে হেচাঁ মাৰি ধৰি ৰাখে যদিও অৰ্থৰ মোহ যদি নাৰীৰ প্ৰতি থকা পুৰুষৰ সকলো প্ৰকাৰৰ দুৰ্ব্বলতাতকৈ চৰা হৈ উঠে তেতিয়া সেই পুৰুষৰ মন ক্ৰমাৎ অস্থিৰ হৈ পৰে; নাৰীৰ প্ৰতি থকা সকলো দুৰ্ব্বলতা বিসৰ্জ্জন দি অৰ্থৰ পিচে পিচে দৌৰি ফুৰিব ধৰে; সেয়েহে হয়তো মহাজনে বাৰে বাৰে উপলব্ধি কৰিলে তেওঁৰ নিজৰ মনতে উদ্ভৱ

হোৱা এষাৰ কথা— "অৰ্থ উপাৰ্জ্জনত কোনো ধৰ্ম্ম থাকিব নোৱাৰে" যেনেদৰে থাকিব নোৱাৰে কোনো মানসিক দুৰ্ব্বলতা। আত্মীয় স্বজনে তোমাক বিপদত সহায় কৰিব পাৰে, চাৰি সাজ লঘোণে আছা যদি মাছে-মঙহে এসাজ খুৱাব পাৰে, কিন্তু সেইবুলি তোমাৰ হাঁতনি পেৰাত মুঠিয়ে মুঠিয়ে ধন ভৰাই দিব নোৱাৰে। অৰ্থ উপাৰ্জ্জন কৰিবলৈ পুৰুষৰ যি সামৰ্থ্যৰ প্ৰয়োজন, ধাৰলৈ দিয়া ধন ঘুৰাই আনোতে তাতকৈ বেচি পুৰুষাৰ্থৰ প্ৰয়োজন"—মহাজনৰ কৰ্ম্মজীৱনত এই কথাষাৰ যেন কেবাবাৰো উপলব্ধি কৰিবলৈ হাতে হাতে উদাহৰণ পাইছে। এইবোৰ চিন্তাৰ মাজতে তেওঁ আৰু এষাৰ কথা চিন্তা কৰি চাইছে— দীনপূজাৰীয়ে ৰূপ চাৰিকুৰি ঘূৰাই নিদিয়া কথা যদি কোনেবাকৈ তেওঁৰ আগৰজনী ঘৈণীয়েকে গম পাই যায় আৰু সেই খিতাপতে যদি আগৰজনীয়ে মাকৰ ঘৰলৈ এপদ এপদকৈ বস্তু সৰকাব ধৰে আৰু এনেকুৱা নীতি যদি দুয়োজনীৰ মাজতে প্ৰচলন হবলৈ ধৰে, তেন্তে তেওঁ বুকুৰ তেজ পানী কৰি উপাৰ্জ্জন কৰা অত-বোৰ ধন সম্পত্তি লাহে লাহে শিঙৰি নদীৰ ভৰা বানপানীত ভাঁহি যাবলৈ আৰু বেচি ক্ষণ নাই। অন্যহাতে দীন পূজাৰীয়ে নিজেই এষাৰ কথা কৈছিল-- সাৰদা সোঁৱৰণীত হেনো এনেকুৱা এটি বিষ-কন্যা যোগ আছে, যাৰ কাৰণে তেওঁৰ অকালমৃত্যু হবও পাৰে। অৱশ্যে তেও তেনেকুৱা অন্ধ বিশ্বাসত বৰ বেচি গুৰুত্ব নিদিয়ে। অৰ্থই যাৰ বাবে আদি মূল তাৰবাবে দৈৱৰ বিধান বৰ বেচি গুৰুত্ব-পূৰ্ণ কথা নহয়। অৰ্থ উপাৰ্জ্জনতো অনেক লোকে দৈৱৰ বিধান থকা বুলি কয়, কিন্তু মহাজনে তেওঁৰ কৰ্ম্মময় জীৱনত বাৰুকৈয়ে উপলব্ধি কৰিছে এই সকলোবোৰ মিছা কথা। অৰ্থ উপাৰ্জ্জনৰ ক্ষমতা ও কৌশল কৰায়ত্ত কৰি ললে, দৈৱই নিজেই নিজৰ বাট এৰি দিয়ে; কিন্তু দৈৱ হও হে যেখেতেখেকে মৃত্যুৰ গৰাহলৈ আগবাঢ়ি গলে ভাগ্যই বাৰু কোন পথ লয়?

মহাজনে দকৈ কথাষাৰ চিন্তা কৰি চাইছে। যিমানেই গভীৰ ভাবে চিন্তা কৰি চাইছে, সিমানেই যেন তেওঁৰ চিন্তাধাৰাত কিবা

এটা আউল লাগি গৈছে .

অৱশেষত, তেওঁ শেষ সিদ্ধান্তত উপনিত হ'ল— "এইবাৰ যদি দীন পূজাৰীয়ে ধাৰে লোৱা ৰূপ চাৰিকুৰি সাৰদাৰ যোগতে ঘৰাই নিদিয়ে, তেন্তে তেৰোঁ পূজাৰীৰ জীয়েকক মাকৰ ঘৰলৈ ঘূৰাই পঠাব।"

কথামতেই কাম। পূজাৰীলৈ বাৰ্ত্তা পঠালে— সাৰদাৰ দোলাৰ লগতে ৰূপ চাৰিকুৰি ঘূৰাই পঠাব লাগে। বাত্তা শুনি পূজাৰী মহা-বিপদত পৰিল। থাউকতে ৰূপ চাৰিকুৰি বিচাৰি পায় ক'ত? ইফালে সাৰদাক ঘূৰাই পঠাবলৈ হাতত আছিল এটা দিনহে মাত্ৰ। উপায় বুদ্ধি একোকে বিচাৰি নেপাই নকওঁ নকওঁ বুলিও পূজাৰীয়ে সাৰদাক কথাষাৰ ক'লে। সাৰদাই কিন্তু কথাষাৰ হাঁহি উৰুৱাই দিলে— "তেওঁক অইনে ধনকুবেৰ বুলি কয় যদিও আচলতে মানুহজন তেনে-কুৱা নহয়! মোৰা ছমাহে ঘূণাক্ষৰেও তেওঁ কথাষাৰৰ অৱতাৰণা কৰা নাই। আচলতে এই সৰুলোবোৰ কাৰোবাৰ উপকৰা কথা যেনহে পাওঁ। মই গৈ পালেই সৰুলোবোৰ সমস্যাৰ তেওঁ নিজেই সমাধান কৰিব।"

সাৰদাৰ মুখত স্বামীৰ প্ৰতি গভীৰ বিশ্বাস আৰু গৰ্ব্ব শুনি পূজাৰীৰ বৰ ভাল লাগিল। বাবা ভোলানাথলৈ একাতৰে মনৰ ভিতৰতে প্ৰাৰ্থনা জনালে— "সিহঁতৰ যেন হৰ-পাৰ্ব্বতীৰ যোৰ হয়।"

৩

নিৰ্দিষ্ট দিনত সাৰদাৰ দোলা আহি মহাজনৰ ঘৰৰ সম্মুখ পালে। দোলাভাৰীহঁতক দোলা থমাবলৈ মহাজনে গোলাৰ পৰাই হুকুম দিলে। গোমোস্তাজনক সাৰদাৰ কাষলৈ ইঙ্গিততে বুজাই পঠালে— "আগতে ৰূপ চাৰিকুৰি, তাৰ পিচতহে দোলা .. ... !"

গোমোস্তাজন সাৰদাহঁতৰ গাঁৱৰে ডেকা। 'শূদ্ৰ' কুলত জন্ম যদিও সাৰদাহঁতে তাক দাদা বুলি মাতে। এতিয়া সেইজন দাদাই

কি সতেনো সাৰদাৰ দোলা বাঁধে ? কিন্তু, নহলে যে উপায়ো নাই ! মহাজন আৰু গোমোস্তাৰ মাজত সম্পৰ্কই সেয়া ! মহাজনে যদি মহাৰাণী ভিক্টোৰীয়াৰ পিঠিত সৌকাৰে একোব মাৰিবলৈ হুকুম দিয়ে, গোমোস্তাই তাত চিন্তাকৰি চোৱাৰ কোনো অৰ্থ নাই, পাচ হোঁহোকাৰো কোনো যুক্তি নাই।

গোমোস্তাজনে আগত যোৱা দোলাভাৰীজনৰ কাণে কাণে কথাষাৰ কলে। কথা শুনি দোলাভাৰীজন উচপ্ খাই উঠিল। সাৰদাই ঠাঁৰে চিঞৰৰে সকলো বুজিলে। দোলাভাৰীজন সাৰদাৰ মুখলৈ নিৰুপায় হৈ চাই থাকিল। সাৰদাই একোকে উত্তৰ নিদি মাত্ৰ এষাৰ কথাই কলে— 'ককাইদেউহঁত ! দোলা ঘূৰোৱা।''

[8]

''সাৰদা পেহীৰ দোলা ঘূৰি আহিছে''— মুহূৰ্তৰ ভিতৰতে গোটেই গাওঁখনত হুলস্থূল লাগি গ'ল। সাৰদাৰ লগত কাষৰ ঘৰৰ ল'ৰা-ছোৱালী এহাল গৈছিল। সিহঁতে দৌৰি দৌৰি আহি কান্দি কান্দি গাঁৱখনৰ ইমূৰৰ পৰা সিমূৰলৈ যাকে যতে লগ পালে তাকে কলে। কথাষাৰে ঘৰপোৰা জুইৰ দৰে গোটেই গাওঁখন মুহূৰ্তৰ ভিতৰতে চাঁটি ধৰিলে। ডেকা-বুঢ়া সকলো আহি দীন পূজাৰীৰ আগচোতালত হাজিৰ হ'ল। দুই একে দৌৰি দৌৰি আগবাঢ়ি গৈ ঘটনাৰ বুজ ললে— সচাঁ ঘটনা। দোলাভাৰীহঁতে দোলা ঘূৰাই আনি বকুলথানৰ ওচৰ পালে।

ই কি এক ভয়ানক দৃশ্য ? ডেকা-বুঢ়া সকলোৱে ককালত টঙালি বান্ধি সাজু হ'ল— ''মহাজনক ধৰি আনি ডাঙৰে এশিকনি দিব লাগে। মহাজনে সাৰদাক উপেক্ষা কৰা মানে গোটেই গাঁৱখনকে উপেক্ষা কৰা। সেহ তেজপিয়াটোৰ ইমান সাহস ? গাওঁৰ ছোৱালী এজনীৰ কেঁচা যৌৱনটো ধ্বংস কৰিবলৈ, জীয়া যৌৱনটো চিতাত ভুলি দিবলৈ তাৰ ইমান ষড়যন্ত্ৰ ? কিমান টকা লাগে গাঁৱৰ মানুহে

মহাজনক দিব — তথাপিতো এই অপমান সহ্য নহয়। সেই বেটাক ধৰি বান্ধি আনি গাঁৱৰ মাজত আঠুকঢ়াই সাৰদাৰ ওচৰত ক্ষমা খোজাব আৰু ভবিষ্যতে যাতে তাইক কোনো দিন একো অন্যায় কৰিব নোৱাৰে তাৰ বাবে সকিয়াই দিব।" —এয়া যেন মুহূর্তৰ ভিতৰতে ৰণশিঙা নবজোৱাকৈয়ে অন্যায়ৰ বিৰুদ্ধে গাঁৱবাসীৰ এক সম্মিলিত যুদ্ধৰ আহ্বান।

দীন পূজাৰী মৌন হৈ থাকিল। কুল পুৰোহিত বাপুটিদেউও তথৈবচ। কোনেও কাৰো কথা নুশুনে। ইমানদিন গাঁৱবাসীয়ে তেওঁ-লোক দুজনাৰ হাকবচন মানি চলিছিল। পূজাৰীৰ মুখৰ বচন দৈৱৰ বিধান বুলি গণ্য কৰিছিল। বাপুটিদেউৰ মুখৰ বচন শাস্ত্ৰৰ বচন বুলি মানি চলিছিল। কিন্তু আজি তেওঁলোকে দুয়োজনৰ একজনৰো কথা নুশুনে। "এই সকলোবোৰ গোকাট ফাঁকি। পূজাৰীয়ে লোকৰ ভাগ্য গণনা কৰি নিজৰ বেলিকা কি কৰিলে?"— সমজুৱাৰ মাজৰ হটঙা ডেকা একজনে আঙুলি জোকাৰি চিঞৰি চিঞৰি কথাষাৰ কলে। ডেকা চামে হয় ভৰ দিলে। বুঢ়াচামে একো নকলে। দীনপূজাৰীয়ে স্থবিৰ হৈ মাত্ৰ কথাবোৰ শুনিব ধৰিলে – কাকো উত্তৰ নিদিলে।

পৰিস্থিতি একেবাৰে উত্তপ্ত হৈ থাকোতে দোলাভাৰী দুজনে লাহে লাহে সমজুৱাৰ মাজেৰে দোলাখন আনি বাটচ'ৰাৰ মুখতে থলে। দোলাখন যে ইতিমধ্যে আহি পাইছে কোনোজনৰ খবৰেই নাই। সাৰদাই দোলাৰ ভিতৰতে কিছু সময় বহি আছিল একেবাৰে নিশ্চুপ হৈ। ডেকা ল'ৰাবোৰৰ কথাবোৰ তাই শুনি আছিল। কিছু-সময় পিচত গহীন গম্ভীৰ পদক্ষেপেৰে তাই দোলাৰ পৰা নামি আহিল। সমবেত সাৰদাক দেখি মুহূর্তৰ ভিতৰতে কাঁহ পৰি ক্ষীন গ'ল। তাই পিৰালিত থিয় হৈ গহীন চাৱনিৰে ৰাইজলৈ চালে আৰু একেষাৰ মাত্ৰ কথা কলে— "তোমালোকে তেওঁৰ মূৰটো কাটি আনি দিলেও আজি মই যি হেৰুৱালো তাক কাহানিও ঘূৰাই নেপাম। গতিকে তোমালোক এতিয়া শান্ত হৈ ঘৰা-ঘৰি ঘূৰি যোৱা।"

—এই বুলি কৈয়েই তাই চাংকৰে বাঁহৰ দুৱাৰখন খুলি শোৱনি ঘৰত সোমাই পৰিল। হাতৰ কানৰ আ-অলঙ্কাৰ খুলি, মজিয়াতে মূৰ্চ্ছা গৈ পৰি থকা মাকৰ কাষত তাই বহি পৰিল।

গাঁৱৰ মানুহে সাৰদাৰ কথাৰ অৰ্থ বুজি পায়। অ'তদিনে তেওঁলোকে তাইৰ সহনশীলতা আৰু গাম্ভীৰ্য্যক ভূৰি ভূৰি প্ৰশংসা কৰি আহিছে; তাইৰ খোজ-কাটল, কথা-বতৰা, সকলোতে এক পৰম গাম্ভীৰ্য্যতা তথা সহনশীলতা স্পষ্টকৈ দেখা পাই আহিছে। সিদিনা-খন সেইটো মুহূৰ্তত বেদনাক্লিষ্ট ছোৱালীজনীৰ লাজ, অপমান, কিম্বা ক্ৰোধত জ্বলন্ত সূৰ্য্যটোৰ দৰে ৰক্তবৰ্ণ হৈ উঠা মুখখনিলৈ এবাৰৰ বাবে হলেও কাৰো চাবলৈ সাহস হোৱা নাছিল। সাৰদা যেন অসুৰ নিধন কৰিব ওলোৱা, সমস্ত দেৱতাৰ তেজেৰে নিৰ্ম্মিত কোনোবা এক আদ্যা-শক্তি, আই ভগৱতী— 'মহিষ মৰ্দ্দিনী। মহা অষ্টমীৰ মহাপূজা ভাগৰ ছাগ-মহিষৰ ৰক্ত ৰুধিৰেৰে তৃষিত প্ৰাণ তৃপ্ত কৰি নৰৰূপী অসুৰৰ ৰক্ত পিবলৈ গোসাঁনী আজি দৃঢ় প্ৰতিজ্ঞা। সাৰদা যেন নিজেই আদ্যাশক্তি কোনো নৰ-মনিষৰ সহায় সাৰথিৰ প্ৰয়োজন নাই; প্ৰয়োজন মাথো সময়ৰহে!

সমজুৱা সকল কিছু সময় নিশ্চুপ হৈ থাকি লাহে লাহে এজন এজনকৈ ঘৰাঘৰি গ'ল।

[ ৫ ]

গাঁৱৰ মানুহবোৰে কৈছিল— "এই কথাৰ বিচাৰ হব লাগে।"

বাপুটিদেৱে কৈছিল— "মহাজনক সমাজমুখে ত্যাগ কৰিব লাগে।"

ডেকা চামে কৈছিল— "মহাজনক হাতে ভৰিয়ে বান্ধি শিঙৰি নৈত ভুহাই দিব লাগে।"

দীন পূজাৰীয়ে কৈছিল— "এইবোৰ গ্ৰহৰ দোষ। গ্ৰহ পূজা এভাগ কৰিব লাগে।"

মাকে কৈছিল— "তোমাৰ পুথি-পাজিবোৰেই যত অনিষ্টৰ মূল।

সেইবোৰ শিশুৰিৰ বুকুত বিসৰ্জ্জন দিব লাগে।"
সাৰদাই কৈছিল— "সেইবোৰ একো নহয়। মানুহ স্বাধীন হব লাগে। কোনো কাৰো বহতীয়া নহয়— পুৰুষেই হওঁক, মহিলাই হওঁক। জন্মগত স্বত্ব জীয়াই থকাৰ সকলোৰে। পুৰুষক বিৰিখৰ লগত, আৰু নাৰীক লতাৰ লগত তুলনা আগৰ পণ্ডিত মখাই ভুল কৰিছে। পুৰুষ মহিলা সকলো একে ; কোনো কাৰো বান্দী নহয়। নিজৰ ভাগে চলিব লাগে। হাতৰ মুঠি টান থাকিলে, নিজেই নিজক চলাব পাৰে।"

"কিন্তু চলাব কেনেকৈ ? পুৰুষ বিনে নাৰীৰ জানো অন্য গতি আছে ?" —সাৰদাৰ কথা শুনি গাঁৱৰ মানুহবোৰে গুণ-গুণাইছিল।

"আছে। কিয় নহব ? সেয়া হৈছে পবিত্ৰ চৰিত্ৰ আৰু কৰ্ম্ম শক্তি"— প্ৰত্যুত্তৰত সাৰদাই দৃঢ় কণ্ঠে জবাব দিছিল। —তোমালোকে যদি মোক সচাঁই ভাল পোৱা তাঁতশাল এখন সাজি দিয়া, সূতা লেটাৰ জোগাৰ দিয়া"— গাঁৱৰ মানুহবোৰক তাই বিনম্ৰ তাইৰ মনৰ কথা বুজাই কৈছিল।

সাৰদাই ভাল কাপোৰ ববলৈ জানে। চাট্ চাট্ মাকো মাৰি দিনটোৰ ভিতৰতে এখন ডেৰখন গামোচা বয় ; মেখেলা বয় ; চাঁদৰ বয় ; আঁচুফুল গোঠে। কিন্তু ঘৰত কোনো ব্যৱস্থা নাই— সেইখিনিতে লেঠা।

কথামতেই কাম। গাঁৱৰ মানুহবোৰে সাৰদাৰ কথামতেই দুদিনৰ ভিতৰতে তাঁতশাল সাঁজি দিলে, সূতা-লেটাৰ জোগাৰ দিলে। তাইক এতিয়া পায় কোনে ? চাট্ চাট্ মাকোৰ শব্দ, চেৰেক্ চেৰেক্ চেৰেকিৰ শব্দ ; গৰক্ গৰক্ গৰকাৰ শব্দত বাটৰ মানুহেও এবাৰ থমকি চায়। মুখেৰে গুণগুণাই কৈ যায়— "সেয়া সাৰদাৰ তাঁতশাল।" আপোচ বিহীন জীৱন এটাত কি যে এক অপূৰ্ব্ব আপোচ ?

হৰিকান্ত মহাজনে 'আপোচ' কৰিবলৈ আলেঙে আলেঙে বাপুটিদেউক কেবাদিনো লগ ধৰিছিল। বাপুটিদেৱে দীন পূজাৰীৰ

ঘৰত সাৰদাৰ সম্মুখতে কথাষাৰ ব্যক্ত কৰিছিলে। কিন্তু সাৰদাৰ এষাৰেই কথা— "ওভোটোৱা দোলা ঘূৰি নেযায়; লাগিলে জীৱনেই যাওক।"

[ ৬ ]

মাতৃগৃহত এমাহ দুমাহকৈ সাৰদাৰ চাৰিটা মাহ সুখে দুখে পাৰ হৈ গ'ল। তাই এতিয়া পূৰ্ণ গৰ্ভৱতী, সদ্য সন্তান সম্ভবা। দীন পূজাৰীয়ে সাৰদাৰ সন্তানৰ মুখ দেখাৰ ক্ষণ চাপি অহাৰ লগে লগে বুকুখন ক্ৰমাৎ এক অন্তঃ জাগৃত কিন্তু মুখবন্ধ জ্বালামুখৰ দৰে উদ্গলিত হৈ উঠিছে: আৰু মাত্ৰ কেইদিন মান বাকী! আৰু মাত্ৰ কেইটামান দিনৰ অন্ততেই সাৰদাৰ গৰ্ভজাত সন্তানে জন্ম-মৃত্যুৰ সীমাৰেখাৰ পৃথিৱীখনক কোনো এক শুভ লগ্নত স্পৰ্শ কৰিব। গোটেই জীৱনটো লোকৰ সতি সন্ততিৰ জন্মলগ্ন নিৰ্ণয় কৰা দীন-পূজাৰীয়ে এইবাৰ নিজৰ ঘৰতেই নৱ-জাতকৰ জন্মলগ্ন স্থিৰ কৰিব! এয়া বাৰু আনন্দ নে বিষাদ?" —দীন পূজাৰীয়ে পুৱা-গধূলি, খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে সেই একেটা কথাকেই চিন্তা কৰিছে। —"এই জন্মলগ্নৰ বোজা বাৰু কঢ়িয়াব কোনে? তেওঁযে একেবাৰেই স্থবিৰ! অন্যহাতে সাৰদা যে একেবাৰে অচল-অচৰ। দৰ্কাৰ হলে লোকৰ ঘৰে ঘৰে খুজি খাব; তথাপিতো একমুহূৰ্তৰ বাবে হলেও সেই ধনকুবেৰ মহাজনৰ ঘৰত ভৰি নিদিয়ে। তেন্তে উপায় হব কি? তেওঁ জীয়াই থকা দিন কেইটা অৱশ্যে তিনিওটা প্ৰাণীয়ে কথমপি জীৱন ধাৰণ কৰিব পাৰিব। কিন্তু তাৰ পিচত? তাৰ পিচত উপায় হব কি।" —বুঢ়াই প্ৰতিদিন বিচনাত পৰি এই এষাৰ কথাকেই চিন্তা কৰে। বহুৰাতিলৈ টোপনি নাহে। শৰীৰ ক্ৰমাৎ অৱশ হৈ আহে।

হঠাৎ শুক্লাত্ৰয়োদশী ৰাতি দীন পূজাৰীয়ে এক অদ্ভুত স্বপ্ন দেখিলে। কোনো দিনে নভবা-নিচিন্তা, কেতিয়াও কল্পনা নকৰা এক অদ্ভুত স্বপ্ন! —'এক গভীৰ জলাশয়ৰ পৰা ওখোৰা মোখোৰা পথ এটিৰে এটি ধুনীয়া জুৰি কুলু কুলু সুৰেৰে বৈ গৈ কোনো এক

ৰজাৰ ৰাজ হাউলীৰ চাৰিওফালে থকা গৰখাৰৈবোৰত মিলিছেগৈ। গৰখাৰৈবোৰৰ চাৰিওফালে চিপাহীচন্তৰীৰে বেষ্টিত। সেই জুৰিটিৰ বুকুৰেদি ভাঁহি যোৱা এখন টুলুঙা নাওঁৰ বুকুত পূজাৰী, ঘৈণীয়েক আৰু সাৰদা অনাহাৰ অনিদ্ৰাৰে ক্লান্ত-শ্ৰান্ত। চিপাহীবোৰে তৰ্জ্জন গৰ্জ্জন কৰি বুঢ়া, বুঢ়ী আৰু সাৰদাক হাতে ভৰিয়ে বান্ধি ৰাজ-ৰাজেশ্বৰৰ সম্মুখত হাজিৰ কৰিছে। দেশৰ প্ৰচলিত নিয়ম ভঙ্গ কৰি জুৰিটিৰ পানীৰে নাওঁবাই অহাৰ বাবে, সিংহাসনত উপস্থিত হৈ মহাপৰাক্ৰমী ৰাজ-ৰাজেশ্বৰে ৰাজদণ্ড হাতত লৈ দাঁত মুখ কামুৰি তৰ্জ্জন গৰ্জ্জন কৰিছে। পিচমুহূৰ্ত্ততে চিপাহীক আজ্ঞা দিছে— "এই মুহূৰ্ত্তে তিনিওৰে শিৰচ্ছেদ কৰা।" সাৰদাই ভয়খাই "পিতাই পিতাই" বুলি চিঞৰিছে। ৰজাই সিংহাসনৰ পৰা মুখ বিকটাই কৰ্কশ হাঁহি মাৰিছে। বুঢ়াই কোনো উপায় নেপাই মাটিতে বাগৰি বাগৰি, দুখনি হাতেৰে বজ্ৰমুঠি বান্ধি পাৰেমানে কান্দিছে— "ভোলানাথ! ওৰেটো জীৱন তোমাৰ অৰ্চ্চনা কৰিয়ে কটাই দিলো। এয়া তুমি মোৰ কিহৰ পৰীক্ষা চাইছা প্ৰভু।" হঠাৎ মহেশে দিব্যৰূপ ধাৰণ কৰি বুঢ়া বুঢ়ী আৰু সাৰদাৰ হাতৰ বান্ধোন ত্ৰিশূলেৰে কাটি দিলে। ৰজাই প্ৰাণৰ ভয়ত দেৱাদিদেৱৰ চৰণ প্ৰান্তত লেটুসেটু হৈ পৰি অপৰাধৰ মাৰ্জ্জনা বিচাৰিছে।

বুঢ়াৰ হঠাৎ স্বপ্ন ভগ্ন হ'ল। "শিৱ, শিৱ, শিৱ, ভোঃ শ্ৰীমহাদেৱ শম্ভোঃ" বুলি মুখেৰে উচ্চাৰণ কৰি বিচনাতে বহি পৰিল। আনন্দতে চকুপানী টুকিলে। ঘৈণীয়েকক টোপনিৰ পৰা জগাই চিঞৰি কলে— "সাৰদা আইটীৰ ল'ৰা হব। দেৱাদিদেৱৰ অশেষ কৃপাত। সৰ্ব্বসুলক্ষণযুক্ত! আমাৰ বংশ উজ্জ্বলাব।" টোপনিৰ চকামকাতে ঘৈণীয়েকে কিছু বুজিলে, কিছু নুবুজিলে।

পিচদিনাখন ৰাতিপুৱা শুক্লাচতুৰ্দ্দশী তিথিত সাৰদাৰ পুত্ৰ সন্তান জন্ম পালে। মিথ ৰাশি সেই লগ্ন, জন্মলগ্নত পূৰ্ণচন্দ্ৰ। বিদ্যা-স্থানত বৃহস্পতি, কৰ্ম্মস্থানত মঙ্গল গ্ৰহ তুঙ্গী। দীন পূজাৰীৰ আনন্দৰ পাৰ নাই। গণনা কৰি পালে— "সুশিক্ষা পালে এই ল'ৰা এদিন

ডাক্তৰ অস্ত্ৰ চিকিৎসক হ'ব ; অন্যথায় মানুহৰ ৰক্ত পান কৰি অনেক অৰ্থ উপাৰ্জ্জন কৰিব— কৰ্ম্মস্থানত মঙ্গল গ্ৰহ তুঙ্গী ; কম কথা নহয় !' 'বৃষ' ৰাশিৰে ল'ৰাটিৰ নাম ৰাখিলে— "বিদ্যুৎকৃষ্ণ।"

'বিদ্যুৎকৃষ্ণ' যে বিদ্যুৎকৃষ্ণই। আউসীৰ অন্তত প্ৰতিপদৰ অঙ্কুৰিত জোনটি পূৰ্ণচন্দ্ৰলৈ ৰূপান্তৰিত হোৱাৰ দৰে দীনপূজাৰীৰ আলয়তে দিনে দিনে ল'ৰাটি বাঢ়ি আহিব ধৰিলে। পঞ্চবৰিষত শুভ দিন বাৰ চাই পূজাৰীয়ে কৰিলে ল'ৰাটিৰ বিদ্যাৰম্ভ। দহখন গাঁৱৰ মাজত এখনেই পাঠশালা স্কুল। দহখন গাঁৱৰ বচাত বচা ল'ৰা কেইজনৰে গঠিত স্কুলখন। গাঁৱৰ সকলো ল'ৰাই পঢ়া-শুনা নকৰে ধাউতি থকাবোৰে কৰে ; নথকাবোৰে বাপেকৰ লগত পথাৰলৈ গৈ আজি কালি কৰি নাঙলত ধৰে। দুই এক আকৌ গৰু মহ চৰায় ; দুই একে হওঁক নহওঁক বেহা বেপাৰত ধৰেগৈ। বাধ্য বাধকতাহীন জীৱন। জোৰ নাই, জুলুম নাই। যাৰ যিটো বিষয়তে ধাউতি বেচি, সি সেই পথেই ধাৱমান হয়। ক, ম, যে শিকিবই লাগিব তাৰো অৰ্থ নাই। এয়া সংস্কৃত পণ্ডিত সকলে কৈ যোৱা প্ৰৱচন— 'যাৰ মন যত অনুৰক্ত তেওঁৰ ওচৰত সেইটোৱেই আটাইতকৈ মনোহৰ— "তস্য তদেব মধুৰং যস্য মনো যত্ৰ সং লগ্নম্ ।।" সেই প্ৰৱচনৰ সাৰ্থকতা ধাৱমান কৰি, গাঁৱবাসীয়ে জীৱন নিৰ্বাহ কৰে।

কেশৱ মাষ্টৰে কৈছিল : তেওঁ সুদীৰ্ঘ দুকুৰি বছৰ পাঠশালা স্কুলখনৰ প্ৰধান শিক্ষক হৈ থাকি এই কথাটোকেই উপলব্ধি কৰিলে যে বিদ্যুৎকৃষ্ণৰ দৰে মেধাসম্পন্ন ল'ৰা সেই অঞ্চলটোত আগতো নাই, পিচতো নাই। সি 'খ শ্ৰেণীত' থাকোতেই 'প্ৰথমশ্ৰেণীৰ' ছাত্ৰৰ পৰা কিতাপ খুজি নি পদ্যবোৰ মুখস্থ কৰে ; গদ্যবোৰ সাধুকথা কোৱাৰদৰে সমনীয়াৰ আগত কয়। 'মোনৰ দামৰ বাৰে ইলেক লগাই দিলে, আধাপোৱাৰ দাম ল'ৰা ততালিকে মিলে' বুলি এফালৰ পৰা আৰ্য্যাবোৰ মুখস্থ মাতে। একৰ পৰা এশলৈকে 'স্বাভাবিক সংখ্যাৰ' যোগফল মুখৰ ভিতৰতে যপ্‌কৈ কৰি দিয়ে, 'বৰ নেওতাৰ তাপবোৰ এফালৰ পৰা সজলতীয়াকৈ নোচোৱাকৈ গাই যাব পাৰে।

এই ল'ৰাই এদিন নাম জলাব। 'যি মূলা বাঢ়ে তাৰ দুপাততে চিন।' দীন পূজাৰীয়ে বোলে,— 'হেৰা মাষ্টৰ। মই জানো, সি পঢ়া-শুনাত চোকা হবই। মোৰ গণনা আৰু মিছা হব পাৰেনে? বিদ্যাস্থানত বৃহস্পতি।' কেশৱ মাষ্টৰে কৈছিল— 'ল'ৰাটোক দৰৱ প্ৰমোচন দিয়েই দিওঁ নেকি?' পূজাৰীয়েহে বোলে— 'হেৰা মাষ্টৰ। যৰে ল'ৰা, ততে থাকক দিয়া। বতৰৰ ফল বতৰতহে পকিব লাগে। অকাল পক্ক হলে কেহাঁ লাগে; গুণ থাকিলেও ৰস কম ওলায়।'

পাঠশালা স্কুলৰ শেষ পৰীক্ষাত বিদ্যুৎকৃষ্ণই চেণ্টাৰৰ ভিতৰতে প্ৰথম হৈ বৃত্তি পালে। এই কথাত ভাটিমূলুকৰ সকলোৱে আনন্দ পালে। কেশৱ মাষ্টৰৰ যে কথাই নাই – তেওঁৰ ছাত্ৰই নাম কৰিছে। উজনিমূলুক, ভাটিমূলুক দুয়োমূলুকৰ মাজতে চেণ্টাৰটো। তাতে যেতিয়া প্ৰথম হ'ল— বিদ্যুৎকৃষ্ণইহে উজনিমূলুকৰ গেলাগপ ভাঙিব পাৰিব। এইবাৰ উজনিমূলুকত অৱস্থিত এম্-ভি স্কুলখনত নাম লগাব। তাতো সি নাম কৰিব; কাৰণ আমৰ মলতহে পোকে ধৰে, মলিয়ালে 'সয়ে যতন লাগে। কেশৱ মাষ্টৰ শিক্ষাতো সিমান কেঁচা নহয়? গুৰিতে যি যতন ধৰিলে, সেই শিক্ষা অথলে যাবনে? দীন-পূজাৰীৰ হলে এষাৰেই কথা— সি যদি ভৱিষ্যতে পঢ়া-শুনাত বেয়া হয়, জ্যোতিষশাস্ত্ৰই মিছা হব। তেওঁৰ গণনা ইমান কেঁচা হবনে? —বিদ্যাস্থানত বৃহস্পতি।'

( ৭ )

বিদ্যুৎকৃষ্ণ উজনিমূলুকৰ এম্-ভি স্কুলখনত ভৰ্ত্তি হোৱাৰ এবছৰ পাৰ হওঁতে নৌহওঁতেই দীনপূজাৰীজন হঠাৎ এদিন পৰিল আৰু মৰিল। কথাষাৰ শুনিবলৈও টান, ভাবিবলৈও টান। দিনৰ দিনটো মানুহজনে আপোন মানুহবোৰৰ ঘৰে ঘৰে ঘূৰিছে, ইয়াৰ তাৰ বাতৰি সুধিছে, গধূলি হলতনো কি হ'ল? মুৰটো হেনো

আচম্ভাই কৰিলে। সাৰদাক খুজি বৈদ্যনাথৰ তেলো লগে। তাৰ-পিচত নলিহাদেৰ চাৰিখন পাৰি মাজচোতালত যি ঘুমটি মাৰিলে' মাৰিলেই— চিৰনিদ্ৰা গ'ল। গাঁৱৰ মানুহবোৰে ঘটনা শুনি অবাক! সকলোৰে বোলে— 'তেৰাৰ পুণ্য জীউ! বেমাৰ-আজাৰত লেদেনা উকতিৰ কিয়? সকলোৰে লগ লাগি শৱ সৎকাৰ কৰিলে। পা-পইচা যোগাৰ কৰি মুখৰ ছাই-মাটি গুচালে। কিন্তু তাতোকৈ আচৰিত কথা বুঢ়াৰ ছ-মহীয়া পাৰ নৌহওঁতেই এদিনৰ জ্বৰত পৰি বুঢ়ীজনীও বৈকুণ্ঠগামী হ'ল। গাঁৱৰ মানুহে কোৱা কুই কৰিলে— ''সতাই সতীয়ে একেলগে গ'ল। হালেৰে বৰ মিল আছিল।'

সাৰদা পেচীয়ে চাৰিওফালে অন্ধকাৰ দেখিলে। কিন্তু এই অন্ধকাৰৰ বুকু বিদাৰি পোহৰৰ পথ দেখুৱাবলৈ আগবাঢ়ি আহিল দুজন ব্যক্তি— কুলপুৰোহিত বাপুটিদেউ আৰু ক্ৰেশৰ মাষ্টৰ। বাপুটি দেৱে মৰমেৰে কলে—'তেৰা সকল স্বৰ্গগামী হ'ল যদিও, বিপদে আপদে আমি আছো! তুমি চিন্তা নকৰিবা! ল'ৰাকণক মানুহ কৰা।' কেশৱ মাষ্টৰে কলে— 'তাৰদৰে ছাত্ৰ নহবও, নোপজিবও। তাক মই মানুহ কৰিহে এৰিম। আধি মাটিৰ ধান মুঠিৰে বছৰ দিনটো চলিয়েই যাব, কেবল তেল নিমখৰহে দাম। সেইখিনি বাৰু কিবা এটা হব! ল'ৰাকণৰটো কিতাপ কাগজ, বহী পত্ৰৰ চিন্তাই নাই, পাচ টকাকৈ বৃত্তি পায়।' সাৰদাই কলে— 'তেল নিমখো বৃত্তিৰ টকাৰেই চলি যাব। শাল-পাতখন বৈয়েই থাকিম। আপোনাসবে কেবল ল'ৰাকণৰ মতি-গতিৰ গম ৰাখিলেই হব।' —'হব! হব, সি আৰু বেয়া ল'ৰা হব পাৰেনে? সি দীন পূজাৰীৰহে নাতি' —দুয়োজনে একেমুখে কলে।

হয়। সচাঁ কথা। বিদ্যুৎকৃষ্ণ আৰু বেয়া ল'ৰা হব পাৰেনে? এদিনাখন এম্-ভি স্কুলৰ শেষ পৰীক্ষাৰো বাতৰি আহিল। বিদ্যুৎ-কৃষ্ণই জিলাৰ ভিতৰতে প্ৰথম হৈ পাচ কৰিলে। ভাটিমুলুকৰ ল'ৰাই জিলাৰ ল'ৰাকো চেৰ পেলালে। হুৰুৱালে। ই কম কথানে? গাঁৱৰ মানুহে আনন্দতে কিৰিলি পাৰিলে। কেশৱ মাষ্টৰৰতো কথাই

নাই ; কথাই কথাই বিদ্যুৎৰ কথা— 'সেই আশীৰ্ব্বাদ শিশু হৌক চিৰজীৱ।'

( ৮ )

কিন্তু হঠাৎ হৰিষতে বিষাদ মিলিল। সিদিনাখন সাৰদা পেহীৰ চিৰ ব্যথিত বুকু শান্ত পৰি যাব বুলি অইন লোকে ভাবিছিল যদিও সাৰদা পেহীয়ে দুৱাৰ চুকত উচুপি উচুপি কান্দিব ধৰিলে। কেশৱ মাষ্টৰে এইমাত্ৰ খবৰ দি গ'ল— 'বাপুটিদেউ শয্যাগত। তেজগ্ৰহণী। আজি যাওঁ, কালি যাওঁ অৱস্থা। মধু কবিৰাজে শঙ্কৰৰ বড়ি' খুৱাইহে কোনোমতে জ্ঞান ৰাখিছে।' খবৰ শুনি পেহীয়ে হৰাওৰাৱে কান্দিব ধৰিলে— 'আজিহে মই পিতাই মৰা বুলি ভাবিলো। বাপুটিদেউৰ তেনে সময় চাপিছে।' মাক বাপেকৰ মৃত্যুৰ পিচতো, সদ্য বিবাহিতা স্বামীক ত্যাগ কৰি ভাগি নপৰা সাৰদা পেহীয়ে বাপুটিদেউ ৰোগত পৰা শুনি একেবাৰে ভাগি পৰিছে। পেহীৰ যেন অন্তৰাত্মাই বাৰে বাৰে কৈছে— "বাপুটিদেউৰ আৰু আশা নাই এতিয়াহে তোমাৰ আচল পৰীক্ষা।"

এহাতেৰে বিদ্যুৎকৃষ্ণক ধৰি, অন্যহাতেৰে চকুলো মচি মচি পেহীদেউ বাপুটিদেউৰ ওচৰলৈ গ'ল। অন্য নহলেও 'যাওতাক্তনক' যাবৰ সময়ত পুতেকৰ মুখখনটোকে দিব। কেশৱ মাষ্টৰে ইতিমধ্যে বাপুটিদেউক বিদ্যুৎকৃষ্ণৰ মুখখনটো দিলেই। গাঁৱৰ বুঢ়া-মেথাবোৰ দেউৰ কাষতে বহি আছিল। সকলোৱে একেমুখে কলে— 'বিদ্যুৎ-কৃষ্ণই দীন পূজাৰীৰ জ্যোতিষৰ বচন সাৰ্থক কৰিলে।'

সাৰদাপেহী আৰু বিদ্যুৎকৃষ্ণ আহি বাপুটিদেউৰ ভৰি পথানত থিয় হ'ল। মাকে পুতেকে একেলগে সেৱা জনালে। বাপুটি-দেৱে 'শুভমস্তু' বুলি শেষ বাৰৰ কাৰণে আশীৰ্ব্বাদ দিলে।

সেয়া ভ্ৰমেই ৰকিছিল নে সজ্ঞানে কৈছিল কব নোৱাৰি ; কিন্তু সাৰদাপেহী আৰু বিদ্যুৎকৃষ্ণ বাপুটিদেউক প্ৰণাম জনাই ঘৰলৈ যোৱাৰ পিচত, বাপুটিদেৱে সমবেত ৰাইজক লক্ষ্য কৰি সেহাই সেহাই

কৈছিল— 'সাৰদাক পুত্ৰ সহ তোমালোকক পঠালো। তোমালোকে ৰক্ষা কৰিবা। মই তোমালোকৰ কুল পুৰোহিত। কুলৰ হিত সাধন কৰাই মোৰ কাম। তোমালোকৰ কিবা হিত সাধন কৰিছো নে নাই কব নোৱাৰো। সাৰদাৰো মই হিত চিন্তিছিলো; কিন্তু হিতেই বিপৰীত হ'ল। .... দীন পূজাৰীৰ কোনো দোষ নাছিল, দোষ সকলো মোৰেই। দীন পূজাৰীৰ শুদ্ধ অন্তৰ বিষকন্যা যোগৰ ছোৱালীজনীক অইনলৈ নিদিয়ে। মহাজনক সাৰদাৰ কথা ময়ে কৈছিলো, পূজাৰীৰ ওচৰলৈ ময়ে পঠাইছিলো। ভাবিছিলো মহাজনে তাইক উদ্ধাৰ কৰিব। কিন্তু· " এই বুলি কৈয়েই বাপুটিদেৱে মুখখন বেৰৰ ফালে ঘূৰাই নিলে। ডিঙিৰে ঘৰ ঘৰ শব্দ হ'ল, কাণৰ পাছিকেটা হাল্লি পৰিল, নিশ্বাসটো ঘূৰাব নোৱাৰিলে। লগে লগে সকলো শব্দ বন্ধ হৈ গ'ল। চকুহাল মৰামাছৰ চকু যেন ভেলা পৰি ৰ'ল। সমজুৱাৰ মাজৰ কোনোবা এজনে দীঘল সুৰেৰে কীৰ্ত্তনৰ পদ টানিলে—"প্ৰাণ হৰি গৈলা এৰি ...এ ...হে .. ।"

( ৯ )

বাপুটিদেউৰ শৰাধৰ পিচত গাঁৱৰ মানুহবোৰে ইজনে সিজনে আলোচনা কৰিলে— 'বাপুটিদেউৰ মৃত্যুমুখী জীউৰ বাণী আখৰে আখৰে পালিব লাগিব। গোটেই গাঁৱৰ কুল পুৰোহিত হৈ কিমানৰ জীউৰ মুক্তিৰ উদ্দেশ্যে ব্যৱস্থা দিলে শৰাধ কৰিলে; এতিয়া নিজৰ জীৱৰ মুক্তি নহলে গোটেই গাঁৱখনকে শাওপাত দিব।

জীৱন্ত কালত বাপুটিদেৱে কাৰ ঘৰতনো শৰাধ কৰা নাই, জীউৰ মুক্তিৰ বিষয়ে কাৰঘৰতনো উপদেশ দিয়া নাই? মৃতকৰ ব্ৰত কৰা সকলৰ সকলোৰে চিন্তা— দেহত্যাগী জীৱৰ মুক্তিৰ চিন্তা। বাপুটিদেৱে সকলোকে একেখিনি উপদেশেই দিছিল— 'জীৱৰ মুক্তি বুজিলেনো কি বুজিলা? জীৱাত্মা উদ্ধাৰ হবলৈ কৰা প্ৰচেষ্টা। উদ্ধাৰ হোৱা মানেনো কি বুজিলা? জীৱাত্মাক বৈতৰণী পাৰ

কৰাৰ ব্যৱস্থা। তাৰ মানেনো কি বুজিলা ? পৃথিৱী আৰু সৰগৰ মাজত এখন জীয়া নদী, কোবাল তাৰ সোঁত, বৈতৰণী তাৰ নাম। সেই নদীৰ সিপাৰে দেৱতা গন্ধৰ্ব্বই আনন্দ উপভোগ কৰা এখন ৰাজ্য-স্বৰ্গ তাৰ নাম। অনেক পুণ্যৰ ফলৰ বলত জীৱাত্মাই স্বৰ্গ-ৰাজ্য পাব পাৰে। স্বৰ্গৰাজ্য পালে জীৱে আৰু মৰ্ত্ত্যলৈ লেদেনা উকতিব আহিব নেলাগে। কিন্তু জীৱাত্মা গৈ স্বৰ্গৰাজ্য পাব কেনেকৈ ? লেঠা লাগিল সেইখিনিতে। বৈতৰণীৰ কোবাল সোঁতত জীৱাত্মা উটি ভাঁহি যোৱাৰ প্ৰবল সম্ভাৱনা। সেয়েহে, কোনোৱে কয়— 'মৃতকৰ ঘৰে শ্ৰাদ্ধৰ দিনাখন কুল পুৰোহিত কিম্বা নাপিতক গাভীদান কৰিব লাগে। গাভীৰ নেজত ধৰি জীৱাত্মাই বৈতৰণী পাৰ হব পাৰে।' আকৌ খেনোৱে কয় 'সেইবোৰ একেবাৰে মিছা কথা। ।! ভবৈতৰণী" তৰণি সুখ সৰণী, নাহি নাহি নাম সমানা" ।। — কলিত হৰি নামেই শ্ৰেষ্ঠ। হৰি নামেহে জীৱক মুক্তি দিব পাৰে।' — এই কথাটোকে লৈ অনেকৰ মাজত বাক বিতণ্ডা। — মোক সুধিলে মই এনাৰ কথাই কওঁ—'হেৰা। জীৱাত্মাৰ মুক্তি হব কেনেদৰে, মই কম কেনেকৈ ? মই কিবা জীৱাত্মাক দেখিছোনে ? ময়ো দেখা নাই, তুমিও দেখা নাই। যেয়ে দেখিছে সিহে বুজিব। এইবোৰ কৰিছো বিশ্বাসতে। বিশ্বাসতেই জগত চলিছে। সূৰ্য্যই ঘূৰে নে পৃথিৱীয়ে ঘূৰে আমি কিবা চাব গৈছোনে ? পণ্ডিতসকলে কৈছে বাবে বিশ্বাসহে কৰিছো। তেনেদৰে, জীৱাত্মাৰ মুক্তিৰ উপায় পূৰ্ব্ব-পুৰুষৰ নিয়ম অনুসাৰে শ্ৰাদ্ধবিধিত লিখিছে বাবেহে বিশ্বাসতে পালন কৰিছো। তাকে-লৈনো কাজিয়া কৰি মৰিছা কিয় ? যাৰ যি মত, তাৰ সেয়ে পথ।'

অথচ, সেইজন বাপুটিদেৱে নিজৰ বেলিকা জীৱাত্মাৰ মুক্তিৰ বিষয়ে অন্য কথাহে কলে! সেয়া গাভীদানো নহয়, নাম কীৰ্ত্তনো নহয়। অন্য উপায়হে। সেয়া, এজনী অসহায় মাতৃৰ ৰক্ষণাবেক্ষণ ; আৰু এক জ্ঞান পিপাসু নিঃসম্বল সন্তানক জ্ঞান ৰূপ জলেৰে তৃপ্ত কৰণ, দীপ্ত কৰণ। সেই মাতৃৰ লগত, সেই নিঃসম্বল সন্তানৰ লগত বাপুটিদেউৰ কোনো প্ৰকাৰৰ তেজৰ সম্পৰ্ক নাই ! আছিল মাত্ৰ

কুলৰ হিত সাধনহে মাধোন। এৰা, বাপুটিদেৱে তেওঁ জীৱন্ত কালত এনেয়ে কোৱা নাছিল— "উদিতে পৰমানন্দে ন ত্বং নাহং নৈব জগৎ ॥ —ব্ৰহ্মানন্দ উদয় হলে তুমি, মই নাইবা এইখন জগতৰ মাজত কোনো প্ৰভেদ নাই, সবয়োবোৰ একভগৱানৰহে সন্তান।"

১০

এই কথাটোকে লৈ গাঁৱত মেল বহিল। এনেহেন এক শুদ্ধ-আত্মাৰ মৃত্যুশমুখী জীউৰ বাইক অথলে যাব নোৱাৰি, পাপে চুব। গাঁবুঢ়াই কলে— "বাপুটিদেৱে জীৱন্ত কালত আমাৰ সকলোকে হিত সাধিছিল। আমি এতিয়া মৰন্তাজনৰ বচন নেৰাখিলে মহাপাপ হব, তেওঁৰ আত্মাই অতৃপ্ত হৈ ঘুৰি ফুৰি অভিশাপ দিব। কিন্তু স্বৰ্গগত আত্মাৰ কথা অক্ষৰে অক্ষৰে পালন কৰিলে, পৰমাত্মাৰ সৈতে মিলন হৈ তেওঁৰ আত্মাই আমাৰ সকলোকে আশীৰ্ব্বাদ দিব।" কেশৱ মাষ্টৰে কলে— "বিত্যুৎ কৃষ্ণৰদৰে ল'ৰা এজনক শিক্ষা-জগতলৈ আগবঢ়াই নিব পাৰিলে, গোটেইগাওঁখনৰে গুণ নহলেও ধৰ্ম হব। সি অকল ভাটি মূলুকৰেই নে, গোটেই অসমবাসীৰে সুসন্তান। তাৰদৰে উগ্ৰবুদ্ধি সম্পন্ন ল'ৰা এজন ভাটিমূলুকহেন ঠাইত যে জন্ম পালে, সেয়া তেওঁলোকৰে পৰম ভাগ্য। বিদ্যুৎকৃষ্ণ গাঁৱৰ আদৰ্শ, সমাজৰ আদৰ্শ। আদৰ্শৰ প্ৰতি সন্মান জনোৱাতো মনুষ্য জাতিৰ প্ৰধান কৰ্ত্তব্য। কিন্তু দুখৰ বিষয় গুৱাহাটী চহৰ বিনে এই অঞ্চলত কতো এখন হাইস্কুল নাই, উচ্চ শিক্ষাৰ উপায় নাই— গতিকে, এই আদৰ্শ জাগ্ৰত কৰাৰ উপায় ক'ত?"

মেলত সিদ্ধান্ত হ'ল। গোটেই গাঁৱৰ মানুহে বছৰেকীয়া বহাগ বিহুটিত ঘৰে ঘৰে চাদা তুলি কেশৱ মাষ্টৰৰ হাতত দিব। কেশৱ মাষ্টৰে বিদ্যুৎকৃষ্ণৰ উচ্চশিক্ষাৰ বাবে যি ব্যৱস্থা লয়, সেয়ে হব। কেশৱ মাষ্টৰ পঢ়া-শুনা মানুহ। তেওঁৰ ব্যৱস্থাই হব উত্তম ব্যৱস্থা।

কেশৱ মাষ্টৰে কথাষাৰ গাত পাতি ললে। বিদ্যুৎকৃষ্ণক গুৱাহাটীৰ কলেজিয়েট্‌ স্কুলত পঢ়াব। কিন্তু গুৱাহাটী চহৰত ৰাখিবনো ক'ত? তাৰো ব্যৱস্থা হ'ল। কেশৱ মাষ্টৰৰ সম্বন্ধীয় ভিনিহিয়েক এজন নৱগ্ৰহত থাকে। তাতে থাকি পঢ়িব পাৰিব। ঘৰৰ ল'ৰাৰ দৰে থাকিব, খাব, পঢ়িব। কিন্তু বাকীবোৰ খৰচ হলে নিজৰ। আৰু অন্য এষাৰ কথা— ভিনিহিয়েক বৰ খাৰাংখাচ মানুহ। তেওঁৰ ঘৰত ল'ৰা থাকিব হয়, পঢ়া-শুনাৰ বাহিৰে অন্য কথা নচলিব; তলৌ তলৌ কৰি ঘূৰি ফুৰিব নোৱাৰিব, যাত্ৰা-পাৰ্টি, চাৰ্কাচ, টকী আদি চাব নোৱাৰিব। প্ৰেম-পীৰিত আদি যতমানে চেঙেলিয়া ল'ৰাৰ পদস্খলনৰ পথ সেই সকলোবোৰ বৰ্জিত। মুঠতে "ছাত্ৰানাং অধ্যয়নং তপঃ"— ভিনিহিয়েক এই এক কথাৰ মানুহ। এই কথাত সন্মত হলে ল'ৰা থাকিব পাৰিব; অন্যথাই ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিব।

নোৱাৰাৰনো কাৰণ কি? যাৰ গুৰি ভাল, তাৰ আগো ভাল। সি সাৰদা পেহীৰহে ল'ৰা, দীনপূজাৰীৰ নাতি। পেহীয়ে যাত্ৰাৰ সময়ত মাত্ৰ এষাৰ কথাই কলে— "বোপাই অ'। মই তোক জন্মহে দিলো, পালিব নোৱাৰিলো। সততে মনত ৰাখিবি - যেয়ে পালিছে তই তাৰহে সন্তান। গাৱে পালিছে গাঁৱৰ সন্তান, মই হৈছো নিমিত্ত মাত্ৰ।"

বিদ্যুৎকৃষ্ণৰ গুৱাহাটী চহৰত জীৱন যাত্ৰাৰ আৰম্ভ হ'ল। এইবাৰো বিদ্যুতে নাম ৰাখিলে। কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত হোৱা প্ৰবেশিকা পৰীক্ষাত অসম বেঙ্গলৰ ভিতৰত অষ্টম স্থান অধিকাৰ কৰি পাছ কৰিলে। গাঁৱবাসীৰ মনত এপাৰ আনন্দ। উজনিমুলুকৰ মানুহে ভাটিমুলুকৰ গাঁৱবাসীৰ এই যুটিয়া প্ৰচেষ্টাত ভূৰি ভূৰি প্ৰশংসা কৰিলে। কেশৱ মাষ্টৰে মনৰ আনন্দতে গোটেই গাঁৱক "জলপান" খুৱালে।

১১

সাৰদা পেহীয়ে কলে— "বোপাই অ'। তইনো আৰু গাঁৱৰ মানুহক কিমান কষ্ট দিবি? বেচেৰাহতে ভেঞ্জক পানী কৰি, হালকোৰ

মাখি তোক আৰু কিমান পঢ়াব ? তই যেতিয়া এইখিনি বিদ্যা অৰ্জন কৰিলি, এতিয়া যিকোনো এটা কামত সোমাই ল। গাৱঁৰ মানুহেও সকাহ পাব, দুই চাৰিয়ে সহায়ো পাব।''

বিদ্যুৎকৃষ্ণই মাকৰ কথামতেই চৰকাৰী অফিচত কাম বিচাৰিলে। এমাহৰ ভিতৰতে 'পুলিচ অফিচাৰ'ৰ চাকৰি পালে। গাৱঁৰ মানুহৰ মুখত হাঁহিৰ খলকনি—'আমাৰ ল'ৰাই চৰকাৰী কাম পালে। তাতে একেবাৰে "দাৰোগা" চাহাব... .... ।''

প্ৰথম মাহৰ দৰমহাৰে বিদ্যুৎকৃষ্ণই গাৱঁৰ নামঘৰটো সজালে। দ্বিতীয় মাহৰ দৰমহাৰে গাৱঁৰ পাঠশালাখন মেৰামতি কৰিলে। ডাঙৰকৈ ৰাজহুৱা পুখুৰী এটা খনালে। গাৱঁবাসীৰ মনত অপাৰ আনন্দ। 'এৰা। আমাৰ ল'ৰাই কামত সোমায়েই গাওঁখনৰ উন্নতি-কল্পে নানান কামত হাত দিলে! আদৰ্শবান ল'ৰা বোপাই। আদৰ্শ-বান ল'ৰা'— গাৱঁৰ মানুহবোৰ বিদ্যুৎকৃষ্ণৰ প্ৰতি প্ৰসংশাত পঞ্চমুখ। কেৱল মাত্ৰ কেশৱ মাষ্টৰৰ মনতহে খু-দুৱনি এটা থাকি গ'ল— "চেঃ পইচাৰ অভাৱত পঢ়া আধৰুৱা কৰি ল'ৰাটোৱে এতিয়া চোৰ ডগাবাজৰ পাছে পাছে দৌৰিব লগীয়া হ'ল। তাৰদৰে উগ্ৰবুদ্ধিৰ ল'ৰা এজন হাকিম, উকীল নাইবা ডাক্তৰ এজন হোৱা হলে? পাচে উপায়ো যে নাই। অৰ্থাভাৱত দৰিদ্ৰৰ হৃদয়ৰ বাঞ্চা পূৰ্ণ নহয়"— কেশৱ মাষ্টৰে নিজৰ মনতে কথাখিনি সুমৰি হুমুনিয়াহ কাঢ়িলে।

কেশৱ মাষ্টৰে পুনৰাই ৰাইজক বহুৱাই কিবা এটা ব্যৱস্থা কৰিব খুজিছিল; কিন্তু সাৰদা পেহীয়ে বাধা দিলে। নিৰীহ গাৱঁলীয়া ৰাইজক আৰু শাস্তি দিবলৈ আৰু মন নাই। "যাৰ কপালত যিখিনি বিদ্যা, সেইখিনিহে হব"— পেহীয়ে কেশৱ মাষ্টৰক সান্ত্বনা দিলে।

১২

কিন্তু মানুহৰ জীৱনটোৱেই এক বৈচিত্ৰময়— কিছুমান কথা নভবা নিচিন্তাকৈয়ে হঠাৎ হৈ যায়। বিদ্যুৎকৃষ্ণৰ জীৱনটোতো এই

ঘটনাটো নতুবা নিচিন্তাকৈয়ে হঠাৎ হৈ গ'ল। বিদ্যুৎকৃষ্ণই চিন্তা কৰিছিল— ইয়াকেই বাৰু মানুহে ভাগ্য বোলে নেকি? কোনো এক অদৃশ্য হাতৰ, কোনোবা এক অদৃশ্য শক্তিৰ অবুজ উত্তোলন। বুজিব পৰা নেযায় মনুষ্য-জনমৰ কাৰ্য্য কাৰণৰ সাঁথৰ, চিন্তিব পৰা নেযায় মনুষ্যজনমৰ পদোত্তলন কিম্বা পদ-স্খলনৰ সাঁথৰ; যি সাঁথৰত পৰো আপোন হয়, আপোনো পৰ হয়। সম্ভৱতঃ ইয়াকেই আমি ভাগ্য বুলি কও, দৈব বুলি কও, —যাৰ ওপৰত ভিত্তি কৰি হয়তো সংস্কৃত পণ্ডিতে ৰচনা কৰিবলৈ বাধ্য হ'ল,— 'ন চ দৈৱাৎ পৰং বলম॥ দৈৱৰ বলতকৈ আৰু পৰম বল নাই।''

আগবাঢ়ি আহিছিল হৰেকৃষ্ণ দেৱ-গোস্বামী, কলিকতা নিবাসী অসমীয়া মানুহ এজন। কাঠৰ ব্যৱসায়ী। ঘৰ-দুৱাৰ, পৰিয়াল লৈ কলিকতাৰ ৰবীন্দ্ৰ সৰণীতে স্থায়ী নিবাসী হৈ পৰিছিল। এবাৰ হৰেকৃষ্ণ গোস্বামী গুৱাহাটীলৈ আহোতে বিদ্যুৎকৃষ্ণৰ লগত দেখা সাক্ষাৎ হয়। ফৰেষ্ট বিভাগৰ কেচ এটাৰ অনুসন্ধানকাৰীৰ সম্পৰ্কত বিদ্যুৎকৃষ্ণৰ হৰেকৃষ্ণ দেৱ গোস্বামীৰ লগত চা-চিনাকি হয়। বিদ্যুৎকৃষ্ণৰ খোজ-কাটল, কথা-বতৰাত হৰেকৃষ্ণ গোস্বামী মোহিত হৈ চিন্তা কৰিছিল— ''এনেকুৱা উগ্ৰবুদ্ধিৰ ল'ৰা এজনে অৰ্থাভাৱত পঢ়া এৰি চাকৰিত সোমাই। ল'ৰাজনে আৰু কিছুদূৰ আগবঢ়া হ'লে?''

হৰেকৃষ্ণ গোস্বামীয়ে এদিনাখন বিদ্যুৎকৃষ্ণৰ ওচৰত প্ৰতিশ্ৰুতি দিছিল—ঃ বিদ্যুৎকৃষ্ণই যদি পুনঃ পঢ়িবলৈ মন কৰে, তেওঁ যথাসৰ্ব্বস্ব দি সহায় কৰিব। কিন্তু তাৰ বিনিময়ত বিদ্যুতে এটি সামান্য স্বাৰ্থ ত্যাগ কৰিব লাগিব। হৰেকৃষ্ণ গোস্বামীৰ একমাত্ৰ কন্যাজনীক সি বিয়া কৰাব লাগিব— অৱশ্যে ছোৱালীজনী দেখাত সিমান চকুত লগা বিধৰ নহয় যদিও, পঢ়াই শুনাই স্বভাবে-চৰিত্ৰই উত্তম। অন্যহাতে হৰেকৃষ্ণ গোস্বামীৰ দৰে কলিকতাহেন চহৰত প্ৰতিষ্ঠা থকা ব্যক্তি এজনে যিকোনো অসমীয়া ল'ৰালৈ তাইক দিবও নোৱাৰে। ছোৱালীজনী যি ভাগে ডাঙৰ দীঘল হৈছে, সেইভাগে ভবিষ্যৎ জীৱনত ৰক্ষণা-

বেক্ষণ দিবলৈ সকলো মানুহ সমৰ্থও নহয়। সেই বিষয়ে তেওঁৰ কবলগীয়াও বিশেষ একো নাই— কাৰণ, মানুহ সদায় পৰিবেশৰ দাস। কিন্তু, আচল কথা হ'ল, বিদ্যুৎকৃষ্ণৰ দৰে ল'ৰা এজনক যদি পঢ়াই শুনাই তেওঁলোকৰ পৰিবেশৰ লগত খাপ খুৱাই লব পাৰে, তেতিয়াহলে ছোৱালীজনীৰ আৰু অসন্তোষৰ কোনো কাৰণ থাকিব নোৱাৰে।

বিদ্যুৎকৃষ্ণই বহুদিন কথাষাৰ চিন্তা কৰিছিল। হৰেকৃষ্ণ গোস্বামী নামৰ তেজমঙহৰ সম্পৰ্কহীন ব্যক্তি এজনৰ লগত সম্পৰ্ক-বিহীন সম্পৰ্ক এটা গঢ়ি তুলি তেওঁৰ ভবিষ্যৎ জীৱনটোত এখোজ আগবাঢ়ি যোৱাটো উচিত হব নে নহব? কিন্তু মাক, কেশৱ মাষ্টৰ, গাৱবুঢ়া, হাবিৰাম, কান্তিৰাম প্ৰমুখ্যে গাৱঁৰ অন্যান্য মানুহবোৰে বাৰু কি ভাবিব? সেই মানুহবোৰৰ জীৱনবোৰ ত্যাগৰ বিনিময়ত গঢ় লৈ উঠা জীৱন্ত প্ৰতিমা জানো খনিকৰৰ আদেশ নোলোৱাকৈ ব্যৱসায়ীৰ গুদাম ঘৰত সৰ্ব্বসিদ্ধি গনেশ ৰূপে আবদ্ধ হৈ থাকিব? —কিন্তু প্ৰতিমাৰ খনিকৰ জানো এজন? অনেকলোক। অনেকলোকৰ অনেক মত। তেওঁ এতিয়া কাৰ মতে যাব? "ৰাইজৰ নাওঁ বালি চাপৰিবে যায়" —বুলি মানুহে কয় যদিও এইবাৰ কিন্তু ৰাইজৰ কৰ্কালত টঙালি বান্ধিবলৈ আৰু জোৰ নাই। বিদ্যুকৃষ্ণই কথাষাৰ কেবা প্ৰকাৰেও ভাবি চিন্তি চালে।

কিন্তু বিদ্যুৎকৃষ্ণৰ ভাগ্য আকাশ বিজুলীৰ নাচোনৰ দৰেই চমকি উঠিল। হৰেকৃষ্ণ গোস্বামী এদিন অকস্মাতে বিদ্যুৎকৃষ্ণৰ ঘৰত নিজেই উপস্থিত হ'ল। সাৰদাপেহীৰ ওচৰত সকলো কথা ভাঙি পাতি কলে আৰু বিদ্যুৎকৃষ্ণক একপ্ৰকাৰ জোৰ কৰিযেই কলিকতালৈ লৈ গ'ল।

বিদ্যুৎকৃষ্ণই চৰকাৰী চাকৰি ইস্তফা দিলে। কলিকতাৰ মেডিকেল স্কুলত এডমিশ্যনো ললে। সাগৰৰ মোহনাৰ বালিচাপৰিত পোত যাবলৈ ধৰা নাওঁ এখন সমুদ্ৰ বুকুত হঠাতে হোৱা জোৱাৰৰ কোবত তৎমুহূৰ্ত্তে সাগৰৰ গৰ্ভত ভাহি উঠিল। গুৰিয়ালে বঠা কোবাই অন্য

এক মহাসমুদ্ৰৰ বুকুত পাল তৰি দিলে।

গাওঁৰ মানুহবোৰে কিন্তু এই কাম সমূলি ভাল নেপালে। তেওঁ-লোকে ইজনে সিজনে কোৱা কুই কৰিলে, "সি এই পথ লৈছে লওঁক, কোনো আপত্তি নাই; কিন্তু এই পথ লোৱাৰ আগতে আমাক কথাষাৰ এবাৰ সুধি চোৱা হলে ভাল আছিল।"

সাৰদা পেহীৰ মুখৰ মাত হৰিল। তেওঁনো এতিয়া কি কৰিব? দুই নাওঁত দুই ভৰি। অকল ধৰ্ম্মক সাক্ষী কৰি বহি থাকিলে জানো হব? গাৱঁৰ মানুহবোৰক তেওঁ কি বুলি বুজনি দিব? — এই চিন্তাটোৱে তেওঁক খুলি খুলি খালে।

কেশব মাষ্টৰে কিন্তু বিদ্যুৎকৃষ্ণৰ এই পৰিকল্পনা ভালেই পালে। "আইনে যিয়েই নকওঁক কিয়, বিদ্যুতে যি কৰিছে ভালেই কৰিছে। জ্ঞান লাভ কৰিবলৈ হলে, এইবোৰ কথা কোনো ডাঙৰ কথা নহয়। কাৰ্য্যসিদ্ধি হবলগীয়া থাকিলে, এই পথেৰেই হয়।"

১৩

উগ্ৰবুদ্ধি সম্পন্ন ব্যক্তিৰ কৰ্ম্মময় জীৱনতো কেতিয়াবা কেতিয়াবা কৰ্ম্মৰ বিপৰ্য্যয় ঘটে; তাকেই সম্ভবতঃ 'দুৰ্ভাগ্য' বুলি নামাকৰণ কৰা হয়। সংস্কৃত পণ্ডিতে এনেয়ে লিখা নাই,— "কৰ্ম্মনা বাধ্যতে বুদ্ধিঃ ন বুদ্ধ্যা কৰ্ম্ম বাধতে। সুবুদ্ধিৰপি যদ্ৰামো হৈমং হৰিণম-ন্বগাৎ ॥" অৰ্থাৎ বুদ্ধি কৰ্ম্মৰ বশীভূত হয়, কিন্তু কৰ্ম্ম বুদ্ধিৰ বশীভূত নহয়; যিহেতু ৰামচন্দ্ৰ বুদ্ধিমান হৈও স্বৰ্ণমৃগৰ অনুসৰণ কৰিছিল।" —বিদ্যুৎকৃষ্ণৰ জীৱনতো তেনেকুৱা বিপৰ্য্যয় এটাই ঘটিল। সেয়া স্বৰ্ণমৃগৰ অনুসৰণত নহয়, মায়াসীতাৰ অনুকৰণতহে।

বিদ্যুৎকৃষ্ণই প্ৰথমবাৰৰ কাৰণে জীৱনত পৰাজয় বৰণ কৰিলে। হৰেকৃষ্ণ গোস্বামীৰ কলিকতা নিবাসী কন্যাৰ লগত বিদ্যুৎ-কৃষ্ণৰ দৰে ল'ৰা এজনে কোনো পধ্যেই খোজ কাটিল মিলাব নোৱাৰে; সেয়াই তাৰ বিপদ। এখন মুখা পিন্ধি খোজ কাঢ়িবলৈ বিদ্যুৎকৃষ্ণই

কাহানিও শিকা নাছিল। পতিকে কলিকতা কেলেই, পৃথিবীৰ সুমেৰু কিম্বা কুমেৰুলৈকে পঠিয়াই দিলেও যাৰ মনত মুখা নাই, সি বাহিৰত মুখাপিন্ধি চাহাবী কায়দাত নাইবা বঙালী-চাহাবৰ সংমিশ্ৰণত হোৱা "চিওদো" ( Pseudo ) কায়দাত চলন ফুৰণ কৰিব নোৱাৰে। "যি অসমীয়া সি অসমীয়াই ; পাৰত গজি বিলাত চাহাব নাইবা বঙালী চাহাব হোৱা লোক কলিকতা কিয়, অসমৰে ভিতৰুৱাল গাৱতো হয়তো আছে। কিন্তু মাটিমূলুকৰ বিদ্যুৎকৃষ্ণই নিজস্ব চলন ফুৰণ, কথা বতৰাৰ ধৰণ কৰণ বিসৰ্জ্জন নিদিয়ে ; লাগিলে জীৱনৰ পথকেই বিসৰ্জ্জন দিব।" বিদ্যুৎকৃষ্ণ শেষ সিদ্ধান্তত উপনীত হ'ল।

ঘটনাটো ঘটিছিল কিছুদিনৰ ভিতৰতে সামান্য কথা এটাকে কেন্দ্ৰ কৰি। হৰেকৃষ্ণ গোস্বামীৰ ৰাজহাউলী যেন দুমহলীয়া ঘৰটোৰ ওপৰ মহলাত তেওঁৰ একমাত্ৰ কন্যাৰ জন্মদিন পালন কৰিছিল। নিমন্ত্ৰিত অতিথি সকল বিদ্যুৎকৃষ্ণৰে কাণসমনীয়া ছাত্ৰ-ছাত্ৰী। বিখ্যাত ব্যৱসায়ী সকলৰ পুত্ৰ কন্যা ; কিন্তু খোজ কাটল কথা বতৰা একেবাৰে আচহুৱা। কথাই কথাই "হায়, হুই, হুৰাহ .. . . . ।" তেওঁলোকৰ খোজ কাটল কথা বতৰাৰ মাজত বিদ্যুৎকৃষ্ণৰ খোজ কাটল, কথা-বতৰা হেনো বৰ বিসদৃশ লাগিল। কথাষাৰ হৰেকৃষ্ণ গোস্বামীৰ ঘৈণীয়েকে গিৰিয়েকক লাহেকৈ কলে। হৰেকৃষ্ণ গোস্বামীয়ে বিদ্যুৎকৃষ্ণক ঠাৰে চিয়াৰে বুজাবলৈ চেষ্টা কৰিলে ; কিন্তু হিতেই বিপৰীত হ'ল। "মই আপোনালোকৰ খোজ-কাটল, কথা-বতৰা অনুকৰণো কৰিব নোৱাৰো ; মায়ামৃগ অনুসৰণো কৰিব নোৱাৰো" বুলি মনৰ ভিতৰতে গুজৰি গুমৰি এটি চুকত মনে মনে বহি থাকিল। অভ্যাগত সকল ঘৰাঘৰি যোৱাৰ পিছত খুউব নম্ৰভাৱে হৰেকৃষ্ণ গোস্বামীক কলে— "মই যদি আপোনাৰ ওচৰত মোৰ নিজত্বক বিসৰ্জ্জন দিছিলো, সেয়া আপোনাৰ তথা আপোনাৰ পৰিয়ালৰ ওচৰত দাসত্ব বিচাৰি নহয় ; আই বাকদেৱী বীণাপাণিৰ প্ৰতি থকা মোৰ আকুণ্ঠ ভক্তিৰ বিনিময়ততহে লক্ষ্মীদেৱীৰ দাসত্ব বিচাৰি। সম্প্ৰতি মই

আপোনাৰ ওচৰৰ পৰা বিদায় মাগিছো। মোৰ জীৱনৰ উন্নতিকল্পে আপুনি যিখিনি পৰিকল্পনা কৰিছিল তাৰ কাৰণে মই চিৰকৃতজ্ঞ। কিন্তু মোৰ উপায় নাই— মই হাৰি গলো। আচলতে মই আত্ম-প্ৰবঞ্চনা কৰিব নোৱাৰো। আপুনি মোক ক্ষমা কৰিব!" — কথা-খিনি একে উশাহতে শেষ কৰি বিদ্যুৎকৃষ্ণই অকল হৰেকৃষ্ণ গোস্বামীৰ ঘৰৰ পৰাই নহয়, একেবাৰে কলিকতা চহৰৰ পৰা পিচদিনাখন বিদায় মাগিলে। 'ডাক্তৰ' হোৱাতকৈ 'দাৰোগা' হোৱাই ভাল আছিল বুলি মনতে সিদ্ধান্ত গ্ৰহণ কৰিলে।

১৩

"বিদ্যুৎকৃষ্ণ ঘৰলৈ ঘূৰি আহিছে"— কথাষাৰে ভাটিমুলুকৰ চাৰিসীমা পাৰ হৈ গৈ উজনি মুলুকতো খলক তুলিলে। অনেকৰ অনেক কথা— "কি কাৰণত বাৰু বিদ্যুৎকৃষ্ণৰ দৰে উগ্ৰবুদ্ধি সম্পন্ন ল'ৰা এজনে শিক্ষা সাং নকৰি ঘৰলৈ ঘূৰি আহিছে?" নানান-জনে নানান কথাৰে মতামত দিলে। খেনোৱে দুঃখ কৰিলে, খেনোৱে মন্তব্য কৰিলে— "আমাক, গাওঁবাসীক অমান্য কৰি সি কলিকতালৈ বৰ ভেম মাৰি গৈছিল নহয়, হাতৰ ফল হাতে হাতে পালে। শেনটোৰ দৰে গৈ, ফেঁচাটোৰ দৰে উলটি আহিলে।

বিদ্যুৎকৃষ্ণই কাকো একো উত্তৰ নিদিলে। সাৰদা পেহীৰো মুখৰ মাত হৰিল। কাকো একোকে নকলেও, নুসুধিলেও। মাত্ৰ গোঁসাইৰ থাপনাৰ ওচৰত চাকি গছি জ্বলাই কান্দি কান্দি প্ৰশ্ন কৰিলে— "এয়া মোৰ কপালত কি লিখিলা প্ৰভু? এয়া তোমাৰ কিহৰ পৰীক্ষা? পৰীক্ষাৰ জানো শেষ হোৱা নাই?" —পেহীৰ কান্দোনৰ সান্ত্বনা দিবলৈ কোনোজন আগবাঢ়ি নাহিল। দুই একে ফিচিঙা ফিচিঙি কৰিলে, বোলে— "যাৰে মহত শাঁখা সেন্দুৰ, তাকে কৰে ভোকোৱা এন্দুৰ। এই গাঁৱৰ নিমখ খাই বিদ্যুৎকৃষ্ণৰ মানুহ হ'ল, সি আকৌ চপনীয়া হৈ গাঁৱৰ মানুহকে মাতষাৰ লগাবলৈকো কুণ্ঠিত হ'ল।"

কেশৱ মাষ্টৰ এইবাৰ কিন্তু একেবাৰেই নিৰ্বিকাৰ। কোনো-ফালে একো নকলে। তেওঁ সচাঁক মিছা, মিছাক সচা কৰি কথা কোৱা মানুহো নহয়, হাতে কামে কৰা মানুহ। হাতে কামে কৰিবলৈ ককালত জোৰ নাই এখোন। লগৰবোৰ এজন এজনকৈ মৰিয়েই থাকিল, — গাওঁবুঢ়া গ'ল, বাপুটিদেউ গ'ল, দীনপূজাৰী গ'ল, সাতোলা খুড়া গ'ল! মেধীখুড়াৰ ককালৰ বিষ। তেওঁনো এতিয়া কাক হাতত লৈ ৰাইজখনক একগোট কৰিব? বাপুটিদেউ, গাওঁবুঢ়া, সাতোলাখুড়া মৰাৰে পৰা গাওঁখনৰ বান্ধ আগতকৈ লেহুকা হ'ল। মাৰলি চিঙিলে ঘৰৰ বান্ধ লৰক ফৰক হয়; মুখীয়াল মৰিলেও গাওঁৰ অৱস্থা তথৈবচেই হয়। তাতে আকৌ বিদ্যুৎকৃষ্ণইও আগতে কিছু জগৰ লগাই থৈছে। গাওঁৰ মানুহেনো বিচাৰে কি?— ঃ ৰাইজক এষাৰ কথা সোধাহে; তামোল পানৰ শৰাইখনেৰে ৰাইজৰ আগত আঠুলোৱাহে। — এই নিয়মৰ হেৰফেৰ হলে ৰাইজক বুজাবলৈ টান। ৰাইজকনো এতিয়া তেওঁ কি বুলি কব?

—প্ৰৌঢ়ত্ব প্ৰাপ্ত হোৱাৰ লগে লগে নেভাবো নেভাবো বুলিও যেন এষাৰ কথা ভাবিবলৈ তেওঁ বাধ্য হৈছে— 'কা কশ্য পৰিবেদনা।। ৰাতি নানান চৰাই একেডাল গছত বাস কৰে, ৰাতিপুৱালে নানান দিশলৈ গুচি যায়। এতেকে কাৰ প্ৰতি কি সমবেদনা?''

১৪

কথাবোৰ ঘূনুক ঘানাককৈ ৰাধাকান্ত আৰু লখিমীৰ কাণতো পৰিছিল। বিপদৰ সময়ত মাত এষাৰ লগাবলৈকে লখিমীৰ সৈতে ৰাধাকান্ত সাৰদা পেহীৰ ঘৰ বুলি ওলাল। দুয়োজনকে ঘৰতে পালে। সিহঁত হালে পেহীৰ ওচৰত সভক্তিৰে আঠু ললে। পেহীদেৱে অন্তৰ উজাৰি আশীষ দিলে। লগে লগে চকুলো টুকিলে মনৰ বেদনাত; আটাইকেইজনে! বিদ্যুৎকৃষ্ণই সিদিনাখন কথা বতৰা একো নেপাতিলে — নিজৰ উদ্দেশ্য অপূৰণ হৈ থকা বাবে এনত গভীৰ বেদনা।

এনেহে কিন্তু তেওঁ বেচ সৰবৰহীয়েই। ৰাধাকান্তই মনে মনে ভাবিলে—"মানুহৰ মুখৰ হাঁহি চাগে এই বাটেৰেই আঁতৰি যায়...... ।"

পেহীৰ ঘৰত দিনটো কটাই আবেলিলৈ ৰাধাকান্ত আৰু লখিমীয়ে বিদায় মাগিলে। ঘূৰি আহোঁতে বাটত ৰাধাকান্তই লখিমীৰ সৈতে বিশেষ কথা-বতৰা নেপাতিলে— কিবা এটা গভীৰ ভাবত বিভোৰ হৈ ৰাধাকান্ত ঘৰত সোমাল্। লখিমীয়ে মনে মনে ভাবিলে—ৰাধাকান্তই বাৰু পেহীদেউহঁতৰ কিবা কথাত বেয়া পালে নেকি? নে, বিদ্যুৎকৃষ্ণই তেওঁৰ লগত বিশেষ কথা বতৰা নপতা কাৰণে পেটে পেটে বেয়া পাইছে?

ৰাধাকান্তই ঘৰত সোমাই কিছু সময় গভীৰভাবে চিন্তা কৰিলে। তাৰ পিচত গোসাঁইৰ থাপনালৈ সেৱা এটা জনাই ঘপং-কৰে চাইকেলখন লৈ বাহিৰ ওলাল। যাবৰ সময়ত লখিমীক কৈ গ'ল— "ঘূৰি আঁহোতে মোৰ অলপ দেৰি হব পাৰে- খুউব বেচি সাঁজ লাগি ভাগিব পাৰে; তই অকলে থাকিবলৈ ভয় নকৰিবি।"

ৰাধাকান্তই বায়ুবেগে চাইকেল চলালে। সম্ভৱতঃ জীৱনৰ ভিতৰত সিদিনাখনেই আটাইতকৈ বেচি বেগে চাইকেল চলাইছে। সেয়া যেন তেওঁৰ অতি মৰমৰ 'হাৰকিউলাচ' চাইকেলখন নহয়; কোনোবা ৰাজকুমাৰৰ পক্ষীৰাজ ঘোঁৰাহে। খুউব কম সময়ৰ ভিতৰতে গৈ সাৰদাপেহীৰ পদূলি মুখত উপস্থিত হ'ল।

সাৰদাপেহী, কেশৱমাণ্টৰ আৰু বিদ্যুৎকৃষ্ণই পিৰালিতে বহি গভীৰ আলোচনাত নিমগ্ন হৈ আছিল। আচম্বিতে ৰাধাকান্তই চাইকেলখনৰ সৈতে হেক্কাই ফেপাই সোমাই অহা দেখি আচৰিত হ'ল। "সিহঁতে বাৰু কিবা দৰ্কাৰী বস্তু এৰি গ'ল নেকি?" —পেহীয়ে ভাবিলে। ৰাধাকান্তৰ মুখৰ ফালে ব্যগ্ৰভাবে আটাইকেইজনে চালে। ৰাধাকান্তই কিন্তু অকণো ভাগৰ লগা অনুভৱ নকৰি হাঁহি মাৰি কলে— "আপোনালোকে মই পুনৰাই অহা দেখি আচৰিত হৈছে চাগৈ। কিন্তু মই এটা বিশেষ সিদ্ধান্তত উপনীত হৈহে আহিবলৈ বাধ্য

হলো। অৱশ্যে পিচে পৰেও আহিব পাৰিলোহেঁতেন; কিন্তু মনে দেখোন নামানিলে।"

তিনিওজনে মন্ত্ৰমুগ্ধ মানুহৰ দৰে ৰাধাকান্তৰ মুখৰ ফালে চাই থাকিল। ৰাধাকান্তই পুনৰাই কলে— "সৰুতে মই 'ভোলানাথ নাট্য অপেৰা'ত অভিনয় কৰিছিলো। 'জাবাল-সত্যকাম' নাটকখনত 'সত্যকাম'ৰ ভাও লৈ গুৰু গৃহত থাকি পুৰণি ভাৰতবৰ্ষত কেনেদৰে অশেষ কষ্ট স্বীকাৰ কৰিও জ্ঞান আৰ্জিছিল, তাকেই দেখুৱাইছিলো। কিন্তু আজি যেন সেই 'জাবাল-সত্যকাম'ক মোৰ নিজ চকুৰ আগতে দেখা পাইছো। পেহীদেউ জানো পুৰণি ভাৰতবৰ্ষৰ 'জাবাল' নহয়; বিদ্যুৎকৃষ্ণ 'সত্যকাম' নহয়?" — নাটকীয় ভংগীমাৰেই কথাবোৰ কৈ গৈছিল ৰাধাকান্তই। কোনেও একো উত্তৰ দিয়া নাছিল। মাত্ৰ ইজনে সিজনৰ মুখৰ ফালে চাই থাকিল। ক্ষন্তেক মৌন হৈ থাকি ৰাধাকান্ত পিৰালিৰ ওপৰলৈ উঠি আহিল। বিদ্যুৎকৃষ্ণৰ পিঠিত হাতখন আলেফুলে থৈ কলে, — "ভাইটি! তুমি পঢ়া শুনাত বহু ওপৰত যদিও বয়সত কিন্তু মোতকৈ বহুত সৰু হবা। তুমি পঢ়া শুনা কৰা ল'ৰা গতিকে পঢ়া শুনা কৰা। এয়া তোমাৰ মই ককায়েৰা হৈ কৈছো– আজিৰে পৰা সমস্ত দায়িত্ব মোৰ ওপৰত। মানুহে কথাতে কয়, বোলে 'পঢ়ায় পঢ়ে, ৰোৱে পান; এই তিনিয়ে নিচিন্তে আন।' গতিকে তোমাৰো আজিৰ পৰা চিন্তা ভাৱনা সকলো বৰ্জ্জিত; যি চিন্তা লাগে মোৰ লাগিব। তুমি অনতিপলমে কলিকতালৈ ঘূৰি যোৱা। পইচা পাতি যি লাগে মোৰ পৰা লৈ যোৱা। তোমাৰ প্ৰতি মাহৰ খৰচৰ পইচা পেহীৰ হাততে মই দি থৈ যাম। তাৰ বিনিময়ত মোক একো নালাগে; মাত্ৰ আমাৰ এই অঞ্চলৰ নাম উজ্জ্বল কৰিলেই মোৰ সকলো শ্ৰমৰ প্ৰতিদান দিয়া হব।" — এই বুলি কৈ ৰাধাকান্ত মৌন হৈ ৰ'ল। কেশৱ মাষ্টৰ ইমান সময়ে মনে মনে আছিল। তেওঁ লাহেকৈ মাত লগালে — "তোমাৰ প্ৰচেষ্টা একেবাৰে সজ! কিন্তু, ইমান টকা পাবা ক'ত? কলিকতা চহৰত ল'ৰা এজন ৰাখি

ডাক্তৰী পঢ়োৱা কি সহজ কথা ?"

ৰাধাকান্ত কিছু সময় মনে মনে থাকিল। পিচত ঈষৎ হাঁহি মাৰি তললৈ মূৰ কৰি বৰ বিনম্ৰভাবে কলে— "গুৰুজনাৰ কৃপাত, অ'ত দিন নাম গুণ গাই ৰাইজৰ মনত আনন্দ দি আহিছো। যি পাৰো গাইছো, বাইছো। ৰাইজে হাত চাপৰি বজাইছে, — আনন্দ পাইছে। ৰাইজৰ শলাগনী, ৰাইজৰ আনন্দ এইয়া জানো কম কথা ? এই খিনিকে অমূল্যধন বুলি মই আজি অ'ত দিন গণ্য কৰি আহিছো। এতিয়াৰ পৰা লাগিলে মাগিম। বোলো মোৰ গীত মাত শুনি আনন্দ পাইছা যদি, সন্তোষ পাইছা যদি দু-পইচা দি যোৱা, সত কামত লাগিব। "ৰাইজে নখ জোকাৰিলে নৈ বই।" তোমাৰ দৰে বিদ্যাৰম্ভ ল'ৰা এটাক কলিকতাত পঢ়াবৰ জোখাৰে ধন কেইটাও নেপামনে ? নহলেনো ৰাইজখন আছে কেলৈ ? মোৰ 'হাৰক্লিউলাচ' খন আছে কেলৈ ? নাৰিকলৰ বেপাৰখন কৰিলো কেলৈ ? গীত মাত অভিনয় শিকিলো কেলৈ .. ?"

এইবাৰ ৰাধাকান্তই আকাশৰ ফালে চাই এটি হুমুনিয়াহ কাঢ়িলে। সেই সময়ত আকাশত জোন ওলাইছিল— পূৰ্ণচন্দ্ৰৰ প্ৰভা। ৰাধাকান্তৰ মুখত এআকাশ হাঁহি বিৰিঙি উঠিল। লগে লগে বিদ্যুৎকৃষ্ণৰো। পেহীদেৱে দুয়োজনৰে মূৰত ধৰি আশীৰ্ব্বাদ দি কলে— "আজিৰে পৰা দুয়োজন সহোদৰ হলা।"

কেশৱ মাষ্টৰে ইঙ্গিততে দুয়োজনক গন্তব্য স্থানলৈ আগবাঢ়ি যাবলৈ নিৰ্দ্দেশ দিলে আৰু পিৰালিৰে পৰা দন্ত বিহীন মুখখনেৰে খিল্‌খিলাই হাঁহি হাঁহি উপনিষদৰ ঋষিজনাৰ দৰে গলগলীয়া মাতেৰে কলে— "চৰৈবতি ; চৰৈবতি ; চৰৈবতি !"

# মঙ্গলেখাৰ মাজত : প্ৰথম পৰ্ব্ব

১

সেইজন বিদ্যুৎকৃষ্ণৰে একমাত্ৰ পুত্ৰ ডাক্তৰ নীলকান্ত ভট্টাচাৰ্য্য এটা দিনত যে এনেদৰে আহি উজনি মুলুক আৰু ভাটিমুলুকত ঘুৰি ফুৰি পুৰণি কথাবোৰৰ সন্ধেদ লব, কোনো মানুহে কল্পনাই কৰিব পৰা নাছিল। অন্যহাতে সেই তাহানিৰ ভাতৃপ্ৰতীম ৰাধাকান্ত আৰু ডাঃ বিদ্যুৎকৃষ্ণ ভট্টাচাৰ্য্যৰ দুই পুত্ৰ এনেদৰে এটা দিনত একেখন মজিয়াতে ভাত এসাজ খাব, কোনো মানুহে ধাৰণাই কৰিব পৰা নাছিল।

বিদ্যুৎকৃষ্ণই কলিকতাৰ পৰা ডাক্তৰী পাচ কৰাৰো আজি এযুগ পাৰ হৈ গ'ল। তাৰ পিচত পোনতে সৈন্য বাহিনীৰ ডাক্তৰ হিচাবে কৰ্ম্মজগতত প্ৰবেশ কৰিয়েই চৰকাৰৰ পৰা জলপানী লৈ বিলাতলৈ গ'ল। বিলাতৰ পৰা শল্য বিভাগৰ ডাঙৰ উপাধি লৈ পুনা সামৰিক হাস্পাতালৰ অস্ত্ৰ চিকিৎসকৰ কামত নিযুক্ত হ'ল। কিছুদিন পিচতে বিয়া বাৰু কৰালে। ল'ৰা সন্তান এটিও হ'ল। কিন্তু ল'ৰাকণৰ পাঁচ বছৰ বয়স পাৰ হওঁ কি নহওঁতেই এটা বৰ ডাঙৰ দুৰ্ঘটনাৰ সম্মুখীন হ'ল ।

ঘৈণীয়েক আৰু সৰু ল'ৰাটিক লগত লৈ তেওঁ এদিন কোনোবা এজন বন্ধুৰ ঘৰলৈ গৈছিল নিজে ড্ৰাইভ কৰি। হঠাতে বাটতে হ'ল সেই ভয়ঙ্কৰ মটৰ দুৰ্ঘটনাটো। গাড়ীখন লুটি বাগৰ খাই কাষৰ নৰ্দ্দমাত পৰি গ'ল। লগে লগে ঘৈণীয়েকে বুকুৰ ওপৰত প্ৰচণ্ড আঘাত পাই মৃত্যু মুখত পৰে। বিদ্যুৎকৃষ্ণৰ "হেড ইন্‌জিঅ'ৰি" হৈছিল যদিও এমাহৰ মূৰত আৰোগ্য হয়। ল'ৰাটিৰ সোঁ ভৰিখনৰ মাজতে দুভোখৰ হৈছিল যদিও এমাহ নে দুমাহৰ মূৰত সম্পূৰ্ণ আৰোগ্য হয়

তথাপি, খোজ কাচোতে অলপ লেকেচাই যায়। জনালোকেহে ধৰিব পাৰে নতুনে কদাপি নোৱাৰে।

নীলকান্তই খোজ কাচোতে লখিমীয়ে কথাটো লক্ষ্য কৰিছিল আৰু কথা প্ৰসংগত উলিয়াইছিল। কথাবোৰ নীলকান্তৰ কিছু মনত পৰে, কিছু মনত নপৰে। কিন্তু লখিমীয়ে এনেদৰে বৰ্ণনা দিছিল যেন তেওঁ প্ৰত্যক্ষদৰ্শীহে আছিল। সুদূৰ পুনা চহৰত নীলকান্তহঁতৰ সেই ভয়ানক মটৰ দুৰ্ঘটনা হওঁতে লখিমীহঁত দেখোন ৰাধাকুছি গাঁৱতেই আছিল। তেন্তে লখিমীয়ে ইমানবোৰ কথা জানিলে কেনেকৈ? — কথাষাৰ নীলকান্তই কেবাবাৰো চিন্তা কৰি চাইছিল। অথচ, ৰাধাকান্তৰ মৃত্যুৰ বাতৰিটোকে সিহঁতে নেপায় — ? কথাষাৰ মনতে আলচি নীলকান্ত নিজে নিজে কিবা এক দোষী ভাৱত ভাৱাক্ৰান্ত হৈ উঠিছিল।

২

যোগাযোগ হেৰাই গৈছে।

ডাক্তৰ বিদ্যুৎকৃষ্ণ ভট্টাচাৰ্য্য আৰু ৰাধাকান্তহঁতৰ ঘৰখনৰ লগত বহুদিন আগতেই সম্পৰ্ক হেৰাই গৈছে; খবৰ বাতৰি, চিঠি-পত্ৰৰ সম্পৰ্ক বহুদিন আগতেই হেৰাই গৈছে। হয়তো কিবা এক অজ্ঞাত মানসিক আকৰ্ষণ দুয়োটা পৰিয়ালৰ মাজত ৰিণিকি ৰিণিকি বাজি আছিল কাৰণেই আজি আকৌ দুয়োটা পৰিয়ালৰ দুজন প্ৰতিনিধিৰ মাজত সেই বান্ধোন পুনৰাই সঞ্জীবিত হৈ উঠিছে।

যোগাযোগ এসময়ত আছিল– অতি মধুৰ সংযোগ।

চিঠি পত্ৰ, টকা পইচা সকলোবোৰৰেই যোগাযোগ আছিল এসময়ত — বিদ্যুৎকৃষ্ণ আৰু ৰাধাকান্তৰ মাজত, বিদ্যুৎকৃষ্ণ আৰু কেশৱ মাষ্টৰৰ লগত। বিদ্যুৎকৃষ্ণ বিলাতৰ পৰা ডাঙৰ ডাক্তৰ হৈ আহি পুনা সামৰিক কলেজত শল্য বিভাগৰ "এচিষ্টেণ্ট চাৰ্জন" হোৱাৰ পিচতো এই যোগাযোগ আছিল। কেশৱ মাষ্টৰ আৰু

ৰাধাকান্তই বিদ্যুৎকৃষ্ণৰ খোপে খোপে আগবাঢ়ি যোৱা জীৱন অখলাৰ কথা গাঁৱৰ ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ীৰ আগত সাধুকথা কোৱাৰ দৰে পুৱা গধূলি বকলা মেলিছিল। ল'ৰা ছোৱালীবোৰে এইবোৰ কথা সাধু শুনাৰ দৰেই শুনিছিল; বিদ্যুৎকৃষ্ণৰ আদৰ্শৰে নিজৰ নিজৰ জীৱন গঢ়াৰ প্ৰেৰণা পাইছিল।

কিন্তু বিদ্যুৎকৃষ্ণ লাহে লাহে সলনি হৈ গৈছিল— অন্য কাৰণত নহয়, নিজৰ কৰ্ম্মজগতৰ ব্যস্ততাৰ বাবে। শল্য বিভাগৰ ইটো-সিটো কামত তেওঁ দেশ বিদেশলৈ গৈ থাকিব লাগে, সভাই সমিতিয়ে যোগদান কৰিব লাগে, চেমিনাৰবোৰত আগভাগ লব লাগে, নিজৰ চিকিৎসকৰ দায়িত্ব মূৰৰ ওপৰত চকৰি ঘূৰাদি ঘূৰিয়েই থাকে অনবৰত; চাৰ্জনৰ দায়িত্ব কি মুখৰ কথা? তাৰ বাবেই যে এক জীৱন সাধনা।

অৱশ্যে, এইবোৰ গধূৰ দায়িত্ব পালন কৰিও তেওঁ গাওঁখনৰ লগত যোগাযোগ ৰাখিছিল নিয়মিত ভাবে, সকলো দিশতে। কিন্তু সলনি হৈ গ'ল ঘৈণীয়েক সৰলাৰ অকাল বিয়োগৰ পিচত ক্ৰমে ক্ৰমে।

দ্বিতীয় বিবাহ নকৰালে বিদ্যুৎকৃষ্ণই একমাত্ৰ পুত্ৰ নীলকান্তৰ মৰমত আবদ্ধ হৈ। হয়তো মাহী আইৰ দৃষ্টিত ল'ৰাকণৰ মানসিক গঢ়ত কিবা অখজা লাগিব পাৰে— সেয়াই আছিল তেওঁৰ একমাত্ৰ ভয়ৰ কাৰণ। সেয়ে তেওঁ পিতৃ হৈও পালন কৰিব লগা হৈছিল নীলকান্তৰ মাতৃত্বৰ দায়িত্ব।

নীলকান্তৰ পঢ়াশালীয়া জীৱন আৰম্ভ হৈছিল কনভেণ্ট স্কুলৰ হোষ্টেলত। কলেজীয়া সময়চোৱা পাৰ কৰিছিল কলেজ হোষ্টেল-বোৰত। মাতৃৰ মৰমৰ পৰা বঞ্চিত, পৰিয়াল পৰিজনৰ পৰা নিঃসঙ্গ এক জীৱন— এনেকৈয়ে অভ্যস্ত হৈ গৈছিল নীলকান্তৰ শিক্ষাজীৱনৰ কালচোৱা। পিতৃ বিদ্যুৎকৃষ্ণই পুতেকৰ মাতৃ স্নেহৰ অভাৱ পিতৃত্বৰ দায়িত্বৰে পালন কৰাৰ উপৰিও নীলকান্তৰ জীৱন ধাৰাত যাতে কনভেণ্টৰ পশ্চিমীয়া কৃত্ৰিমতাই প্ৰাধান্য লাভ কৰিব নোৱাৰে তাৰ

বাবে শৃঙ্খলাবদ্ধ ভাবে চেষ্টা কৰি গৈছিল। তেওঁ পুতেকলৈ নিয়মিত ভাবে চিঠি লিখিছিল। ভাৰতীয় সংস্কৃতিৰ মাজত অসমীয়া জাতীয় জীৱনৰ ঐতিহ্যৰ কথা তেওঁ চিঠিৰেই পুতেকক সকীয়াই দিছিল; নিজৰ দায়িত্ব জ্ঞানৰ বিষয়ে বুজনি দিছিল। এনে কৰোতে তেওঁৰ বাহ্যিক জগতৰ লগত, বন্ধু-বান্ধবৰ লগত চিঠি পত্ৰৰ আদান প্ৰদান, আহ-যাহ আদি বন্ধ হৈ গৈছিল প্ৰায়।

ৰাধাকান্তও ক্ৰমাৎ বুঢ়া হৈ আহিছিল। চকুৰে ক্ৰমাৎ ভালদৰে নমনা হৈ আহিছিল। কলিজাৰ বেমাৰটোৱে প্ৰায়েই উক দিছিল। মূৰ ঘূৰণিত কাগজ কলম হাতত লবলৈ মন নোযোৱা হৈছিল। বাক্যই প্ৰতি ভুল লিখা হৈছিল। সাংসাৰিক, মানসিক, শাৰীৰিক আঘাটত কেবল বিদ্যুৎকৃষ্ণৰ লগতেই নহয়, অইন মানুহ-বোৰৰ লগতো সম্পৰ্কবোৰ হেৰাই গৈছিল। অৱশেষত মৃত্যুৰ পিছতো ৰাধাকান্তৰ মৃত্যুৰ বাতৰিটো বিদ্যুৎকৃষ্ণইতে নোপোৱা অৱস্থা এটাৰ উদ্ভব হৈছিল।

## ৩

নীলকান্তই এই কেইদিন লখিমীক পাই কিবা এক বেলেগ আমেজত বন্দী হৈছে। এয়াই মাতৃৰ মৰম— সি যেন শিৱকান্তহঁতৰ ঘৰত কটোৱা এই কেইটা দিনত সাগৰ নেদেখা মানুহে সাগৰ দেখি এসাগৰ আনন্দ পোৱাৰ দৰে কিবা এক বেলেগ অনুভূতিত অভিভূত হৈ পৰিছিল। লখিমীৰ যে কথাই নাই— "সাৰদা পেহীৰ নাতি, বিদ্যুৎ দাদাৰ ল'ৰা। ইমানটি ডাঙৰ হ'ল। ডাক্তৰ হ'ল। আৰু গাঁৱৰ ফেদেলি তিৰোতাজনীক বিচাৰি আহি আহি আজি অ'ত দিনৰ মূৰত পেহী বুলি 'হেনাহৰ' (স্নেহৰ) মাত এষাৰ দিছে, এয়া কম আনন্দৰ কথা নে?" — কথাই কথাই লখিমীয়ে এইষাৰ কথা দোহাৰিছিল। লগে লগে নিজৰ বিবাহৰ কথা, যুৱতীকালৰ দিনবোৰৰ কথা, সাৰদা পেহীৰ কথা, হৰিকান্ত মহাজনৰ কথা,

কেশৱ মাষ্টৰ, বাপুতিদেউ আৰু গাঁৱখনৰ পুৰণি দিনৰ ক'ত কথাৰ যে পাতনি মেলিছিল। নীলকান্তই ৰগৰ কৰি কৈছিল— "পিতাৰ ভনীয়েক পেহী। সেয়েহে বুকুৰ দেহী।" পেহীয়ে পূর্ণচন্দ্রৰ দৰে মুখখনেৰে ঘক্ ঘক্ কৰে এমুখ হাঁহি নীলকান্তৰ গায়ে-মূৰে হাত ফুৰাই দিছিল। নীলকান্তৰ সর্ব্ব শৰীৰ যেন কিবা এক অবুজ মায়াত শিহঁৰি উঠিছিল।

নীলকান্তই কিন্তু লক্ষ্য কৰিছিল, লখিমী পেহীয়ে কথা পাতি থাকোতে মাজে সময়ে আবোল তাবোল বকে। কথা কবলৈ পালে পেহীজনীক যেন একোকেই নেলাগে। সেয়া সকলোবোৰ পুৰণি দিনৰ কথা। ৰাধাকান্তৰ কথা কবলৈ পালে যেন পেহীক আৰু একোকে নেলাগে, চকুযুৰি আজিও গাভৰু ছোৱালীৰ চকুৰ দৰে উজ্বল হৈ উঠে; যেন এইমাত্র ৰাধাকান্তই হাৰকিউলাচ চাইকেলখনৰ টিলিঙাটো বজাই বজাই চোতাল সোমাইছেহি। যেন এইমাত্র ৰাধাকান্তই নাগৰা নামৰ কলি এটা গাই গাই বাজ-ঘৰ কৰিছেহি। কথাই কথাই পেহীৰ পেন্ পেননি — "মৰন্তাজন ভালে কুশলে গ'ল! এই অভাগীৰহে মৰণ নহ'ল। পাপী জীৱ বোপাই; সংসাৰ তাপে তাপিত জীৱ।' লখিমীৰ কথা শুনি নীলকান্তই উত্তৰ দিয়ে— "তুমিনো তেনেদৰে কিয় কোৱা পেহী! সকলোবোৰ দেখোন মই থিকেই দেখিছো।" পেহীয়ে লাহে লাহে কয়— "নহয় অ' বোপাই! ৰাতি ৰাতি মোৰ টোপনি নাহে। শিৱকান্তই বোলে মোৰ ব্লড প্রেচাৰ। জিলাৰ ডাক্তৰে বোলে কিবা মানসিক বেমাৰ। বোপাই অ'— তই মোৰ বেমাৰটোকে চাই দিবিচোন সোনাই!"

নীলকান্তই বেমাৰ চালে, প্রেচাৰ চালে। সকলোবোৰ থিকেই পালে। "পেহী এয়া প্রেচাৰ নহয়। মনৰহে বেমাৰ" বুলি নীল-কান্তই আক্ষেপৰ সুৰত কলে— "চেঃ পেহীজনী— কম বয়সতে একেবাৰে বুঢ়ীযেন হ'ল। চুলি কেইডালো অবয়সতে পকি গ'ল। বয়সো মাত্র দুকুৰি দহ মানহে হব।" পেহীয়ে প্রত্যুত্তৰত কয়—

"'বোপাইজ' তই থিকেই ধৰিছ। দুকুৰি দহো পূৰ হোৱা নাই এখোন। পাচে চাৰিকুৰিৰ দেওনা পাৰ হোৱা যেন লাগিল এই কেইটা দিনতে। যিখনহে দুঃখ পালো। মৰন্তাজন যোৱাৰ পৰাতো দুঃখৰ সীমনাই নোপোৱা হলো। কবলৈ মোৰ ভাষাটি নাই" বুলি পেহীৰ আকৌ কান্দোনৰ সুৰ। নিচুকণিৰ সুৰত নীলকান্তৰ আকৌ প্ৰবোধ বচন— "পেহী! মই দেখোন সকলোবোৰ থিকেই দেখিছো। মোকেই কোৱাচোন তোমাৰ কিহৰ দুঃখ, কিহৰ চিন্তা!" — চকুলো টুকি টুকি পেহীয়ে কলে— "মোকনো কেলেই সুধিছ বোপাই। বোৱাৰী-জনীকে সুধি পুচি ল'। তায়েই সকলো কব মোৰ পোৰা কপালৰ কথা" বুলি পুনৰাই পেহীৰ একে বিননি।

8

বোৱাৰীবেশে ধৰিত্ৰীৰ কবলগীয়া বহু কথাই আছে। কেঁচা আমডালিৰ তলেৰে, মাহ হালধিৰ সুবাসেৰে মূৰত ওৰণি টানি এটা দিনত যদি ধৰিত্ৰী এইখন ঘৰত বোৱাৰীবেশেৰে পদাৰ্পণ নকৰিলে-হেঁতেন, তাইৰ জীৱনত মানুহৰ চিন্তাধাৰা সম্পৰ্কে বহুতো কথাই সাঁথৰ হৈ থাকি গ'লহেঁতেন। হয়তো তাই শিৱকান্ত বৰুৱা নামৰ সেই প্ৰি-ইউনিভাৰ্চিটি চায়েন্স ক্লাচত একেটা বাৰ্ণাৰতে কেমিষ্ট্ৰি প্ৰেক্‌টিকেলৰ টেষ্ট টিউব গৰম কৰা ল'ৰাজনৰ চিন্তাধাৰাৰ গভীৰতা কাহানিও অনুভৱ কৰিবলৈ সুবিধাই নেপালে হেতেঁন। অন্যহাতে নীলকান্ত নামৰ সেই কোমল চেহেৰাৰ ল'ৰাজন আজিও যেন একেধৰণেই আছে, সেই তাহানি প্ৰি-ইউনিভাৰ্চিটিৰ ছাত্ৰজন; আজি অয়েল কোম্পানীৰ ডাঙৰ ডাক্তৰ হোৱাৰ পিচতো একেধৰণেই আছে-একেই খোজ, একেই কথা, একেই বতৰা! পৰিবৰ্ত্তনৰ ভিতৰত মাত্ৰ শাৰীৰিক ভাবে কিছু শকত হৈছে, দেহৰ অ'ত ত'ত চৰ্ব্বি জাতীয় কিছু বস্তু জমা হৈ একপ্ৰকাৰ থোপোকাটো হৈ পৰিছে।

বহু কথাই মনলৈ আহিছিল ধৰিত্ৰীৰ এই কেইটা দিনত। নীলকান্তক আজি বহু বছৰৰ মূৰত এনেদৰে যে একেটা ঘৰতে লগ পাব তাই কাহানিও কল্পনাই কৰিব পৰা নাছিল।

দহ বছৰৰ আগৰ এবছৰৰ কথা।

শিৱকান্ত, নীলকান্ত আৰু ধৰিত্ৰী।

কটন কলেজৰ একেটা ক্লাচৰেই সহপাঠী।

প্ৰি-ইউনিভাৰ্চিটি চায়েন্স ক্লাচ।

শিৱকান্ত, নীলকান্ত একেটা হোষ্টেলতে থাকে।

ধৰিত্ৰী থাকিছিল পানবজাৰৰ নিজৰ ঘৰত।

নীলকান্ত, শিৱকান্ত আৰু ধৰিত্ৰীয়ে একেলগে প্ৰেক্‌টিকেল কৰিছিল— ফিজিক্স প্ৰেক্‌টিকেল, বোটানী প্ৰেক্‌টিকেল, কেমিষ্ট্ৰি প্ৰেক্‌টিকেল, জু'লজি প্ৰেক্‌টিকেল। তিনিও পাৰ্টনাৰৰ মিলা প্ৰীতিত লগৰবোৰে কথাই কথাই কাট মাৰে 'হাইড্ৰোকাৰ্ব্বন' গ্ৰুপ বুলি। নীলকান্তই এদিন ধৰিত্ৰীৰ 'আউট খাটা' খনৰ শেষৰ পাতখিলাত মনে মনে লিখি দিয়ে— "মই তোমাক বিয়া কৰাম।" ধৰিত্ৰীয়ে নীলকান্তৰ আখৰ চিনি পায়। প্ৰত্যুত্তৰত নীলকান্তৰো বহীখনৰ শেষৰ পাতখিলাত লিখি দিয়ে— "মই তোমাক জোটাৰে কোবাম।" নীলকান্তই ধৰিত্ৰীৰ আখৰ চিনি পায়। মুখ ওন্দোলাই নীলকান্তই শিৱকান্তৰ ওচৰত অভিযোগ কৰে— "মই নো কি বেয়া কথাষাৰ লিখিলো।" ধৰিত্ৰীয়ে শিৱকান্তৰ ওচৰত জগৰ ধৰে— "এনেকুৱা অসভ্য ল'ৰাক পাৰ্টনাৰ হিচাবে লবলৈ তোমাক কোনে কৈছিল। মই প্ৰিন্সিপালক ৰিপৰ্ট কৰিম।" শিৱকান্তই দুয়োজনৰে মধ্যস্থতা কৰে— "আহা ; তেনে কাম নকৰিবা। লাগিলে মই দুয়োজনৰে বিয়াৰ পুৰোহিত হম।"

কিন্তু শিৱকান্ত পুৰোহিত হবলগীয়া নহ'ল। দৰাই হ'ল। নীলকান্ত প্ৰি-ইউনিভাৰ্চিটি প্ৰথম বিভাগত পাচ কৰি ডিব্ৰুগড়লৈ গ'ল মেডিকেল কলেজত পঢ়িবৰ বাবে। শিৱকান্তই অশেষ চেষ্টা কৰিও

প্ৰথম বিভাগত নোৱাৰিলে, দ্বিতীয় বিভাগত হে পাচ কৰিলে। সেই নম্বৰৰ হাৰত অনুন্নত সম্প্ৰদায়ৰ ল'ৰা হোৱা হলে মেডিকেল পঢ়িবলৈ চীট এটা নিশ্চয় পালেহেতেন ; কিন্তু শিৱকান্তই নেপালে— বৰুৱা বংশৰ ল'ৰা, উন্নত সম্প্ৰদায়ৰ ল'ৰা, সেই হাৰত চীট পাবলৈ তেওঁৰ অধিকাৰ নাই। জীৱনত কাহানিও উচ্চনীচ সম্প্ৰদায়ৰ কথা মনত নেখেলোৱা শিৱকান্তৰ মনত হেনো সিদিনাখন বৰ বেজাৰ লাগিছিল চীট এটা নোপোৱা কাৰণে নহয়, শিক্ষা বিভাগে সম্প্ৰদায়ৰ বিচাৰ কৰা বাবে। অনুন্নত সম্প্ৰদায়ৰ কেবাজনেও তাতকৈ কম হাৰতে চীট পালে। অথচ, সিহঁত যে অনুন্নত সম্প্ৰদায়ৰ ল'ৰা এই কথাষাৰ শিৱকান্তৰ মনত হেনো আগতে কাহানিও খেয়ালেই নাছিল।

শিৱকান্তই জু'লজী, বোটানী, কেমিষ্টি কম্বিনেশ্বনত বি-এছ-ছি পঢ়িলে কটন কলেজতে। মনতে আশা বি-এছ-ছি ত ভাল নম্বৰ পালে আকৌ এবাৰ চেষ্টা কৰিব মেডিকেল পঢ়িবলৈ। মানব সেৱাৰ বাবে তাৰ অন্তৰত এক প্ৰবল হেপাহ আছিল। কিন্তু তাৰ মনৰ আশা মনতে মাৰ গ'ল। এইবাৰো সি অকৃতকাৰ্য্য। কথমপিহে পৰীক্ষাৰ দেওনাখন পাৰ হৈ নামৰ অন্তত ডিগ্ৰী লেখিব পালে। সেই নম্বৰৰ হাৰেৰে বহুতো আবেদন পত্ৰৰ বিনিময়ত আনকি চাকৰি এটাকে কতো বিচাৰি নেপালে ; সকলোৰে একে কথা— "অডিনাৰী বি-এছ-ছি। আজি কালি অনাৰ্চ বা ডিষ্টিংচন নহলে ন' প্ৰচ্পাৰিটি।"

কথাবোৰ গমি পিতি দেউতাক ৰাধাকান্তই কৈছিল— "বোপাইঅ' বিজ্ঞান শিক্ষাই আমাক নুসুজিলে। তই হাইস্কুলত থাকোতেই দেখোন উমাপতি বিদ্যাশ্ৰমত সংস্কৃত পঢ়ি আদ্য, মধ্য পাছ কৰি থৈছ। এতিয়া দুবছৰৰ ভিতৰত 'উপাধি'তো পাছ কৰি সংস্কৃত মাষ্টৰ হ। সংস্কৃত মাষ্টৰৰ দাম আছে।"

হয়। দেউতাকৰ কথাই সচাঁ কথা। সংস্কৃতৰ 'উপাধি' পাছ কৰাৰ এসপ্তাহ পিছতেই শিৱকান্ত বৰুৱা বেদ-ব্যাকৰণ শাস্ত্ৰী বীণা-পাণি বিদ্যামন্দিৰৰ শিক্ষক বৰ্গৰ এটা উজ্বল নাম হৈ পৰিল। সেই

নামটোক কোনো কোনোৱে "শাস্ত্ৰী মাষ্টৰ" কোনো কোনোৱে "দেউ-মাষ্টৰ" কোনো কোনোৱে "চায়েন্স সংস্কৃত কম্বিনেশ্বন চাৰ" বুলি মাতে। কিন্তু শিৱকান্ত বৰুৱা বেদ-ব্যাকৰণ শাস্ত্ৰী কাব্যতীৰ্থ বুলি লিখা নামটোক শিৱকান্তই এক বিশেষ শালীনতা বুলি ভাবে।

ধৰিত্ৰীৰ লগত শিৱকান্তৰ বিয়াখন তাৰ ঠিক দুবছৰৰ ভিতৰতেই হয়। নীলকান্তহঁত ডিব্ৰুগড়ত মেডিকেল পঢ়িবলৈ যাওঁতে শিৱকান্ত আৰু ধৰিত্ৰীৰ যোৰটো কটন কলেজৰ বিজ্ঞানৰ ক্লাছত এজুৰীয়া হৈ পৰে। সেয়েহে ইজনৰ প্ৰতি আনজনৰ আকৰ্ষণ ক্ৰমাৎ গভীৰ হৈ পৰে। তাতে আকৌ ধৰিত্ৰীয়ে হেনো শিৱকান্তৰ দৰে গহীন গম্ভীৰ ধুনীয়া ল'ৰা এজন কটন কলেজৰ ভিতৰত কিয়, সমগ্ৰ গুৱাহাটী চহৰতে দেখাই নাছিল। কথাই কথাই এদিন সেয়ে ধৰিত্ৰীয়ে শিৱকান্তৰ প্ৰতি থকা দুৰ্ব্বলতাৰ কথা স্বয়ং শিৱকান্তৰ সন্মুখতে প্ৰকাশ কৰিলে। শিৱকান্তই পোনতে একো উত্তৰ নিদি কিছুদিন অপেক্ষা কৰিবলৈ কলে আৰু সকলো কথা 'বাপাখুড়া'ৰ আগত খোলাখুলি ভাবে কলে। বাপাখুড়াই কথা শুনি একো উত্তৰ নিদিলে। মনে মনে কি গুনিলে তেওঁহে জানিলে। পিছত শিৱকান্তই বীণাপাণি বিদ্যামন্দিৰত সংস্কৃত মাষ্টৰ হৈ প্ৰথম মাহৰ দৰমহাৰে ঘৰখনলৈ অনা গুৱাহাটীয়া মিঠাই খাই উঠিহে শিৱকান্তৰ কাণে কাণে বাপা-খুড়াই কলে— "বোপাই অ' সহজ সৰল মৰম চেনেহবোৰ উপেক্ষা কৰা উচিত নহয়। পাচে তাই গুৱাহাটী হেন চহৰত ডাঙৰ দীঘল হৈ ৰাধাকুছি যেন ঘোকোট গাওঁখনত বোৱাৰী খাটিব পাৰিব জানো?" কথাষাৰ দেউতাক ৰাধাকান্তই খোলাখুলি ভাবে ধৰিত্ৰীৰ দেউতাকক সুধি চালে। ধৰিত্ৰীৰ দেউতাকে পোনবাটেৰেই উত্তৰ দিলে— "পাৰিব! কিয় নোৱাৰিব? ছোৱালীৰ মনত অশান্তি মই দিব নোখোজো! তাই পঢ়ি শুনি বুজন হোৱা ছোৱালীজনীয়ে এই প্ৰস্তাৱ দিছে যেতিয়া ভাবি চিন্তি নোচোৱাকৈ দিছে বুলি মোৰ মনে নধৰে। সোনকালে হোৱাহে উচিত।" — ধৰিত্ৰীৰ দেউতাক সৰল মানুহ। সৰল কথা।

ৰাধাকান্তৰ মতে সেয়া হৈছে জ্ঞানী মানুহৰ প্ৰকৃত লক্ষণ। বাপা-খুড়াৰ মতে 'ধৰিত্ৰী' নাম যেয়ে ধাৰণ কৰিব সেই কন্যা বস্তাৰ বাবে চহৰেই বা কি, নগৰেই বা কি, পৰ্ব্বতেই বা কি, ভৈয়ামেই বা কি, গ্ৰামেই বা কি ? সকলোতে এক ধৰিত্ৰীৰেই অবাধ গতি।

৬

পুৰণি কথাবোৰে জুমুৰী দি ধৰিছিল এই কেইদিন ধৰিত্ৰীৰ মনত। নীলকান্ত সিহঁতৰ চোতালত ভৰি দিয়াৰ দিনৰে পৰা তাইৰ মনটো খদমদাই আছে। নীলকান্তকতো তাই এদিন এক প্ৰকাৰ অপমানেই কৰিছিল, সি নিবেদন কৰা, ধেমালীৰ চলেৰে নিবেদন কৰা তাৰ অকৃত্ৰিম প্ৰেমক। কিন্তু আজি দহবছৰৰ পিছত সেইজন নীলকান্তক একেখন ঘৰৰ মজিয়াত লগপাই ধৰিত্ৰীৰ এনেকুৱা ভাব হৈছে নীলকান্তৰ যেন সেইবোৰ কথা একেবাৰেই মনত নাই। তাই যেন সুবিধা পালেই নীলকান্তক ক্ষমা বিচাৰি কব— "মোৰে শপত নীলকান্ত। পুৰণি কথাবোৰ যেন ঘূণাক্ষৰেও মনলৈ নানা!"

অথচ এইবোৰ পুৰণি প্ৰেমৰ পেন্ পেননি শুনিবলৈ যেন নীলকান্তৰ এই আগমন কদাপি নহয়। বিগত চাৰিটা বছৰৰ ভিতৰত হোৱা এইখন ঘৰৰ খেলি মেলিবোৰৰ সমাধানৰ বাবেই যেন নীলকান্তৰ এই শুভ পদাৰ্পণ। লখিমীয়েও কৈছিল— "শুন আই। তাৰ দেউতাকৰ এখন চিঠিৰ জোৰতেই মোৰে আৰু মৰন্তা জনৰে ভাগি যাবলগীয়া বিয়াখনো সুকলমে সমাধা হৈছিল। ইহঁত দুজনৰ ভাগি যাব খোজা মনৰ মিল পুনৰাই যোৱা লগাবলৈকে কিজানি তাৰ শুভাগমন হৈছে। তই সুবিধা বুজি তাক সকলো কথা কৈ চাৰিচোন আই।"

ধৰিত্ৰীয়েও সুবিধা বিচাৰি আছিল। এইবোৰতো আৰু ডেকা-গাভৰুৰ প্ৰেমৰ কাহিনী নহয়, যে চকুৰ ঠাৰে চিয়াঁৰে বুজাব পাৰি। এয়া দেখোন জীৱনৰ গভীৰ সমস্যাৰ কথা, অতীত আৰু বৰ্ত্তমানৰ মানুহৰ জীৱনৰেই সমস্যাৰ কথা, ভাৱাদৰ্শৰ যুঁজ পৰাৰ

সমস্যাৰ কথা— যাৰ বাবে এখন ঘৰ, এটা চুবুৰী, এখন গাওঁ, এখন জিলা, এখন প্ৰদেশ কিম্বা এখন দেশো ধ্বংসমুখী হৈ যাব পাৰে।

এইবোৰ কথা আলোচনা কৰিবলৈ, প্ৰাণখুলি কথা পাতিবলৈ ধৰিত্ৰীৰ বাবে অসুবিধা হৈছে বাপাখুড়াৰ বাবে। নীলকান্ত আহি ৰাধাকুছি গাওঁত পদাৰ্পণ কৰাৰ দিনৰে পৰা বাপাখুড়াই এখন্তেকো নীলকান্তৰ লগ এৰা নাই। ৰাতিটো পুৱাৰে পৰা ৰাতি বিচনাত দীঘল দিয়ালৈকে বাপাখুড়া নীলকান্তৰ লগত কায়াৰ লগত ছায়া হৈ ঘূৰি ফুৰি আছে। অৱশ্যে বাপাখুড়াক এই দায়িত্ব শিৱকান্তই প্ৰথম দিনাখনেই অৰ্পণ কৰি পিচদিনাখন ৰাতিপুৱাই গুৱাহাটীলৈ গুচি গৈছে। গতিকে বাপাখুড়াই তেওঁৰ মৰমৰ ভতিজাকৰ নিৰ্দ্দেশ আখৰে আখৰে পালন কৰিছে। তাতে আকৌ বিদুৎকৃষ্ণই গাঁৱত থাকোতে বাপাখুড়াক হেনো বৰ মৰম কৰিছিল। গতিকে "বিদ্যুৎ দাদাৰ ল'ৰা যেতিয়া তই মোৰো ল'ৰা" বুলি নীলকান্তক বাপাখুড়াই সামৰি ললে।

বাপাখুড়াৰ এই সংসাৰখনত কেও কিছু নাই। সকতে ঘাট মাউৰা হ'ল। ৰাধাকান্ত দাদাৰ আশ্ৰয়তে ডাঙৰ দীঘল হ'ল। এটা দিনত ৰাধাকান্ত দাদাই বাপাখুড়াৰ বিয়াৰ প্ৰস্তাৱ দিলে। কিন্তু বাপাখুড়া তাত সন্মত নহ'ল। বাপাখুড়া চিৰকৌমাৰ্য্যব্ৰতী হৈয়েই ৰ'ল। বাপাখুড়াই এনেদৰে জীৱন কটোৱাৰ মূলতঃ কাৰণ দুটা— প্ৰথম কথা হ'ল বাপাখুড়াৰ ঘৰ মাটি বুলিবলৈ দেউতাকৰ দিনৰ পজা ঘৰ এটা আৰু খেতি মাটিৰ বাবে মাটি এহালিচাৰ বাদে অন্য মাটি নাই। অন্যহাতে পিয়ন চাপ্ৰাচীটো হবৰ বাবে বাপাখুড়াৰ কোনো শিক্ষা দীক্ষাও নাই। গতিকে তেওঁ চিন্তা কৰি চালে যে তেওঁ বিয়া বাৰু কৰাই ল'ৰা ছোৱালী এপাল জন্ম দি পোহ-পাল দিয়াটো সমস্যাৰ কথা হব। পোহ-পাল বাৰু দিলেই কথমপি, শিক্ষা-দীক্ষা জানো দিব পাৰিব? নহলে দেখোন গোটেইপাল চোৰ লগবাজ হব।

আৰু ল’ৰাহঁতেইতো এদিন কব— “পোহ পাল যদি দিবই নোৱাৰা, শিক্ষা-দীক্ষা যদি দিবই নোৱাৰা, তেন্তে ভাৰস্তত খুজি খাবলৈহে আমাক জন্ম দিলানে? এতিয়া আমি চোৰ ডকাইতি নকৰি কৰিম কি? উত্তৰ দিয়া।” — বাপাখুড়াই বাৰু কি উত্তৰ দিব? এইবোৰ কথা তেওঁ কেনেদৰে বাৰু সহ্য কৰিব? গতিকে বাপাখুড়াই চিন্তিলে, ৰসতে নাম থোৱাই ভাল। ৰাধাকান্ত দাদাই কিন্তু শঙ্কৰ গুৰুৰ ভাষাৰেই উপদেশ দিছিল— “গড় বান্ধি যুঁজিলে ভাল।” বাপাখুড়ায়ো মাধৱদেউ মহাপুৰুষৰ ভাষাৰেই উত্তৰ দিলে— “গড়ৰ ভিতৰত যুজিলে ৰথী, গডৰ বাহিৰে যুজিলে মহাৰথী।”

বাপাখুডাৰ পিয়ন, চাপ্ৰাচীটো হবলৈকে কোনো শিক্ষা-দীক্ষা নাছিল যদিও, সকৰে পৰাই তেওঁ কিন্তু তত্বদৰ্শী। কেশৱ মাষ্টৰৰ স্কুলত ক, ম দুটা শিকাৰ পৰাই বাপাখুড়াৰ ৰামায়ণ, মহাভাৰত, কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলীৰ পদ-পুথিবোৰত বৰ ধাউতি। কথমপি পাঠশালা স্কুলখনৰ দেওনা পাৰ হ’ল কি নহ’ল, কীৰ্ত্তনৰ পদবোৰ কিন্তু সলসলীয়াকৈ মুখস্থ মাতে। কিন্তু সেইজন বাপাখুড়াই কিয় জানো বহু চেষ্টা কৰি ইংৰাজী ফলা চাৰিখন আয়ত্ত কৰিব নোৱাৰি বাপাখুড়া তেহেলৈ মহাৰথীয়ে হ’ল। বিয়া-বাৰুৰ কথা একেবাৰে মনৰ পৰা সাৰি মচি কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলীৰ পদ পুথিবোৰ আয়ত্ত কৰি, “বিষয় সম্বন্ধ ইন্দ্ৰিয়ৰ সুখ সমস্ত যোনিতে পাই। পৰম দুৰ্লভ হৰিৰ ভকতি মনুষ্যত পৰে নাই” বুলি সিদ্ধান্ত লৈ বাপাখুড়াই একান্ত মনে হৰিৰ চৰণতে শৰণ ললে। ৰাধাকান্তই অনেক প্ৰকাৰে সাংসাৰিক হবলৈ বুজালে যদিও বাপাখুড়াই এষাৰ কথাৰেই তেওঁৰ সিদ্ধান্তৰ যুক্তি দিলে— “দাদা! তুমি যিমানেই যি নোকোৱা, মই অলপীয়া জ্ঞান বুদ্ধিৰে এইষাৰ কথাকেই বুজি পাইছো, যে মাধৱদেউ মহাপুৰুষৰ ‘ঘোষা শাস্ত্ৰ” পঢ়াৰ বিষয়ীলোকৰ অধিকাৰ নাই; যেহেতু গুৰুজনাই আৰম্ভণিতে এখন জাননী দিলে— “মুক্তিত নিস্পৃহ যিটো, সেহি ভকতকো নমো; ৰসময়ী মাগোহো

ভকতি'' কিন্তু বিষয়ীলোকৰ মুক্তিৰ কথাটো বাদেই, কাম-কাঞ্চনতহে অধিক স্পৃহা। সেইত জীৱনৰ ভোগৰ প্ৰতি দুৰ্দ্ধোৰ স্পৃহা, কিন্তু মুখত "নিৰাশা ঈশ্বৰ কৃষ্ণ, তাহাঙ্ক সম্মুখ ভৈল, আশাক খ্ৰিজনে পিঠি দিল ॥"— বুলি মোৰ ঘৰ, মোৰ দুৱাৰ, ল'ৰা-ছোৱালী, টকা-পইচা সকলোবোৰ মোৰ মোৰ বুলি দহো আঙুলিৰে বিষয়ৰ বিষ আজুৰি আজুৰি মায়াজালত আবদ্ধ হোৱা লোক মই নহয়। তুমি মোক ক্ষমা কৰিবা দাদা! ওৰেটো জীৱন মই ঈশ্বৰ চিন্তাতেই কাল কটাম।"

বাপাখুড়াৰ কথা শুনি ৰাধাকান্ত দাদাই বাপুটিদেউৰ লগত এই বিষয়ে আলচ কৰিছিল। বাপুটিদেৱে কৈছিল— "বুজিছা ৰাধা! 'উত্তৰ গীতা'ত এষাৰ কথা আছে— 'যত্ৰ যত্ৰ মনো যাতি তত্ৰ তত্ৰ পৰং পদম্।' অৰ্থাৎ যিটো কথাই তোমাৰ মন আকৰ্ষণ কৰিছে, তাতেই তোমাৰ পৰম সম্পদ। গতিকে তাক এই পথেৰেই যাব দিয়া।"

তেতিয়াৰে পৰা বাপাখুড়া কেৱলীয়া ভকত হয়।

পৰম বান্ধৱৰ আগত আত্ম-প্ৰকাশ কৰাৰ দৰে বাপাখুড়াই নীলকান্তৰ আগত সকলো কথা কলে। বাপাখুড়াৰ মতে নীলকান্তৰ দৰে মায়ালগা ল'ৰা তেওঁ জীৱনটোতে দেখা নাই— গতিকে তাৰ ওচৰত আত্ম-প্ৰকাশ নকৰি উপায় নাই। ইমান খিনি বিদ্যাবুদ্ধি অৰ্জ্জন কৰিও তাৰ অকণমানো অহংভাব নাই। অথচ, গাঁৱৰ মেট্ৰিক ফেইল কৰি হালবো নোহোৱা, ফালবো নোহোৱা বোৰৰ দেখোন বাপাখুড়াৰ লগত এষাৰ কথা পাতিবলৈকে আহৰি নাই।

শিৱকান্তহঁতৰ পিৰালিত বহি আপোন ভাবতে বন্দী হৈ অনৰ্গল কথা পাতি থকা বাপাখুড়া আৰু নীলকান্তৰ হঠাৎ দৃষ্টি বদ্ধ হ'ল অন্য এষাৰ কথাৰ প্ৰতি। শিৱকান্তহঁতৰ বাৰীৰ পিচ ফালৰ পৰা কোনোবা এজনৰ কণ্ঠৰ সুৰ ভাঁহি আহিছে—

"চান্দোৰ বচনে লেঙাই চোলে দিলা ৰাৰী।
ভঙ্গ উপৰ কৰে যেন চম্পক নগৰী।"

নীলকান্তই বাপাখুড়াৰ কথাৰ পৰা মনটো ঘূৰাই আনি গীত ফাকিৰ ফালে মনোযোগ দিলে। বাপাখুড়াক সুধিলে— "কোনে গাইছে?" বাপাখুড়াই উত্তৰ দিলে— "অ' সেইজন চান্দেক মিঞা।"

ঃ কি গীত গাইছে খুড়া ?

ঃ ওজাপালিৰ গীত।

নীলকান্তই ওজাপালিৰ গীত সম্পৰ্কে দেউতাকৰ চিঠিৰ পৰা বৈষ্ণৱ যুগৰ অবৈষ্ণৱ কবিৰ গীত বুলি বহুদিন আগতেই বুজি পাইছিল। কিন্তু গীত ফাকি হলে আজিলৈকে শুনা নাছিল। তাতে আকৌ চান্দেক মিঞাৰ কণ্ঠৰ পৰা তাঁহি অহা কাৰণে বেচি কৌতুহল হ'ল। বাপাখুড়াই থোৰতে ওজাপালিৰ গীত সম্পৰ্কে কলে— চান্দো-সদাগৰৰ কাহিনী, বেউলা-লক্ষীন্দাৰৰ কাহিনী, মনসাদেবীৰ আখ্যান আদি সকলো কথা ভাঙি পাতি কলে। কামৰূপ, গোৱালপাৰা, দৰং অঞ্চলত ইয়াৰ প্ৰভাব তথা 'ৰামায়ণ' গোৱা আৰু 'শুকনানী' গোৱা ওজাপালিৰ পাৰ্থক্যৰ কথা বিতংভাবে কলে। কথাবোৰ শুনি নীলকান্তৰ চান্দেক মিঞাৰ ওপৰত আৰু বেচি কৌতুহল জন্মিছিল। মনে মনে ভাব হ'ল, চান্দেক মিঞাও বাৰু এইবোৰ কথা জানে নে? মুখখুলি বাপাখুড়াক সুধিলে চান্দেক মিঞাৰ কথা। বাপাখুড়াই কলে— "চান্দেক মিঞা আমাৰ ওচৰৰে মুছলমান পাৰাৰ মানুহ। লোকৰ ঘৰত দিন হাজিৰা কৰে। মুছলমানৰ ঘৰত জন্ম যদিও হিন্দুৰ গীত পদবোৰ তাৰ মুখে মুখে।"

নীলকান্তৰ খুউব মন গ'ল চান্দেক মিঞাৰ লগত এষাৰ কথা পাতিবৰ বাবে। কথাষাৰ বাপাখুড়াক কলে। বাপাখুড়াই তাক মাতি আনিলে। পটিয়াপটী লুঙি পিন্ধা হৃষ্টপুষ্ট মানুহজন। থুঁতৰিৰ তলত একোচা দীঘল দাড়ি। হাঁহি মুখে নীলকান্তক নমস্কাৰ জনালে। বাপাখুড়াই চিনাকি কৰি দি কলে— "ই চান্দেক মিঞাই মুছলমান হৈ হিন্দুৰ গীত গায়। ৰৰ নামঘৰত নাগাৰা নাম হলে তাৰহে চকুত টোপনি নাইকীয়া হয়। মুছলমান হলেও ই হিন্দুৰ

দবেই। ৰৰ নামঘৰৰ মুখত থকা জৰীগছ ডালত উঠি ওবে বাতি নাগাবা নাম চায়। ৰৰ সবাহত ওজাপালি শুনিবলৈ তাৰ গাত তৎ নাই। ভাওনা আছিলেতো তাৰ কথাই নাই। বচনবোৰ তাৰ মুখে মুখে। পথাৰত একেলগে কাম কৰি থাকিলে, কামত গাক্কিলতি কৰাজনক ভীমটোৱে বকাসুৰ বধিবলৈ খেদি যায়।"

চান্দেক আলিয়ে যেন লাজ কৰিছিল। এয়া বাপাখুড়াই তাক নিন্দাই কৰিছিল নে প্ৰসংশাই কৰিছিল বুজি পোৱা নাছিল। বুজিবলৈ চেষ্টাও কৰা নাছিল। মুখখুলি মাত্ৰ কৈছিল— "হিন্দু মুছলমান বুলিবলৈনো কি আছে? জন্মৰ পৰাই যিবোৰ গীত শুনিছো, সুৰ শুনিছো সেইবোৰেই মোৰ আপোন গীত, আপোন সুৰ। জনাই নজনাই, ভুলে-শুদ্ধই; মনৰ ভোক পলাবলৈ যি পাবো গাইছো আৰু।"

চান্দেক আলিৰ উত্তৰ শুনি নীলকান্তৰ বৰ ভাল লাগিল। গীত পদ সম্পৰ্কে আৰু দুষাৰ কথা পাতিবলৈ মন গ'ল। চান্দেক আলি কথা বতৰাত বৰ জবৰ জং মানুহ। তাৰ মতে ৰাধাকান্ত পেহা বিচনাত পৰাৰে পৰা এই অঞ্চলৰ সকলো 'কালচাৰ' বেই কালচাৰ হ'ল আৰু মৰাৰ পিচততো একেকোবে 'এগ্ৰিকালচাৰ' হ'ল। নিজৰ ৰসিকতাত নিজে বুৰ গৈ চান্দেক মিঞাই ইষৎ হাঁহি মাৰিলে। কিন্তু সেই হাঁহিৰ মাজতো যেন কিবা এটা বিষাদৰ সুৰ বিৰিঙি উঠিল। নীলকান্তই কিন্তু চান্দেকৰ মুখত ইংৰাজী শব্দ শুনিহে আপ্লুত হ'ল।

চান্দেকে হেনো সৰু কালতে কোনোবা বাবুৰ ঘৰত বান্ধনী আছিল। বাবুৰ মুখৰ পৰা দুই একোষাৰ ইংৰাজী শিকিছিল। সেই কাৰণে কথাৰ মাজতে মাজে সময়ে তাৰ দুই একোষাৰ ইংৰাজী শব্দও ওলায়। তাকে লৈ হেনো গাঁৱৰ ডেকা মখাই পেংলাই কৰে বোলে এওঁ চেহাৰে কথাই কথাই ইংৰাজী কয়। তাৰ ওপৰত গাঁৱৰ মানুহবোৰৰ আৰু এষাৰ হেনো মুখৰোচক কথা আছে। সি হেনো কথাই কথাই চাহ কোম্পানীৰ কথা কয়। মাজতে এবছৰ মানৰ কাৰণে চান্দেকে বোলে কৰবাত চাহ কোম্পানীত চকিদাৰি কৰিছিল।

সেই এবছৰীয়া অভিজ্ঞতাৰেই হেনো কথাই কথাই গাঁৱৰ মানুহ-বোৰক কয়— "গোটেই দেশখন কোম্পানী হৈ গ'লে, তহঁতৰ কিন্তু বৰ সুবিধা হব দেই।" গাঁৱৰ মানুহবোৰে তাৰ অন্তৰৰ গভীৰ অৰ্থ বুজি নেপাই মাজে মাজে তিত্‌কাৰী মাৰি হাঁহে; ডেকা চামে হেনো কথাই কথাই এই বুলি মাতে— "কি অ' চান্দেক কোম্পানী!"

নীলকান্তৰ কিন্তু চান্দেক মিঞাৰ লগতো বহুতো কথাই খোলাখুলি ভাবে পাতিবলৈ মন গৈছিল। চান্দেক মিঞাৰো ডাক্তৰৰ লগত কথা পাতিবলৈ বৰ মন গৈছিল। হাজাৰেই হওঁক নীলডাক্তৰ 'তেল কোম্পানী'ৰ ডাক্তৰ যেতিয়া তেওঁহে তাৰ মনৰ ভাব ভালদৰে বুজি পাব। সি নিজেও কোম্পানীত কাম কৰা মানুহ একালত— চাহ কোম্পানী, তেল কোম্পানী বুলিনো কি পাৰ্থক্য আছে? দুয়োটাই মানুহৰ দৰকাৰী বস্তু, মুঠতে কোম্পানী হলেই হ'ল— চান্দেক মিঞাই ভাবে। কিন্তু তাৰো অসুবিধা হৈছে বাপাখুড়াৰ বাবে। অনবৰতে ডাক্তৰৰ লগত বহি থাকে। নীলডাক্তৰে কিন্তু বাপাখুড়াৰ দৰে তাকো এজন সেইকেইদিনৰ সঙ্গী বুলি গ্ৰহণ কৰিলে। কথা শুনি চান্দেক মিঞাৰ অপাৰ আনন্দ।

৮

নীল ডাক্তৰৰ এই কেইদিন গাত তৰণি নাই। চান্দেক মিঞাই ৰাধাকুছি গাওঁ অঞ্চলৰ মানুহবোৰৰ ঘৰে ঘৰে জাননী দি ফুৰিছে— "কাৰ কি পুৰণি বেমাৰ আছে এই ছেগতে দেখুৱাই ল। কোম্পানীৰ ডাক্তৰ আমাৰ ঘৰৰে ল'ৰা।"

গাঁৱৰ মানুহবোৰো আহিছে। শিৱকান্তহঁতৰ ঘৰখনত এই কেইদিন অহা আহিছে, যোৱা গৈছে নানানজনৰ নানান বেমাৰ। মানুহবোৰে চান্দেক মিঞাক আলেঙে আলেঙে মাতি নি সুধিলে— "পাছে কোম্পানী ডাক্তৰৰ ফিজ কিমান? আমাৰ ঘোৰতকৈ বেচি নেকি?" কথা শুনি চান্দেক মিঞাই পোনচাটেই উত্তৰ দিছে—

"হে আল্লা ! তোমালোকে কৈছা কি ? কোম্পানী ডাক্তৰে ফিজ নলয়।" মানুহবোৰে আচৰিত হৈ সুধিছে— "ফিজ নলয় ? কাৰণ কি ? চান্দেক মিঞাই হাঁহি হাঁহি উত্তৰ দিছে— "সেইটোৱেইতো কোম্পানীৰ নিয়ম। মই আগতেই কৈছো নহয় বোলে কোম্পানী-বোৰৰ কথাই বেলেগ। হেজাৰ-ডেৰহাজাৰ দৰমহা পায়। ফিজটো নো লাগিছে কেলেই ?" কথাৰ মূৰতে বাপাখুড়াই ভকতীয়া সুৰেৰে কয়— "ধৰ্ম্ম কৰিছে বোপাইহঁত। ধৰ্ম্ম কৰিছে। চিকিৎসা বিদ্যা আধ্যাত্মিক বিদ্যা। তাকে লৈ সি বণিজ নকৰে। দৰ্ম্মহাৰ পইচাকে খাওঁতা নাই। দুঃখীয়া নিচলাৰ দুপইচানো তাক লাগিছে কেলেই ?"

গোটেইদিনটোৰ ব্যস্ততাৰ অন্তত সন্ধিয়া সময়ত নীলকান্তই বাপাখুড়াৰ সৈতে বাসুদেউ থানতে সময় কটাইছিল। বাপাখুড়াৰ কণ্ঠৰ গীত পদ শুনিছিল। বুঢ়া মেথাবোৰে দুই-চাৰিকৈ গোট খাইছিল। বাপাখুড়াই দীঘল সুৰেৰে বৰগীতৰ ৰাগ টানিছিল—

"শুনলো পণ্ডিত ! হৰি পদ সেৱা ৰসে থিৰ কৰু চিত্ত ॥" নীলকান্ত বাপাখুড়াৰ কণ্ঠৰ সুৰত বৰ আপ্লুত হৈ পৰিছিল। বাৰে বাৰে প্ৰসংশা কৰি কৈছিল— "খুড়া ! তুমি ইমান সুন্দৰ গোৱা।" লগে লগে বাপাখুড়াৰ প্ৰত্যুত্তৰ— "মইনো কি গাইছো অ' বোপাই ! ৰাধাকান্ত দাদাৰ কণ্ঠৰ সুৰ শুনিলে তইতো পগলা হৈ গলিহেতেন ! এইবোৰ তেওঁৰহে বৃত্তি বোপাই ! মই অধমে কথমপি নিয়মহে পালিছো।" নীলকান্তই পুনৰাই প্ৰসংশা কৰি কৈছিল— "তুমি ৰিমানেই নোকোৱা কিয় খুড়া ! আকাশ বাণীত ভক্তিগীতি গোৱা কেইজনতকৈ তোমাৰ সুৰটো হলে মই বেচি সুৱলা শুনিছো। তুমি এইবোৰ আকাশ বাণীৰ যোগে প্ৰচাৰ নকৰা কিয় খুড়া ?" বাপাখুড়াই নিস্পৃহ ভাবে কৈছিল— "জানো তই এইবোৰ কি কৈছ বোপাই ! মোক হলে লাগে হৰিৰ চৰণত এধানি আশ্ৰয়; প্ৰচাৰেৰে মই কি কৰিম সোনাই ?"

নীলকান্তই বাপাখুড়াৰ উত্তৰ শুনি তভক মাৰিছিল। ইমান সুন্দৰ সুৰ, ইমান সুন্দৰ কণ্ঠ, কিন্তু প্ৰচাৰৰ কোনো স্পৃহা নাই; ব্যৱস্থা নাই। বাপাখুড়াই নীলকান্তৰ মনৰ ভাব বুজি কৈছিল— "এইবোৰ আমাৰ এই ৰাধাকুছি গ্ৰামাঞ্চলৰ পৰম সম্পদ বাপা। ৰাধাকান্ত দাদাইহে ইয়াৰ মোল বুজিছিল। আমি লাহে লাহে সকলোবোৰ কথা পাহৰি গলো।" বুলি বেজাৰেৰে বাপাখুড়াই ৰাধাকান্ত দাদাৰ ডেকা কালৰ কথা সুমৰণ কৰিছিল। বুঢ়া মেথা-বোৰে হয়ভৰ দিছিল। লগে লগে গাঁৱখনৰ কিছু বছৰৰ আগৰ সমাজ ব্যৱস্থা আৰু বৰ্ত্তমানৰ সমাজ ব্যৱস্থাৰ এক তুলনামূলক চিত্ৰ ডাঙি ধৰিছিল। হয়তো নীলকান্তই কথাবোৰ শুনি বিশ্বাস কৰিবলৈ প্ৰথম অৱস্থাত টানেই পাইছিল। কিয়নো অহাৰ দিনাৰে পৰাই তেওঁ দেখিছিল— সন্ধিয়া হৈ অহাৰ লগে লগে গোটেই গাওঁখন যেনিবা এক ভীষণ নিৰ্জ্জনতাৰ মাজত সোমাই পৰে। এন্ধাৰ নিশা হলেতো কথাই নাই; জোনাক নিশা যেনিবা বাটে পথে দুই এক ওলায়। প্ৰায়বোৰ মানুহেই কালসন্ধিয়াতে এমুঠি খাই পেট পেলায়। পঢ়া শুনা কৰা ল'ৰাবোৰে কেৰাচিন তেলৰ চাকিৰ পোহৰত কিম্বা লেম্পৰ পোহৰত কিছু সময় পঢ়া শুনা কৰে যদিও তেল বেচিকৈ খৰচ হোৱাৰ ভয়ত যিমান সোনকালে পাৰে বিচনাত পৰে। মাত্ৰ বাপাখুড়াইহে সেই সময়তো বাসুদেউ থানত সন্ধিয়াৰ প্ৰসংগ কৰে।

কিছুবছৰ আগলৈকে কিন্তু এনেদৰে কাল সন্ধিয়াতে খাই বৈ শোৱাৰ অভ্যাস নাছিল। সেই সময়ত অৱশ্যে ৰাধাকান্ত ডেকা হৈ আছিল। গোটেইদিনটোৰ কৰ্ম্মব্যস্ততাৰ অন্তত গাঁৱৰ মানুহবোৰ সন্ধিয়া সময়ত একেলগে বাসুদেউ থানত সোমোৱাৰ নিয়ম আছিল। শাস্ত্ৰ ভাগৱতৰ আলোচনা হৈছিল; সান্ধ্য প্ৰসংগ হৈছিল। প্ৰসংগৰ অন্তত ৰাধাকান্তৰ কণ্ঠৰ বৰগীত আৰম্ভ হৈছিল—

"শুনলো পণ্ডিত! হৰি পদ সেৱা বসে থিৰ কৰু চিত্ত ॥"

লগে লগে সমজুৱাই একেলগে গুণ-গুণাই পদ গাইছিল—

"অনন্ত নিগম বন গহন অপাৰ।
ভৈল ক্ষীণ বুদ্ধি অৰ্থ কৰিতে বিচাৰ ॥
তাৰে দেখি মনে দুঃখ লাগয় আমাৰ।
কৰিয়ো সাদৰ ইটো উপদেশ সাৰ ॥
তিনিগুণ ময় বেদ বন পৰিহৰা।
গোৱালীৰ ঘৰে গৈয়া ব্ৰহ্ম চিনি ধৰা ॥
উদুখলে যাৰে বান্ধি থৈয়া আছে টানি।
সোহি বেদ শিৰোৰত্ন অৰ্থ ভজা জানি ॥
যদি হৰি অনন্ত ব্ৰহ্মাণ্ড অধিকাৰী।
তথাপি ভক্তৰ বশ্য হোৱন্ত মুৰাৰী ॥
তাতেসে বন্ধন হৰি লৈলা যশোদাৰ।
নিৰন্তৰ নিগমৰ এতত্ব বিচাৰ ॥"

পদৰ অন্তত বাপাখুড়াৰ আকৌ তত্ব বিচাৰ— "ভক্তিহে আচল কথা বাইজ। ভক্তিবিহীন জীৱন বৃথা। লোকে নৱ-বিধ ভক্তি বুলি কয়। মোৰ মতে লক্ষ কৌটি বিধ। কথা বতৰা, চলন ফুৰণ, আচাৰ ব্যৱহাৰ, ভাৱ-ভক্তি সকলোবোৰেই ভক্তি বাইজ। যশোদা সামান্য গোৱালৰ তিৰি হৈও ভক্তিৰ বলতেই মোৰ প্ৰভুক বান্ধে; উদুখলে টানি বান্ধে .. .উহ্....... ....উহ্.... মোৰ গোসাঁইঅ" বুলি বাপাখুড়াৰ উচুপনি।

৯

আজি কালি সেইবোৰ নিয়ম নাইকীয়া হৈ গ'ল। ৰাধাকান্ত বিচনাত পৰাৰে পৰা ক্ৰমে ক্ৰমে এই নিয়মৰ বান্ধোন লেহুকা হৈ আহি আহি তেওঁ মৰাৰ পিচতয়ে এইকেইটা দিনৰ ভিতৰতে একেবাৰে নাইকীয়া হৈ গ'ল। ভাওনাৰ বচন, খোলৰ চেওঁ, নাগাৰাৰ শব্দ এই সকলোবোৰে যেন একে সময়তেই মেলানি মাগিলে। চান্দেকে সেয়ে বৰ নামঘৰৰ সন্মুখৰ বৰগছ জোপাত উঠি মনৰ দুঃখতে

আজি কালি গায়— "হিন্দুই বোলে গবীয়া ভাই, পৃথিবীখন তল যায়
প্ৰভু আল্লা হ.... .. মোকলৈ তই সবে বেলাগ হ ॥"

নীলকান্ত আহি যেন সেইবোৰৰ পুনৰ থাপনা পাতিছে এই কেইটা দিনত। সেই কাৰণে চাদ্দেক মিঞাৰ বহুতো কথা পাতিবলৈ মন গৈছে ডাক্তৰৰ লগত। হাজাৰেই হওক সি দিন হাজিৰা কৰা মানুহ হলেও 'কালচাৰ' ভাল পোৱা মানুহ, ডাক্তৰো একে 'কালচাৰৰে' মানুহ,— তাৰ মনত ভাব। তাৰ আকৌ ডাক্তৰক ভাত এসাজ খুৱাবলৈ মনতে বৰ হেপাহ। পাচে বাপাখুড়াই জানো কথাষাৰ শুনিলে সহজে লব। ডাক্তৰক দেখোন একে কোবে প্ৰায়শ্চিত্ত কৰিব। তথাপি তাৰ মনৰ কামনা জানো মনতে মাৰ যাব।

এই কেইদিন গধূলি নামাজলৈ যাওঁতে হেনো সি সদায় আল্লাহ্ তাল্লাক প্ৰাৰ্থনা জনাইছিল— "পৰৱৰ দি গাৰ। ডাক্তৰ বাবুক মোৰ ঘৰত এসাজ খুৱাবলৈ মৌকা দিয়া। মোক দিল খুলি কথা পাতিবলৈ মৌকা দিয়া।"

আল্লাহ-তাল্লাই তাৰ হৃদয়ৰ প্ৰাৰ্থনা শুনিছিল। তাৰ ভাষাৰে কবলৈ হলে, "ফিফ্‌টি পাৰচেণ্ট কবুল কৰিছিল।"

সেইদিনাখন বৃহস্পতিবাৰেই আছিল। বহু ৰাতিলৈকে সিদিনা সি নামাজ পঢ়ি আছিল। হঠাৎ সি শুনিবলৈ পাইছিল গাঁৱৰ হিন্দু পাৰাৰ ফালে কোনোবাই ইনাই বিনাই কান্দি আছিল। চাৰিও ফালে কাঁহ পৰি জীণযোৱা অৱস্থা। কান্দোন কিন্তু বন্ধ হোৱা নাছিল। মনতে সি চিন্তা কৰিছিল, এই দোভাগ ৰাতি ইনাই বিনাই বাৰু কোনে কান্দিছে!

কথাষাৰ চিন্তা কৰি কৰি চাদ্দেক আলি আগবাঢ়ি গৈছিল। গাঁৱৰ আটাইবোৰ মানুহ গভীৰ নিদ্ৰাত— কা।' তো সাৰ সুৰ নাই। আলি কেঁকুৰিটোৰ মূৰৰ পৰা অনুমান কৰিছিল সেই কান্দোন যেন কেশৱ মাষ্টৰৰ ঘৰৰ ফালৰ পৰাই আহিছিল। চাদ্দেকৰ খোজৰ গতি ক্ৰমাৎ ক্ষিপ্ৰতৰ হ'ল। কান্দোনৰ পম খেদি এক প্ৰকাৰ

হয়। কেশৱ মাষ্টৰৰ ঘৰতেই কান্দোন। কেশৱ মাষ্টৰৰ ল'ৰাজন টিবি বেমাৰ হৈ আজি এবছৰ কাল বিচনাতেই পৰি আছে। বিশেষ কোনো চিকিৎসা পাতিও হোৱা নাই। দুমাইল দূৰৰ পৰা কম্পাউণ্ডাৰ এজন আহি মাজে সময়ে দুটা এটা বেজি দি যায়হেঁটো, পাৰযোৰ চাইকেলৰ বেগত ভৰাই লৈ যায়। বেমাৰৰ হলে কোনো উপশম হোৱা নাই।

কেশৱ মাষ্টৰৰ ঘৰ পাই দেখিলে ডেকা মানুহজনে হোলোকা হোলোকে তেজ বমি কৰি চোতালতে ঢলি পৰিছে। কেঁচুৱাটো কোলাত লৈ তিৰোতাজনীয়ে কাষতে বহি ইনাই বিনাই কান্দি আছে। তাইৰ কান্দোনত কাষৰ মানুহবোৰ সাৰ পাইছিল নিশ্চয়; কিন্তু কেও কিছু আগবাঢ়ি অহা নাই। সকলোৱে ভাবিছিল চাগে মৰিল বুলি।

চান্দেকক দেখি মানুহজনীয়ে প্ৰথমতে ভয় খাইছিল যদিও পিচত চিনাকি পাই কিছুদূৰ প্ৰকৃতিস্থ হ'ল। সি চোতালত পৰি থকা মানুহজনক ডাঙি আনিবলৈ দুহাত মেলোতেই মানুহজনীয়ে চিঞৰি উঠিল— "হেই, হেই, কি কৰ? নুচুবি।" চান্দেকে এখোজ পিচ হুহকি গৈ থত্ মত্ খাই কলে— "কিয় তেনেকৈ কৈছা বৌ।" ঘৈণীয়েকে আগৰ দৰেই কলে— "হেৰ কন্ধ পৰা! বামুণৰ মৰা মুছলমানে কিয় সূদীৰেও চুব নেপায়।"

চান্দেকে কেৰাচিন তেলৰ চাকিৰ পোহৰত বেমাৰীজনৰ বুকুৰ স্পন্দন স্পষ্টকৈ দেখা পাইছিল। সি ফুচ্ ফুচাই কলে— "হেৰা বৌ! বাচি আছে! বাচি আছে!"

সি পথালি কোলাকৈ মানুহজনক দুই হাতেৰে ডাঙি লৈ বাহিৰৰ ঘৰৰ চালপিৰাখনতে শুৱাই দিলে। "তুমি অলপ গৰম পানী কৰা; মই ডাক্তৰ বাবুক মাতি আনো"— বুলি একেকোবে নিজৰ ঘৰলৈকে প্ৰায় দৌৰি আহিল। চাইকেলখন উলিয়াই ললে।

নৈলীপ্ৰকক মাতি কলে— "পৰহাৰ পৰা ডাঙৰ মুৰ্গীটো মাৰি চুৰুহা বনাই থ। মই ডাক্তৰ বাবুক মাতিবলৈ যাওঁ। কেশৱ মাষ্টৰৰ ঘৰত বৰ টান নৰীয়া! বেমাৰী চাই যাবৰ সময়ত ডাক্তৰ বাবু ইয়াত সোমাই যাব। সাৱধান। ল'ৰা-ছোৱালীহালক নজগাবি।" এই বুলি একে জাপে চাইকেলখনত উঠি শিৱকান্তহঁতৰ ঘৰলৈ বুলি চাইকেল পোনাই দিলে।

শিৱকান্তহঁতৰ ঘৰখন সেই সময়ত গভীৰ নিদ্ৰাত। নীলকান্ত শিৱকান্তহঁতৰ বাহিৰৰ কোঠাটোতে শুইছিল। বাহিৰত কোনোবা মানুহৰ উমান পাই নীলকান্ত বাহিৰ ওলাই আহিল। চিগাৰেট এটা জ্বলাই সুধিলে– "কোন?"

"ডাক্তৰ বাবু— মই চান্দেক।"

"কি হ'ল— ইমান ৰাতি?"

"বৰ চিৰিয়াচ কেচ এটা। আপুনি বাৰু শোৱা নাই নেকি?"

"ডাক্তৰৰ টোপনি আৰু পহৰা দিয়া কুকুৰৰ টোপনি একেই কথা। এতিয়া কাৰ কি হৈছে কোৱা।"

চান্দেকে সকলো কথা ভাঙি পাতি কলে। মুহূৰ্তৰ ভিতৰতে নীল ডাক্তৰ যাবলৈ সাজু হ'ল। কিন্তু চাইকেল এখন পায় ক'ত? সেয়াই হ'ল প্ৰকৃত সমস্যা। কাষৰ ঘৰৰ মানুহ এজনৰ চাইকেল এখন আছিল যদিও সকলোবোৰ গভীৰ নিদ্ৰাত। এই ৰাতিখন লোকৰ মানুহক জগাই চাইকেল বিচৰা ভাল হব জানো? কিছু সময় চিন্তা কৰি চান্দেকক সুধিলে— "তুমি বাৰু দবল কেৰী কৰিব পাৰানে?" চান্দেকে যেন আচল উপায়টো বিচাৰি পালে। উল্লাসেৰে কলে–- "হয়। আল্লাৰ কৃপাত দবল কেলেই ত্ৰিপলো পাৰো।"

"হব। হব।" – এই বুলি চান্দেকৰ চাইকেলৰ কেৰিয়াৰত নীল ডাক্তৰ জাপ মাৰি উঠিল। দৰবৰ বেগটো হেণ্ডেলতে আঁৰি দিলে। চান্দেকে গাৰ জোৰেৰে চাইকেল চলালে। বাটে বাটে দুয়োজনে

কথা পাতি গ'ল। প্ৰথমতে চান্দেকেই আৰম্ভ কৰিলে—"কেশৱ মাষ্টৰ মৰি যোৱাৰ পিছত ... গ'ল। নামটো হলে পৰি থাকিল। ল'ৰাজনৰ নাম কোনেও নলয়। আজিকালিপতি "কেশৱ মাষ্টৰৰ ঘৰ" বুলিয়েই কয়।"

ঃ ল'ৰাজনৰ নামটো নো কি?

ঃ সত্য কিঙ্কৰ দেৱ শৰ্মা! ল'ৰা নহয়—দবল মুনিহ।"

ঃ নামটো দেখোন বৰ ধুনীয়া। মানুহেনো নলয় কিয়?

ঃ নামটো শুনিবলৈহে বৰ ধুনীয়া, কামবোৰ কিন্তু তেনেই ঘিনীয়া। সেইবোৰ বাক পাচে পৰে কম। এতিয়া আল্লাহ-তাল্লাই মদদ কৰিলেই হয়।

কোনেও এৰেম মাত নেমাতিলে। এন্ধাৰ ফালি ফালি লুণ্ড-লুণ্ডীয়া পথ এটাৰে বাঁহৰ তলে গছৰ তলে চাইকেল চলিল। এটা সময়ত কেশৱ মাষ্টৰৰ ঘৰৰ সন্মুখত চাইকেল থামিল। চান্দেকে টিলিং টিলিং কৰি কেবাবাৰো চাইকেলৰ টিলিঙা বজালে। কেৰাচিন তেলৰ চাকি গছি লৈ বেমাৰীৰ ঘৈণীয়েকে ওলাই আহিল। আগে আগে চান্দেক, মাজতে ডাক্তৰ, পিচে পিচে তিৰোতাজনীয়ে চাকিৰ পোহৰ ধৰি বেমাৰী থকা কোঠাটোলৈ সোমাই গ'ল। ডাক্তৰে কেৰাচিন তেলৰ চাকি গছি নিজৰ হাতত লৈ বেমাৰীক মুখৰ পৰা ভৰিলৈকে কেবাবাৰো নিৰীক্ষণ কৰিলে। বেমাৰীয়ে তেওঁলোকৰ সন্মুখতে আকৌ এবাৰ তেজ বমি কৰিলে। ডাক্তৰে ৰোগীৰ নাম ধৰি কেবাবাৰো মাতিলে। ৰোগীয়ে মুখ দুপিয়াই সহাঁৰি জনালে মাত্ৰ। ঘৈণীয়েকৰ পৰা বেমাৰৰ হিষ্টৰী ললে—"যোৱা ছমাহ জুৰি এনেকুৱা বেমাৰ। প্ৰথমতে ৰাতি ৰাতি জ্বৰ উঠিছিল। মাজে মাজে শুকান কাঁহ। পিচলৈ কাঁহৰ লগত তেজ। দিনে দিনে শুকাই খিনাই অৱস্থা নোহোৱা হৈছে। গাঁৱৰ মানুহবোৰে এঘৰীয়া কৰাৰ দৰেই; সকলোৱে বোলে মাষ্টৰ মৰাৰ পিচৰে পৰা ঘৰখনত কাল সোমাল। মাষ্টৰৰ পুতেকৰ টি-বি বেমাৰ।"

ডাক্তৰে ৰোগীৰ নাৰীৰ গতি-বেগ, বুকুৰ স্পন্দন আদি পৰীক্ষা কৰিলে। এটা নে দুটা ইমাৰ্জেঞ্চী দৰবো দিলে। বেজি এটাও দিলে। মনৰ ভিতৰতে বুৰবুৰাই কৈ উঠিল— "চিভিয়াৰ হিমপ্‌-টাইচিচ প্ৰবেবলি ডি উ টু ৰাপচাৰ অৱ দা লং এলভিওলায়; এ কেচ্‌ অৱ ক্ৰেক টিউবাৰ ক'ল'চিচ।" তাৰ পিচত দুৱাৰৰ সিটো কালে বৈ থকা ঘৈণীয়েকক কলে— "ৰোগীৰ অৱস্থা সংকট জনক। কাইলৈ ৰাতিপুৱাৰ ভাগতে কালা পাহাৰৰ টি-বি হাস্পাতালত ভৰ্ত্তি কৰিব লাগিব।"

ঘৈণীয়েকে মুখেৰে একো নেমাতিলে।

নীলকান্তই পুনৰ আৰম্ভ কৰিলে— "আগতে চিকিৎসা কৰা ডাক্তৰজনৰ কাগজ-পত্ৰ, এক্স-ৰে আদি আছে নে নাই?"

নীলকান্তৰ কথা শুনি ঘৈণীয়েকে হুক্‌ হুকাই কান্দি কান্দি কলে— "হৰি হৰি প্ৰভু! ডাক্তৰক দেখুৱাব পাৰিলেনো এনেকুৱা অৱস্থা হয় নে?"

"ডাক্তৰক দেখুওৱা নাই? তেনেহলে এনেকুৱা এটা মাৰাত্মক বেমাৰক পুহি ৰাখিছা কেলেই?" —আচৰিত হৈ নীলকান্তই কথা-ষাৰ অকস্মাতে কৈ পেলালে।

"মাজে মাজে কম্পাউণ্ডাৰ এজন আহি বেজি দি যায় চাৰ। আজি প্ৰায় এবছৰেই এনে ব্যৱস্থা চলিছে। প্ৰথমতে কম্পাউণ্ডাৰ জনে কৈছিল বোলে মোক যদি অতি কমেও পাঁচশ টকা দিব পৰা এই বেমাৰ মই ভাল কৰি দিব পাৰিম। পাচে চাৰ! পাঁচশ টকা হাতত থকা হলে কালাপাহাৰলৈকে পঠালোহেঁতেন!" —ঘৈণীয়েকে সেপ ঢুকি ঢুকি কথাষাৰ কলে।

"কিন্তু টি-বি-বেমাৰ ভাল কৰিবলৈ কালাপাহাৰলৈ অহা যোৱা কৰা ভাড়াৰ বাহিৰেতো এপইচাও খৰচ নহয়। চৰকাৰে জিলা পৰ্য্যায়ত এই বেমাৰ একেবাৰে নিঃচিহ্ন কৰিবলৈ নানান ব্যৱস্থা হাতত লৈছে। বুকুৰ ফটো লোৱা, থুই-খেকাৰ, তেজ আদি পৰীক্ষা

কৰাৰ উপৰিও বিনামূলীয়াকৈ মাহে মাহে দৰব জাতি দিয়ে। প্ৰয়োজন বোধে হস্পিতালত ভৰ্ত্তি কৰি চিকিৎসা কৰাৰো ব্যৱস্থা আছে। আৰু প্ৰতি মাহে মাহে কালাপাহাৰলৈ যাবও নেলাগে। এবাৰ নাম ভৰ্ত্তি কৰাৰ পিচত ওচৰৰ হেল্‌থ চেণ্টাৰৰ পৰা সকলো দৰব জাতি পোৱাৰ ব্যৱস্থা আছে।"

—কিছু উন্নতৰ মাতেৰে কথাষাৰ নীলকান্তই কলে।

ইমান সময়ে মৌন হৈ থকা চান্দেকে ডাক্তৰৰ কথাৰ অন্তত কিছু চিন্তা কৰি কলে— "হেল্‌থ চেণ্টাৰ বুলিবলৈনো কিতো আছে চাৰ? সাত/আঠ মাইল দূৰত এখন ডিচ্‌পেনচাৰী। ডিচ্‌পেনচাৰীৰো যিহে অৱস্থা— ঘৰ দুৱাৰবোৰ আধা ভগা; দৰব জাতিও পাবলৈকে নাই। কেৱল ৰঙাপানী, নীলাপানী, মাজে মাজে দুই চাৰিটা দৰবৰ বড়ি। বাৰিষাকালত আঠফুটকৈ বানপানী- হস্পিতালৰ দৰব আটালত উঠে, বানপানীৰ ভয়ত ডাক্তৰ পলায়। ডাক্তৰ থাকিলে দৰব নাই; দৰব থাকিলে ডাক্তৰ নাই— এখন মহাপয়মাল। তাতে আকৌ ডাক্তৰজনক যেনিবা মাতি আহিলেই, ইমান দূৰ ৰ'দে বৰষুণে চাইকেল কোবাই আহিব, ৰূপকুৰি 'ভিজিট' নিদিলেনো সন্মানতো ৰয় ক'ত? আকৌ সন্মানতো ৰাখিলেই জানো হব? লিখি দিয়া দৰব জাতি ডিচ্‌পেনচাৰীততো পাবলৈকে নাই। আকৌ যাওঁক আপোনাৰ জিলাৰ ফাৰ্মাচীলৈ এদিন এবেলা খৰচ কৰি; কিনি আনক দৰব জাতি ডেৰকুৰি ভৰি —দৰবৰো আজি কালি যিহে জুই চাই দাম! মানুহে মৰিব বুলিহে কিনে। পিছত বোলে ইটো দৰব নহয়; সিটোহে হয়— আকৌ লাগিল আপোনাৰ সাল সলনি। ইত্যাদি এণ এটা কাৰণত আমাৰ এই অঞ্চলত ডাক্তৰ মতা নহয়েই চাৰ।"

ঃ তেন্তে মানুহবোৰৰ চিকিৎসাৰ ব্যৱস্থা—

ঃ জিলাৰ হাস্পাতলত দৰব চুৰি কৰি ধৰা পৰা চিলেটিয়া কম্পাউণ্ডাৰ এজন আছে। চৰকাৰী কাম ইস্তফা দি আমাৰ এই অঞ্চলতে প্ৰেকটিচ্‌ কৰিছে। কামনি ভাল। চাকৰীৰ দৰ্মহাৰ চাৰিগুণ

আয়। এলোপেথিৰ লগত হোমিওপেথিৰ চিকিৎসাও কৰে। চিঠি-লেখি কিবা এটা হোমিওপেথিৰ ডিপ্লমাও আৰি লৈছে নামৰ পিচ ফালে। হেগুেল মাৰিদাল ডিভিতে আৰি ফুৰে। তাৰে তেওঁ বুকুও পৰীক্ষা কৰে, পেটো পৰীক্ষা কৰে।

ঃ হেগুেলমাৰিদালনো কি আকৌ ?

ঃ সেই যে কানত লোৱা নলিকাদাল—

ঃ অ' বুজিলো। তেওঁ তেন্তে ডাক্তৰ ভাওৰেই !

ঃ হয়। ৰাইজে ডাক্তৰ বুলিয়েই মাতে। চিকিৎসাৰ বিনিময়ত পা-পইচা, চাউল-ধপাত, হাঁহ-কুকুৰা, যি দিয়া যায় কোনো আপত্তি নাই; ডাক্তৰৰ বেগত এলোপেথিক ইন্জেকচনৰ লগতে, চেনীগুটিৰ দৰে হোমিওপেথিক বডিও থাকে; সুবিধা বুজি দুই এপদ হেকিমি, কবিৰাজী দৰব জাতিও থাকে। মুঠতে সৰ্ব্বচাক। ডাওৰ বেমাৰৰ চিকিৎসা ঠিকা হিচাবত।''

চান্দেক আলিৰ ৰগৰ সনা কথা শুনি ডাক্তৰে ঘক্ ঘক্ কৈ হাঁহিব বুলি ভাবিছিল যদিও, ডাক্তৰে নেহাঁহিলে। দুয়োজন কিছু সময় মৌন হৈ থাকিল। ডাক্তৰ যেন কিছু সময় এক গভীৰ চিন্তাত নিমগ্ন হ'ল। সত্য কিঙ্কৰ দেৱ শৰ্ম্মাৰ ঘৈণীয়েকে এনেতি পৰাতে দুয়োজনৰ সন্মুখত দুবাটিকৈ গুৰ মিঠৈ ব্যৱহাৰ কৰা লাল চাহ থৈ গ'ল। দুয়োজনে বৰ তৃপ্তিৰে চাহ দুবাটি খালে। দুয়োজনৰে বৰ ভাগৰো লাগিছিল; পিয়াহো লাগিছিল। চাহ খাই উঠি ডাক্তৰে আকৌ এবাৰ বেমাৰীৰ বুকুৰ স্পন্দন, নাৰীৰ বেগ চালে। বেমাৰীয়ে আগতকৈ বহুখিনি সকাহ পাইছে। বুকুৰ বিষটোও পাতলিছে। বেমাৰীৰ অৱস্থা কিছু ফলিক হোৱা দেখি নীলকান্তৰ মুখলৈ এমোকোৱা হাঁহি বিৰিভি আহিল। কেৰাচিন তেলৰ চাকিৰ পোহৰত চকামকাকৈ চান্দেকে ডাক্তৰৰ মুখৰ সেই হাঁহি দেখিলে। লগে লগে নিজৰ মনটোও ভাল লাগিল। হাঁহি মাৰি কলে—''এতিয়া চাৰ আমি যোৱাহে ভাল হব। ৰাতিও ভালেমানখিনি হ'ল। বেমাৰীজনক

কাল্লাপাহাৰলৈ নিয়াৰ ব্যৱস্থা মইেই কৰিম। আপুনি কাগজ পত্ৰবোৰ লিখি দিব।"

"কিন্তু টকা পইচাৰ ব্যৱস্থা?" —ডাক্তৰে আচল কথাষাৰকে সুধিলে। চান্দেকৰ লগতে সত্য কিঙ্কৰৰ ঘৈণীয়েক মৌন হৈ বল। দুয়োজনাৰে মৌনভাৰ অৰ্থ ভেণ্ড বুজি পালে। ক্ষন্তেক মৌন হৈ থাকি ডাক্তৰে দৰৰ থোৱা বেগটো খুচৰি খুচৰি পঞ্চাশটা টকা উলিয়াই চান্দেকৰ হাতত দি কলে— "দেখি কৰাৰ প্ৰয়োজন নাই। কাইলৈকে যোৱাৰ ব্যৱস্থা কৰা। মই কাগজ পত্ৰ বেডি কৰি থৈ দিম।"

চান্দেকে কিন্তু হাতপাতি টকা নললে। সত্য কিঙ্কৰৰ ঘৈণীয়েকৰ হাততেই দিবলৈ কলে। ঘৈণীয়েকে টকা লবলৈ মান্তি হোৱা নাছিল। নীল ডাক্তৰে টকাখিনি ঘৈণীয়েকৰ হাতত একপ্ৰকাৰ গুজি দি বাহিৰ ওলাই আহিল। চান্দেকে ডাক্তৰৰ বেগটো সামৰি ললে। সত্য কিঙ্কৰৰ ঘৈণীয়েকে কেৰাচিন তেলৰ চাকিগছিৰে পোহৰ দেখালে।

বাট ওলোৱাৰ পিছত চান্দেকে কণ্ঠ নকণ্ঠৈকে কথাষাৰৰ পাতনি মেলিলে— "চাৰ কথা এষাৰ কণ্ঠ বুলি ভাবিছো।" ডাক্তৰে ৰগৰ কৰি কলে— "এষাৰ কিয় দুষাৰ কোৱা। চান্দেকে বৰ আবেগে কলে— "চাৰ! বেয়া নেপাই যদি এই দুখীয়াৰ ভঙা পজাত এখন্তেক জিৰণি ললে বৰ খুচী হম চাৰ।" চান্দেকে ভাবিছিল ডাক্তৰ চাগে সেই বাতি যাবলৈ অসম্মত হব। কিন্তু চান্দেকক আচৰিত কৰি নীল ডাক্তৰে কলে – "এৰা মই অথনিৰে পৰা কথাষাৰ কম বুলিয়েই ভাবি আছিলো। তোমাৰ ঘৰত সোমাই নগলে মোৰ বাক ভাল লাগিবনে?" চান্দেকে আনন্দতে কলে— "চাৰ! আপুনি কিবিস্তা বা পয়গম্বৰ হোৱা হলে .... " নীল ডাক্তৰে চান্দেকৰ কথা শুনি ঘক্ ঘক্ কৰে হাহি দিলে।

বাটত কোনেও একো কথা নেপাতিলে। ডাক্তৰক পিচফালৰ কেৰিয়াৰত বহাই লৈ যিমান বেগাই পাৰে, সিমান বেগাই চাইকেল চলালে।

চান্দেকৰ পদূলি মুখত চাইকেল থামিল। চাইকেলৰ পৰা ডাক্তৰ গিৰিম্ কৰে নামিল। চান্দেকো নামিল। দুয়োজন নামিয়েই শুনিলে চান্দেকৰ তিনিবছৰীয়া ছোৱালীজনীয়ে ফেঁকুৰী ফেঁকুৰী কান্দি আছে। মাকে তাইক বুজাবলৈ চেষ্টা কৰি ফল নধৰাত ধমক্ দি কৈছে— "বাপেৰ আহিলে তোৰ মূৰ ছিগি খাব। এতিয়া মনে মনে শুই থাক।" মাকৰ ধমক পাই ছোৱালীজনীয়ে আৰু বেছি চিঞৰি কান্দিছে। এনেতে চান্দেকে চাইকেলৰ বেলটো 'টিলিং' 'টিলিং' কৈ বজাই দিলে। বাপেক অহাৰ উমান পাই তাই কান্দি কান্দি বাপেকৰ ওচৰত জেউৰ ধৰিছে— "চোৱা আব্বা। মোৰ কুকুৰাটো আম্মাই মাৰি পেলাইছে। মোক আনি দিব লাগিব। আনি দিব লাগিব।" — বুলি মজিয়াত খৰাহিৰে চাকি থৈ দিয়া কুকুৰাৰ পাখি ঠেংবোৰ উলিয়াই আনিলে। চান্দেকে ডাক্তৰক বহিবলৈ চকী এখন আনি দিলে। ডাক্তৰে ছোৱালীজনীক কোলাত তুলি লৈ চকীখনত বহি পৰিল আৰু মাক-বাপেকৰ বিপক্ষে তাইৰ কি কি গোচৰ আছে সোধাত লাগিল। তাই কোনো উত্তৰ নিদি ফেঁকুৰী ফেঁকুৰী কান্দি থাকিল। চান্দেকেহে বুজাই কলে— "মানে চাৰ মই আপোনাক মাতিবলৈ যাবৰ সময়ত ঘৰৰ মানুহজনীক কৈ থৈ গৈছিলো বোলে ডাক্তৰ বাবুক মই যেনে তেনে মাতি আনিম। তই মনে মনে গৰালৰ পৰা ডাঙৰ কুকুৰাজনী উলিয়াই চুৰুহা বনাই থবি। সাবধান ল'ৰা ছোৱালী হালক নজগাবি। সিহঁতে কুকুৰাজনী মৰা বুলি গম পালে সুদাই নেৰিব। মানে চাৰ সিহঁত হালে ডাঙৰ কুকুৰাজনীক বৰ মৰম কৰে। গতিকে সিহঁত কুকুৰাজনীক মৰাটো সহ্য কৰিব নোৱাৰে। গতিকে ৰাতিপুৱা শিয়ালীয়ে নিয়া বুলি কলেই লেঠা চিগিল। কিন্তু তাই এতিয়া ছোৱালীজনীক কেনেবাকৈ জগাই লৈ বাককৈয়ে বিপদত পৰিল।"

চান্দেকে ভাবিছিল ডাক্তৰে কথাষাৰ শুনি চাপে চেক্ চেক্ কৈ হাঁহি দিব। কিন্তু তাক আচৰিত কৰি অত্যন্ত গহীন হৈ ছোৱালীজনীৰ মূৰটোত হাত ফুৰাই ফুৰাই লাহে লাহে কলে— "সক

ছোৱালীজনীক মনত আঘাট দি মোৰ কাৰণে চুকহা বনাইছা ? বৰ বেয়া কাম কৰিছা ?''

নীলকান্ত কিছু সময় বিমৰ্ষ হৈ পৰিল। তেওঁৰ মুখত বিষণ্ণতা প্ৰকাশ পোৱাত চান্দেকৰ মনটোও বেয়া লাগিল। সি বিশেষ একো কথা বতৰা নেপাতি ঘৈণীয়েকৰ লগত চিনাকি কৰি দিলে। ঘৈণীয়েকে দীঘল থালি এটাত পূৰ কৰি চুকহা আৰু একপ্লেট মাংস দি গ'ল। নীলকান্তই দুটুকুৰামান মাংস আৰু এগিলাচমান চুকহা খালে। আচলতে ডাক্তৰৰ দৃষ্টি তেতিয়াও কেঁকুৰী কেঁকুৰী কান্দি থকা ছোৱালীজনীৰ ওপৰতে নিবদ্ধ আছিল। গতিকে খোৱাৰ ফালে মনোযোগ দিব পৰা নাছিল একেবাৰে। চান্দেকে ডাক্তৰৰ খোৱাৰ গতিলৈ লক্ষ্য কৰি তাঁহেঁকে কলে— "আপুনি চাৰ মনত অশান্তি পালেও আল্লাহ তাল্লাই আজি মোক ফিক্‌তি পাৰচেণ্ট দোৱা কবুল কৰিছে চাৰ ।''

ডাক্তৰে ব্যগ্ৰ হৈ সুধিলে— "তাৰ মানে ?''

চান্দেকে গহীনাই উত্তৰ দিলে— "মানে চাৰ ! আপোনাক মুৰ্গীৰ মাংসৰে ভাত এসাজ খুউৱাৰ বৰ হেপাহ আছিল। পাচে চাৰ অসুবিধা হৈছিল বাপাখুড়াৰ বাবে ! তেওঁ গম পালে জানো সদাই এৰিব। মুছলমানৰ ঘৰত ভাত খোৱা বুলি গম পালে জাত যোৱা বুলি পৰাচিত কৰিব। সেয়েহে খোলাখুলি ভাবে আপোনাক নিমন্ত্ৰণ জনাবলৈ মোৰ সাহস হোৱা নাছিল। মাত্ৰ আল্লাহ তাল্লাৰ ওচৰত দোৱা মাগিছিলো— "হে আল্লা। ডাক্তৰ বাবুক ভাত এসাজ খুৱাবলৈ মোক মৌকা দিয়া। আল্লাহ তাল্লাই দিছে ভাত এসাজ খুৱাবলৈ মৌকা নিদি চুকহা খুৱাবলৈহে মৌকা দিলে। তাতে আকৌ আপুনি যৎকিঞ্চিৎহে খালে সেই কাৰণে মই চিন্তা কৰিছো চাৰ— আল্লাহ তাল্লাই ফিক্‌তি পাৰচেণ্ট দোৱা কবুল কৰিলে। মোক।''

ডাক্তৰে এইবাৰ খেক্‌ খেক্‌ কৈ হাঁহি দিলে। চান্দেকৰ পিঠিতে হাতখন থৈ কলে— "ধেৎ অকৰা ! এপেট ভাতখাই বিচনাত

পৰিছিলো। এই ৰাতিখন এই ডিঙি দীঘল কলসীটোৰে এক কলসী চুৰুহা খোৱাৰ কাৰনো সাহস আছে। বাৰু যোৱা, মানচাঁধাৰে তামোল এখন লৈ আহা! বহু ৰাতি হ'ল। তুমি হলে মোক ঘৰত থৈ আহিব লাগিব কিন্তু।"

ডাক্তৰৰ মুখত চেক্ চেক্ কৰে হাঁহি আৰু অন্তৰ খোলা কথা শুনি চান্দেকৰ বৰ ভাল লাগিল। এতিয়াহে তাৰ অন্তৰখন ফৰকাল হ'ল। সি মানচাধাৰে ডাঙৰকৈ তামোল এখন আনি ডাক্তৰৰ হাতত দিলে। ঘেৰেং কৰে চাইকেলখন উলিয়াই আনি ডাক্তৰক ঘৰত থৈ আহিবলৈ সাজু হৈ ওলাল। এইবাৰ কিন্তু ডাক্তৰে চাইকেলত উঠিবলৈ মন নকৰিলে। বাটে বাটে দুয়ো কথা পাতি খোজ কাঢ়িয়েই যাবলৈ ওলাল। ডাক্তৰৰ হেনো তাক সুধিবলৈ কথা আছে। বহুত কথা।

পোনতে ডাক্তৰেই আৰম্ভ কৰিলে— "আচ্ছা চান্দেক কাই! তুমি হেনো এই ভাটি বয়সত বাবু হব গৈছিলা?"

: হয় গৈছিলো চাৰ! পাঁচ বাবু নহয়, চৌকিদাৰহে!

: এই আদ্ বয়সত ঘৰ এৰি যাবলৈনো তোমাক কিহে পাইছিল?

: সেইবোৰ পলিটিকেল কথা চাৰ।

: পলিটিকেল? কিহৰ পলিটিকেল?

: সেইবোৰ বহুত কথা চাৰ! মই নিজ মুখে নকওঁ। কবলৈ মোৰ ভয় লাগে। শিৱকান্তৰ বোৱাৰীকে সুধি চাব চাৰ। তাই সকলো কথা কব পাৰিব।

: শিৱকান্তৰ বোৱাৰীয়ে? ঘৰৰ ভিতৰত সোমাই থকা বোৱাৰী এজনীয়ে এইবোৰ কথাৰ ভু-পাব কেনেকৈ?

: বোৱাৰী হলেও তাই বুদ্ধিত 'সংৰচতী' চাৰ। সকলো কথাৰ ভু ৰাখে। এবাৰ সুধি চাব চোন!

: কোনেও কাকো একো উত্তৰ নিদিলে। দুয়োজন কিছুসময় মৌন হৈ আগবাঢ়ি গ'ল। এইবাৰ চান্দেকেই প্ৰথমে মাত লগালে— "বাৰু চাৰ। কথা এৰাৰ মন কৰিছেনে?"

"কি কথানো ?" —ডাক্তৰে এটা চিগাৰেট জ্বলাই প্ৰশ্নটোৰ প্ৰতি মনোযোগ দিলে। চান্দেকে কলে— "এইযে কেশৱ মাষ্টৰৰ ল'ৰাজন দিনে দিনে তিল তিল কৈ মৃত্যুৰ মুখলৈ আগবাঢ়ি গৈছে। গাঁৱৰ মানুহবোৰেতো কোনেও খবৰ লোৱা নাই ? ইয়াৰ কাৰণ কি বাৰু। অথচ কেশৱ মাষ্টৰৰ জীৱন্ত কালত সহায় নোলোৱা মানুহ এই অঞ্চলতে কোনো নাই। মানুহে কোৱা শুনিছো আপোনাৰ দেউতাক আজি ইমান ডাঙৰ ডাক্তৰ হোৱাৰ মূলতে বোলে দুজন মানুহ— ৰাধাকান্ত পেহা আৰু কেশৱ মাষ্টৰ। অথচ সেইজনা কেশৱ মাষ্টৰৰ ল'ৰাৰ আজি এনে দশা কিয় ?"

ডাক্তৰে একো উত্তৰ নিদিলে। একান্তমনে চিগাৰেট হুপি হুপি আগবাঢ়ি গৈ থাকিল। চান্দেকে কলে— "মই জানো চাৰ। আপুনি এই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে। কাৰণ আপুনিতো আৰু গাঁৱত নেথাকে ?"

"গাঁৱত থকা নথকাৰ লগত এই প্ৰশ্নৰ উত্তৰৰ কিবা সম্পৰ্ক আছে নেকি ?" —ডাক্তৰে এইবাৰ চান্দেকৰ কথাৰ প্ৰতি সচেতন হৈ কলে। চান্দেকে খপকৈ উত্তৰ দিলে- 'আছে চাৰ।"

: কেনেকুৱা ?

: পলিটিকেল চাৰ !

: তুমি যে বাৰে বাৰে পলিটিকেল, পলিটিকেল কৰি আছা, কিনো ইমান পলিটিকেল হ'ল হে ?

: আছে চাৰ ! আপুনি হয়তো তাৰ খবৰ নেপাই বা নেৰাখে !

: কেনেকুৱা খবৰ।

: গাঁৱ বিলাক আজি কালি নেষ্টি পলিটিকচৰ আড্ডা হ'ল চাৰ ! আগৰ দৰে সহজ সৰল জীৱন গাঁৱবোৰত আৰু নোহোৱা হ'ল চাৰ ! ইয়াক মাৰি তাক খাও ; তাক মাৰি ইয়াক খাও— এয়ে হ'ল ভিলেজ পলিটিকচৰ মূল আইদিয়া ! এইবোৰ কাৰণতে মনত আঘাট লাগি গাঁৱ এৰি চাহ বাগিছালৈ এই আদৰ্মসতো ডচি নৈছিলো চাৰ, পাচে তাতো সেই একেই কথা চাৰ ! খাই লৈ

জীয়াই থাকিবলৈ সকলো আছে যদিও মনত শান্তি নাই। মনে বিচৰা সমাজখন পাবলৈ নাই; সকলো ফালে চুক্‌লা-চুক্‌লি।"

এইবাৰ চান্দেকে আগৰ প্ৰসংগ সলনি কৰি তাৰ ব্যক্তিগত জীৱনৰ কথা চমুকৈ কলে। কি কাৰণেনো এই আদ্‌বয়সত গাওঁখন এৰি চাহ বাগিচাৰ চৌকিদাৰ হবলৈ গৈছিল তাৰ আভাস এটা দিলে মাত্ৰ। থোৰতে তাৰ গাঁৱ এৰি বাগানলৈ কাম বিচাৰি যোৱা কাহিনী এনে ধৰণৰ—

বহুদিন আগৰে পৰাই চান্দেকৰ হেনো চাহবাগানৰ প্ৰতি এটা দুৰ্ব্বাৰ মোহ আছে। 'ঘোঁৰা বন্ধা' চাহ বাগানত তাৰ খুলশালী এজন থাকে। হাইস্কুলৰ মাত্ৰ কেটামান শ্ৰেণীলৈকে পঢ়া ওচমান আলি নামৰ এইজন খুলশালীয়েকে গাঁৱৰে ছোৱালী এজনীৰ লগত কিবা লেঠাত পৰি হঠাতে এদিন ঘৰৰ পৰা নাহকিয়া হ'ল প্ৰায় পোন্ধৰ বছৰ আগতে। মানুহে ভাবিলে সি কৰবাত মৰিল বুলি। কিন্তু সম্পূৰ্ণ পোন্ধৰ বছৰ পিছত হঠাতে সি এদিন সুন্দৰ সুঠাম ডেকাটি হৈ, হাতত হাত ঘড়ি, পিন্ধনত টেৰেলিনৰ চাৰ্ট, পেণ্ট, নেকটাই মাৰি লগত সুন্দৰী গাভৰু এজনীৰ সৈতে ভিনিহিয়েকৰ ঘৰত সন্ধিয়া সময়ত উপস্থিত হ'ল। গাঁৱৰ মানুহবোৰ কাণ্ড দেখি অবাক। সি বোলে— "তহঁতে মোৰ লগত দুচ্‌মনী কৰি একেকোবে মোক পোৱামুক্লাত পৌচাই দিলি। চা-এতিয়া। মই চাহ-বাগিছাৰ হাজিৰা বাবু হৈ জামাদাৰ হবলৈ খাপ লৈ আছো। আল্লাহ তাল্লাই কৰিলে সেইটোও এদিন হৈহে এৰিম। সি এমাহ নে পোন্ধৰ দিন ভিনিহিয়েকৰ ঘৰতে থাকিল। ওচৰৰ বৌমাৰি বজাৰৰ পৰা প্ৰতি সপ্তাহৰ বজাৰখনত পুৰা পুৰি দুই বেপকৈয়ে পাচলি কিনে, বজাৰৰ পৰা ডাঙৰবো ডাঙৰ মাছটো সিয়েই কিনে, গাখীৰ মিঠৈৰ কথাই নাই। আহোঁতে চহৰৰ পৰা বায়েকৰ কাৰণে ঘুণঘাটৰ শাৰী কিনিও লৈ আহিছে। ভাগিনীয়েকহঁতলৈ চোলা কাপোৰো বিধে বিধে। চান্দেকৰ ঘৰত ওচমান আলিৰ জহত সেইকেইদিন যেন কিবা পৰবৰ দিনহে চলি আছিল। চান্দেকে মনে মনে চিন্তা কৰে— ই হাইস্কুলৰ

কেইই শ্ৰেণীমানলৈকে পঢ়া ল'ৰাজনে, ইমান টকানো কমালে কি দৰে? ডাঙৰ ডাঙৰ অফিচাৰবোৰকো দেখোন চেৰ পেলাই যাব এদিন। মনটো বান্ধিব নোৱাৰি চান্দেকে এদিন খুলশালীয়েকক সুধি পেলালে— "হেৰ ওচমান। তই চাহ বাগিছাৰ বাবুটো হৈনো ইমান টকা ঘটিছ কি দৰে? ডাঙৰ ডাঙৰ ঘোচ খোৱা অফিচাৰবোৰো দেখোন তোৰ ওচৰত পানী খাই যাব এখোন।" খুলশালীয়েকে দাঁতচেলাই হাঁহি মাৰি ভিনিহিয়েকৰ কথাৰ উত্তৰ দিলে— "বোলো ভিনিহি! তুমি যে আৰু কথা নেপালা। ইমান খন ধন নঘটিবলৈ ঘৰৰ পৰা পলাই গলোনে? তাতে গৈ থৈ দেখোন আল্লাহ তাল্লাই উদকে ভেটা ৰখিয়া পাতিলে— এক্কেকোবে হাজিৰা বাবু পাতি পুথি-পাজিবোৰ হাতত দিলে। কিবা বোলেনে কিমান জন আহিল, কিমান জন নাহিল চাহেবে কিবা মাথা গন্তি কৰিছেনে? তুমিওযে ভিনিহি— পেংলাইখন নকৰিবা আৰু; বোলো তাতে আকৌ খোদাৰ দোৱাত খৰচ পাতিনো আছে কি? কোৱাৰ্টাৰ ফ্ৰি, লাইট ফ্ৰি, জুইখৰি ফ্ৰি, দাৱাইখানা ফ্ৰি, চাহপাত ফ্ৰি, বেচন পাতি কিলোৰ মূৰত আঠ অনা মাত্ৰ। সেইটোও কিবা দাম হ'লনে?

চান্দেকে হুমুনিয়াহ কাঢ়ি কলে— "এৰা বোপাই। আমাৰ ইয়াত বস্তু বাহানিৰ যিহে জুই-চাই দাম। তাতে আকৌ বানপানীৰ প্ৰকোপত জনকীয়া বেঙেনা দালো নোহোৱা হ'ল; যেনিবা চাৰিও ফালে জুইহে লাগিল।"

ওচমান আলিয়ে ভেকাহি মাৰি কলে— 'হেঃ হেঃ ভিনিহি। বোলো তোমালোকৰ গাওঁবিলাকত চাৰিওফালে জুই লাগিল বুলি আমাৰ বাগানবোৰতো জুই লাগিবনে? কৰ্ম্মচাৰীক পুহিব নোৱাৰিলে, কোম্পানী কি চলি থাকিব? কোম্পানীখন নচলিলে গছবোৰ জানো মৰি যাব? গছো বাচিব, কৰ্ম্মচাৰীও বাচিব— অন্য কোম্পানীয়ে কিনি লব। কোম্পানীৰ কিবা অভাব লাগিছেনে? কিবা তোমাৰ গান্ধী নিছিগা কংগ্ৰেছ চৰকাৰ নে?'

চান্দেকে খুলশালীয়েকৰ কথাৰ মূৰত কলে— "হেৰ ওচমান। তই বৰ বৰ কথা কৈছ্ যদিও দেখিলেহে লেখিম।"

ওচমান আলিয়ে উল্লাসেৰে কলে— "আলবৎ ভিনিহি। পৰমান চাবা যদি আজিয়েই ওলোৱা। আৰু এই যে ইমান দূৰলৈ ফুৰিব আহিছো; কিবা নিজৰ খৰচত আহিছোনে? দস্তুৰমত কোম্পানীৰ খৰচ। 'এনুৱেল লিভ'ৰ লগে লগে 'ট্ৰেভেলিং এলাউন্স'। মেৰিড কাপল— পূৰাপুৰি পাঁচশ টকা।"

চান্দেকে ওচমান আলিৰ কথাৰ গৰমান পালে। আহিয়েই দেখিলে ঘৰৰ সন্মুখত এবছৰ খাব পৰাকৈ খৰিৰ দম। ঘৰ-দুৱাৰ-বোৰো বেচ ধুনীয়া কিবা টাউন চহৰত হোৱা হলে পূৰা পুৰি দুশ টকা ভাড়া। লাগ বুলিলে ইটো সিটো বস্তু হাতৰ পচাৰতে সৰকাৰও পাৰি। কোম্পানীৰ হাজিৰাতে লাগ বুলিলে ইটো সিটো কাম কৰিবলৈ মানুহো আছে। গৰু-গাই, খেতি-বাতিৰে খুলশালীয়েক বেচ আৰামত আছে। ঘৰৰ পৰা পলাই অহা ল'ৰাজনৰ সৌভাগ্যৰ পম খেদি চান্দেকৰ বৰ আচৰিত লাগিল। আটাইতকৈ আচৰিত লাগিল তাৰ অন্য এটা কথাৰ প্ৰতি। —সেই সময়ত ওচমান আলিৰ ঘৈণীয়েকৰ গা-ভাৰী। একেবাৰে আজি হওঁ কালি হওঁ যেন। কিন্তু ওচমানৰ দেখোন কোনো খা-খবৰেই নাই। ৰাতিপুৱাতে হাফ্-পেণ্টটো পিন্ধি হন্নৌ হন্নৌ কৈ গোটেইখন বাগান তহিলং কৰি ফুৰে। ইফালে ঘৈণীয়েকজনী বিচনাতে কেকাই গেঁঠাই থাকে। চান্দেকৰ মানুহ জনীৰ প্ৰতি নিজৰেই বৰ দৰদ লাগি নিশাভাগত ওচমান আলিক কলে— "তয়ো যে মানুহজন আৰু। বোলো ঘৰৰজনীৰ আজি হওঁ কালি হওঁ অৱস্থা; তোৰ দেখোন দেহাৰ কাট্কুটেই নাই। কেৱল কোম্পানীৰহে ধন ঘটিছ। আমাৰ বোৰৰ দেখোন হোৱাৰ সময়ত পষেক চেৰেক আগৰে পৰা ডাক্তৰ, কবিৰাজ, বেজ-গিয়ানী, হেকিম-উনালী বিচাৰি দেহা-বেহাৰ হিচাপেই নাই।" ভিনিহিয়েকৰ কথা শুনি ওচমান আলিয়ে ঘক্ ঘক্ কৈ হাঁহি কথাৰ উত্তৰ দিলে—

"তুমিও যে ভিনিছি আৰু কথা নেপালা। মই যদি বাবুটো হৈ ঘৰৰ জনীৰে চিন্তাত থাকো, কোম্পানীখন চলে কেনেকৈ? ঘৰৰ জনীৰ কথা চিন্তা কৰিবলৈ কোম্পানীয়ে মানুহ ৰাখিছে নহয়। ডাক্তৰ, কম্পাউণ্ডাৰ, নাৰ্চ-ধাইবোৰক দৰ্মহা দি জানো এনেয়ে পুহিছে? এবাৰ খবৰ দি থৈছো যেতিয়া— বচ্ খেলা খতম্ ইমানেই কাম। ইয়াত যদি নোৱাৰে চেণ্ট্ৰেল হাস্পাতালত; তাতো নোৱাৰিলে মেডিকেল কলেজত— একেবাৰে এম্বুলেঞ্চেৰে পঠিয়াই দিব নহয়। কিবা বোলোনে তোমাৰ গাঁৱৰ ডাক্তৰৰ দৰে ইয়াত ওহো নোহোৰ প্ৰশ্ন নাই; ডেলিভাৰী কেচ খালাচ কৰি এশ ডেৰশ টকাৰ ধাৰধাৰি নাই। কোম্পানীয়ে ডাক্তৰ ৰাখিছে যেতিয়া বিনাপইচাতে বাপ বুলি কৰিবই লাগিব। কিবা বোলেনে কামত গাফিলতি কৰিলে, আমাৰ হাততো আছে নহয়। মেনেজাৰ আছে, লেবাৰ অফিচাৰ আছে, মেডিকেল ইন্সপেক্টৰ আছে, সংঘ আছে। বপুৰা ডাক্তৰ ক'ত সাৰিব? তোমাৰ কিবা গাঁৱৰ দৰে 'ওৱায়াৰলেচ' পাইছা নে? আমাৰ বাগানত কথা বিশেষে বনুৱা একজনবো আপত্তি আছে; শুনিবলৈও শুনোতা আছে।" খুলশালীয়েকৰ কথা শুনি ভিনিহিয়েকে হুমুনিয়াহ কাঢ়ি কলে— "এৰা! তহঁতৰে জীৱন ধন্য বোপাই।"

সেই তেতিয়াৰে পৰা চান্দেক আলিৰ চাহ বাগানৰ প্ৰতি দুৰ্ব্বাৰ মোহ। মাজে মাজে সি খুলশালীয়েকলৈ কাম বিচাৰি চিঠি লিখে। খুলশালীয়েকেও পানীৱালা নাইবা চৌকিদাৰৰ কাম এটা যোগাৰ কৰি মাতি পঠিয়ায়। সিও যাবলৈ সাজু হয়। কিন্তু পিচ মুহূৰ্ত্ততে কিবা এক অবুজ মায়া পাশাত আবদ্ধ হৈ বাগানলৈ যোৱাতো তাৰ বন্ধ হৈ যায়। গাওঁখনৰ প্ৰতি, উজনিমলুক ভাটিমুলুকৰ প্ৰতি চান্দেক আলিৰ অসীম মায়া। প্ৰতিবাৰে যাবলৈ ওলালেই অঞ্চলটোত কিবা পৰব ওলায়। পৰবৰ প্ৰতি তাৰ বৰ হাবিয়াস— সেয়া হিন্দুৰেই হওঁক বা মুছলমানৰেই হওঁক। পৰবে প্ৰতি তাৰ ওপৰত দায়িত্বও পৰে। বাঁহৰ ৰভা দিয়া, সবাহৰ ঘৰবোৰ মেৰামতি কৰা। নিজে কৰিব পৰা কামবোৰ নিজে কৰে, নোৱাৰা কামবোৰ ঠিকাত দি

হলেও দায়িত্বটো পালন কৰে। এইবোৰ কৰি তাৰ সুৰ ভাল লাগে। সবাহ হলে যে তাৰ আনন্দৰ পাৰ ভাগি যায়। গধুলি নাগমবৰ পৰা নাগাৰাৰ নাম, তালৰ চেও ভাঁহি অহাৰ লগে লগে মছজিদৰ পৰা আজানৰ সুৰ ভাঁহি আহে। দুয়োটাৰ অপূৰ্ব্ব সমন্বয়ত চান্দেক আলিয়ে কিবা এক মিঠা আমেজ বিচাৰি পায়। অৱশ্যে ৰাধাকান্ত পেহাদেউ জীয়াই থাকোঁতে, কেশৱ মাষ্টৰ জীয়াই থাকোতে বোৰএই অঞ্চলৰ কথা বেলেগ আছিল। ৰাৰটা মাহতে তেৰখন ভাওনা। চান্দেক আলি মুছলমান হলে কি হব। ভাওনাৰ চেও, নাগাৰাৰ নামৰ সুৰৰ মাজতে সি ডাঙৰ দীঘল হৈছে, সেইবাৰে দেখোন তাৰ হিয়াৰ মাজতে লুকাই আছে।

কিন্তু যিজনা ৰাধাকান্ত পেহাৰ সুৰৰ মায়াত বন্দী হৈ থাকি চান্দেকে গাওঁখন এৰি কলৈকো যাব খোজা নাছিল, সেইজন পেহাৰে সকজন পুতেকৰ লগত কিবা এটা কথাত খুট-খাট লাগি গাওঁ এৰি সি গুচি গৈছিল মনৰ বেজাৰতে। মাজে মাজে তাৰ বৰ বেয়া লাগে এটা কথাকেই চিন্তা কৰি— পেহাৰ দৰে সাত্বিক মানুহ এজনৰ অতি মৰমৰ সক ল'ৰাজন 'কাফেৰ' হবলৈ হলে কেতিয়াও নেপায়। অৱশ্যে সি মাজে মাজে নিজকে বুজাই— এৰা। দুঃখ কৰিনো কি লাভ হব। কাউৰীৰ বাহত হে কুলিৰ জনম। অৱশ্যে চাহ-বাগানত গৈও শান্তি নেপালে। ৰাতি দুপৰত মজদুৰ লাইনত মাদলৰ শব্দ শুনিলে ৰাধাকান্ত পেহাৰ নাগাৰাৰ শব্দবোৰলৈ মনত পৰে। সি বলিয়াৰ দৰে সাৰ পাই উঠে। সি মনে বিচৰা নাগাৰাৰ নাম, ভাওনাৰ বচন, ঈদ, বকৰিদ, ওজাপালিৰ পদ বিচাৰি তাৰ মনে হাঁহাকাৰ কৰে। তাৰ মনে বিচৰা সমাজখন নেপাই চাহ-বাগিছা এৰি পুনৰাই সি আগৰ গাঁৱখনলৈ ঘূৰি আহে। এই যে তাৰ জীৱন চক্ৰৰ অবুজ আবৰ্ত্তন, ইয়াৰ অন্তৰালতো লুকাই আছে এক ৰাজনৈতিক চাল-চক্ৰান্ত, তাৰ মতে। যতে ততে এইবোৰ কথাৰ মকলা মেলা উচিত নহয়; মানলৈকো ভয়, প্ৰাণলৈকো ভয়।

চান্দেক আলিয়ে এইবাৰ হুমুনিয়াহ কাঢ়ি কলে— "আমাৰ এই বাধাকুছি গ্ৰামাঞ্চল এসময়ত শিক্ষাই-দীক্ষাই, খেতিয়ে-খোলাই বৰ উন্নত আছিল চাৰ। মানুহবোৰৰ মাজতো বৰ চেনেহ আছিল। হিন্দু, মুছলমান বুলি খোৱা-লোৱাত বান্ধ বিচাৰ থাকিলেও বিপদে আপদে কিন্তু ককাই ভাইৰ সমান আছিল চাৰ। কি দিন যে কি হৈ গ'ল। আচলতে চাৰ— গাওঁবোৰত একোজনাহত ক্ষণজন্মা পুৰুষ থাকে চাৰ! সেইবোৰ মানুহ মৰি গলে সকলোবোৰ ঠানবান হৈ যায় চাৰ।"

নীলডাক্তৰে তাৰ কথাবোৰ একান্তমনে শুনি গৈছিল। প্ৰসঙ্গ সঙ্গতি নথকা কিছুমান কথা বুজিবলৈ মাজে মাজে অসুবিধা হৈছিল যদিও, তেওঁ হা-না এটা কোৱা নাছিল। ডাক্তৰে পুনৰাই চিগাৰেট এটা জ্বলাই ললে। ঘৰ পাবলৈ এতিয়াও প্ৰায় আঢ়ৈ ফাৰ্লং মান বাকী। ডাক্তৰে অলপ বেগাই খোজ দিবলৈ মন কৰিলে। হঠাৎ পিচফালৰ পৰা চান্দেকে মাত লগালে— "চাৰ! বেয়া নেপাই যদি প্ৰশ্ন এটা সুধিব খুজিছো।"

ডাক্তৰ বৈ গ'ল। চান্দেকৰ মুখৰ ফালে চাই প্ৰশ্নবোধক চাৱনিৰে সুধিলে— "কি বা প্ৰশ্ন? সুধিব পাৰা।"

চান্দেকে সুধিলে— "চাৰ, তেল কোম্পানীত যদি বানপানী উঠে, আপোনালোকে বাৰু কি কৰিব চাৰ?"

এনেকুৱা এটা প্ৰশ্নৰ বাবে ডাক্তৰ কেতিয়াও প্ৰস্তুত নাছিল। তেওঁ চান্দেকৰ ফালে ঘোপাকৈ চাই সুধিলে— "এই প্ৰশ্নটো কিয় সুধিলা?"

চান্দেকে নৰ অমায়িক ভাবে উত্তৰ দিলে— "চাৰ! আমাৰ এই অঞ্চলটোত পঞ্চাশ চনৰে পৰা বানপানী চাৰ! বাৰিষা কালত শিঙৰি নৈখনৰ দুপাৰ ভাগি ঘৰৰ ভিতৰত আঠফুটকৈ বানপানী উঠে! চৰকাৰে আমাক বানপানীৰ লগতে সহবাস কৰিবলৈ যেন নিৰ্দেশ দিছে। আমি পানীত থকা মাছৰ দৰে বাস কৰিছো। পাৰোমানে নিজে বাচৰলৈ সাতুৰিছো।" ডাক্তৰে কলে— "এৰা মানুহে কথাতে

কয় নহয়, "বালে সাতোঁৰ সাতোঁৰ নিজ বাহু বলে ; যদি নোৱাৰ সাতুৰিব যা ৰসাতলে।"

চাদেকে উত্তৰ দিলে—"হয় চাৰ। আমি একে কোবে ৰসাতলে গলো চাৰ। চৰকাৰখনে আমাক ৰক্ষা কৰাৰ কোনো উপায় লোৱা নাই। মানুহক দেখুৱাই মথাউৰি বান্ধিলে কি হ'ব? সকলোবোৰ ফুটুকাৰ ফেন। সেই কাৰণে মই মাজে মাজে ভাবো চাৰ তেল কোম্পানীত বানপানী উঠিলে আপোনালোকে বাৰু কি কৰিব? কৰ্ম্মচাৰীবোৰকতো আশ্ৰয় দিবই লাগিব। বনুৱাবোৰকতো বানপানী নুঠাকৈ দিবই লাগিব। সিহঁতেতো কোনো চৰকাৰ নেজানে চাৰ। জানে মাত্ৰ তেলকোম্পানীৰ নৰকৰাজনক।"

একেটা উশাহতে কথাখিনি কৈ চাদেকে আলিলে এক গভীৰ হুমুনিয়াহ কাঢ়িলে। সেই হুমুনিয়াহ বা-চাতি লাগি ডাঃ বৰুৱাৰ নোমবোৰ যেন অকস্মাতে শিয়ৰি উঠিল। তেওঁ একো উত্তৰ নিদিলে। গভীৰ ভাবে চিন্তা কৰি আগবাঢ়ি গৈ থাকিল। ক্ষন্তেক সময় মৌন হৈ থাকি চাদেকে পুনৰ আৰম্ভ কৰিলে—"বানপানী আহিলে মানুহৰ বৰ অসুবিধা হয় চাৰ। তাতকৈও ডাঙৰ কথা ভাল মানুহ বৰ একেবাৰে হাৰাম খোৰ হয়। সিহঁত একেবাৰে বৰ ডাঙৰ চোৰ হয় চাৰ।" বুলি চাদেকে পিচফাললৈ ঘূৰি আঙুলি এটাৰে দেখুৱাই কলে—"এই যে কেশৱ মাষ্টৰৰ ল'ৰাজন মৰিবলৈ ওলাইছে চাৰ, সিও এজন ডাঙৰ চোৰ। পঞ্চায়তৰ চেক্ৰেটাৰী আছিল। বানপানীৰ সময়ত ৰিলিফৰ বস্তুবোৰ চুৰি কৰে, মথাউৰি বান্ধিবলৈ চৰকাৰে দিয়া চিমেণ্ট, ব'লদাৰ, কাঠ কুঠলিবোৰ ঠিকাদাৰৰ লগত লগ লাগি চুৰি কৰি বেচে। কাঠকুঠলিৰ ঠাইত মৰা কলগছৰ দম বহুৱাই দিয়ে ; মৰা কলগছেনো আৰু কৰবাত ভাৰ বাধেনে? সেই কাৰণেই বেটাৰ সেই অৱস্থা। বাপেকজন আছিল গুণৰ সাগৰ, পুতেকজন হৈছে অঘাইত চোৰ।" ডাক্তৰে একো উত্তৰ নিদিলে। চিগাৰেটত হোপা মাৰি আগবাঢ়ি গৈ থাকিল মাত্ৰ। এইবাৰ চাদেকে বৰ দুঃখ

মনেৰে কলে - "গাঁৱৰ মানুহবোৰে তাক এঘৰীয়া কৰিলে।" ডাক্তৰে সুধিলে - 'কিহৰ বাবে?'

চান্দেকে উত্তৰ দিলে "গাঁৱৰ নামঘৰৰ বাবে পঞ্চায়তে দিয়া টিনপাতবোৰ মনে মনে কৰবাত সি বিক্ৰী কৰি বানপানীত ভাঁহি যোৱা বুলি কলে। মানুহবোৰে অনুসন্ধান কৰি সত্যকিঙ্কৰ দেৱ শৰ্মাৰ সত্যৰ ধ্বজা বাহিৰ কৰিলে। মানুহকনো সি ইমান মূৰ্খক বুলি ভাবিছেনে যে টিনপাত বানপানীত ভাঁহি যোৱা বুলি কলেই মানি লব? টিনপাতনো কৰবাত বানপানীত ভাঁহি যায় নে?"

নীলকান্তই হাঁহি মাৰি কলে— "অ' তাৰমানে সি বাকী মানুহবোৰক মূৰ্খক বনাই নিজকে বৰ চালাক বুলি ভাবে।"

চান্দেক আলিয়ে যেন জাণ্ডুৰ খাইহে কলে— "এহ্ নকব চাৰ। চাৰা ইণ্ডিয়াৰ মানুহে নিজকে বৰ চালাক-চতুৰ বলি ভাবে চাৰ। সেই কাৰণেই আজি দেশৰ মানুহৰ লাওলোৱা অৱস্থা। মোৰ মাজে মাজে বৰ হাঁহি উঠে; --- হেৰ দেশত যদি ইমান চালাক-চতুৰ মানুহৰ পয়দা হ'ল, তেন্তে দেশখন আজি ইমান দুঃখীয়া কিয়?"

ডাক্তৰে একো উত্তৰ নিদিলে। নিৰ্লিপ্ত ভাবে আগবাঢ়ি গৈ গৈ এটা সময়ত শিৱকান্তহঁতৰ ঘৰৰ সন্মুখ পালে। ঘৰৰ সন্মুখ পাইহে দেখিলে ধৰিত্ৰী আৰু লখিমীয়ে তিমিক্ চামাক্ কৰে লেম্প এটা জ্বলাই নীলকান্তৰ কাৰণে বৈ আছে। চান্দেক আলিয়ে ডাক্তৰৰ পৰা বিদায় লৈ ঘৰ মুখে চাইকেল চলালে। মূৰে কপালে হাত দি লখিমীয়ে কলে-- "হৰি হৰি প্ৰভু! এই গভীৰ ৰাতি এই দগাবাজৰ ৰাজ্যখনত তই ক'ত ঘূৰি ফুৰিছ?" নীলকান্তই কলে— "তুমি কেলেই ইমান চিন্তা কৰিছা পেহী! মই কেশৱ মাষ্টৰৰ ঘৰলৈহে গৈছিলো। ল'ৰাজনৰ বৰ অসুখ। একেবাৰে যোৱা থোৱা অৱস্থা।" পেহীয়ে একো মন্তব্য নিদি ভিতৰ সোমাই গ'ল। ধৰিত্ৰীয়ে কলে— "তুমি কিন্তু এনেদৰে যেতিয়াই তেতিয়াই ওলাই নেযাবা। দিন কালবোৰ বৰ বেয়া হ'ল। কাইলৈকে কম বাৰু। এতিয়া সোনকালে শুই থকা।

কাইলৈ তুমি শোৱাৰ পৰা অলপ পলমকৈ উঠিবা। বাপাখুড়াই তোমাক ৰৌ-মাৰি বজাৰলৈ লগ ধৰিব। তুমি নেযাওঁ বুলি বা গা-বেয়া বুলি কবা! নহলে কথাবোৰ যে তোমাক কোৱাই নহব। কবলগীয়া বহু কথা আছে। বাপাখুড়া লগত থাকে বাবেহে কব পৰা নাই। কাইলৈ হেনো তেওঁ গাখীৰ মাছ এইকল বিচাৰি বজাৰলৈ যাব। তোমাক বোলে এসাজ খুউৱাৰ মন।"

নীলকান্তই বিচনাত পৰি টোপনি যাবলৈ চেষ্টা কৰিছিল। বহু সময়লৈ টোপনি অহা নাছিল। চান্দেক অ'লিৰ কথাবোৰ বাৰে বাৰে মনত পৰিছিল। টোপনিৰ মাজতে যেন চান্দেক আহি পুনৰাই সুধিছিল— "তেল কোম্পানীত বানপানী উঠিলে . .. ।" ●

# মঙ্গলখাৰ মাজত ঃ দ্বিতীয় পৰ্ব্ব

১

পিচদিনাখন ৰাতিপুৱাই বাপাখুড়া বৌ-মাৰি বজাৰলৈ গ'লগৈ। বাপাখুড়াই ৰাতিপুৱাতে আহি নীলকান্তৰ খবৰ কৰিলে। ধৰিত্ৰীৰ মুখে বহুৰাতিলৈ বেমাৰী চাবলৈ যোৱাৰ খবৰ পাই বাপাখুড়াই কলে— "আইজনী। তাক শুই থাকিবলৈ দিয়া। কুমলীয়া ল'ৰাজনে বৰ কষ্ট পালে। সি তেলকোম্পানীত বেমাৰী চাবলৈ গলে গাড়ী নোহোৱাকৈ.তো এখোজো নলৰে। ৰাতি চাগে বৰ কষ্ট পালে।" বাপাখুড়াই দূৰৰে পৰা নাক বজাই শুইথকা নীলকান্তক এনেয়ে এবাৰ দুৱাৰখন মেলি চাই বজাৰলৈ গ'ল। বজাৰৰ পৰা ঘূৰি আহোঁতে অতি কমেও চাৰি-পাঁচ ঘণ্টা লাগিব। তাৰ পৰা অতি কমেও তিনি-চাৰি মাইল দূৰ হব। গতিকে বজাৰলৈ গৈ বজাৰ কৰি ঘূৰি আহোঁতে মানে দুপৰীয়াৰ সাজ খাবৰে হব। সেই কাৰণে বাপাখুড়াই বজাৰৰ পৰা ঘূৰি আহি শিৱকান্তহঁতৰ ঘৰতে খোৱাৰ ব্যৱস্থাৰ কথা কবিবলৈ কৈ থৈ গ'ল আৰু ৰাতিলৈকে বাপাখুড়াৰ ঘৰতে নীলকান্তৰ কাৰণে শুদাই-নিকাই এমুঠিৰ যোগাৰ কৰা হব বুলি ধৰিত্ৰীৰ আগত সংবাদ দি থৈ গ'ল।

নীলকান্তই বিচনাৰ পৰা বাপাখুড়াৰ সকলো কথা শুনি আছিল। বাপাখুড়া পিচ দিয়াৰ লগে লগেই ধহ-মহ কৰে বিচনাৰ পৰা উঠি ধৰিত্ৰীৰ আগত চেক্ চেক্ কৰে হাঁহি দিলে। হাঁহিৰ মাজতে

নীলকান্তই এষাৰ কথা কলে—"তুমি এটা কথা মন কৰিছা ধৰিত্ৰী। বাপাখুড়াৰ নিজৰ সংসাৰখনত কোনো নাই, কিন্তু লোকৰ সন্তানলৈ কিমান মৰম?" ধৰিত্ৰীয়ে উত্তৰ দিলে—"সচা কথা! বাপাখুড়াৰ অন্তৰত আপোন পৰ বুলিবলৈ কোনো কথা নাই। সকলোবোৰ যেন নিজৰেই সন্তান! কেবল তেওঁৰ চিন্তাধাৰাৰ মতে খোজ নেকাঢ়িলে তেওঁ বৰ বেয়া পায়। আমাৰ সৰুজনক যে তেওঁ চকুপাৰি দেখিবই নোৱাৰে" —বুলি ধৰিত্ৰীয়ে এটি গভীৰ হুমুনিয়াহ কাঢ়িলে।

সৰুজনৰ কথা কোৱাৰ লগে লগে ৰাতি চাদ্দেকে কোৱা কথা এষাৰ নীলকান্তৰ মনত পৰিলে—"ৰাধাকান্ত পেহাৰ সৰু ল'ৰাজন একেবাৰে 'কাফেৰ' হৈ গ'ল।" নীলকান্তই কথাষাৰ ধৰিত্ৰীৰ আগত ব্যক্ত কৰিলে। ধৰিত্ৰীয়ে কলে—"আচলতে সেইবোৰ একো নহয়। ইহঁতে কোনেও কাৰো কথা বুজিবলৈ চেষ্টা নকৰে। খেলি মেলি হৈছে সেইখিনিতে। মানসিক চিন্তা ভাবনাৰ গত-গতি সলনি হ'লে, প্ৰকাশৰ ধৰণ কৰণো সলনি হৈ যায়। অলসতাৰ মাংস জোলত ভাব-লেশহীনতাৰ মা-মচলাৰ মাত্ৰাধিক্যই সুখাদ্যকো অখাদ্য কৰি তোলে" —বুলি কৈ ধৰিত্ৰীয়ে নীলকান্তৰ কাৰণে চাহ-জলপান আনিবলৈ গ'ল। ধৰিত্ৰীৰ কথাৰ অৰ্থ নীলকান্তই অকনো নুবুজিলে। ধৰিত্ৰীয়ে চাহ-কাপ হাতত লৈ আহি আহিয়েই কলে—"আচলতে কি হৈছে জানা? আমাৰ এই অঞ্চলৰ মানুহবোৰ এটা কম্প্লেক্সত ভুগিছে— চচিঅ' ইকনমিকেল এণ্ড ৰিলিজিঅ'—কালচাৰেল কম্প্লেক্স।"

এইবাৰো নীলকান্তই একো নুবুজিলে। মুখ ফুটাই কলে—"তুমি কোৱা কথাবোৰৰ অৰ্থ মই একোকে বুজা নাই" ধৰিত্ৰীয়ে ঈষৎ হাঁহি মাৰি কৰে—"চাহ কাপ খাই লোৱা! সক'লো-বোৰ বুজাই কম। তোমাক মোৰ বহুতো কথা কবলগীয়া আছে। বাপাখুড়া আহি পাই মানে তোমাক কথাখিনি কৈ আদাই

কৰিম।" —এই বুলি ধৰিত্ৰীয়ে নীলকান্তৰ কাষতে মুচ্ছা এটাত বহি পৰিল। নীলকান্তই লক্ষ্য কৰিলে— অইন দিনতকৈ আজি যেন ধৰিত্ৰী সম্পূৰ্ণ বেলেগ হৈ পৰিছে —যেন বাৰিষাকালৰ প্ৰলম্বিত জলৰাশিৰে দুপাৰ ওপচা খৰস্ৰোতা এখন নৈ। খুউব জুখি-মাখি কথা কোৱা ধৰিত্ৰী নামৰ কটন কলেজৰ সেই গহীন গম্ভীৰ ছোৱালী জনী শিৱকান্তৰ ঘৰত আৰু বেচি গম্ভীৰ হৈ পৰা সেইজনী বোৱাৰী ধৰিত্ৰী আজি যেন আচম্বিতে চঞ্চল হৈ উঠিছে। পুৰণি সুহৃদৰ সন্মুখত অন্তৰত গুজৰি গুমুৰি থকা বহু কথাকে ব্যক্ত কৰি অন্তৰখন শাঁত পেলাব খুজিছে—থিক এক মুখবন্ধ জ্বালামুখ হঠাতে এদিন উদ্গীৰণ হোৱাৰ দৰে।

নীলকান্তই মৌন হৈ সকলো কথা শুনি গ'ল। মন্তব্যৰ নিস্প্ৰয়োজন। ধৰিত্ৰীয়ে এফালৰ পৰা কৈ গ'ল নিখিলানন্দ ওৰফে শিবকান্তৰ ভায়েকজনৰ কথা।

ঃ এসময়ত নিখিলানন্দ বৰ বাধ্য ছাত্ৰ আছিল। পঢ়া-শুনাত যদিও তীক্ষ্ণ বুদ্ধি সম্পন্ন নাছিল তথাপি সি প্ৰথম বিভাগতে প্ৰবেশিকা পৰীক্ষা পাচ কৰিছিল। শিৱকান্তই ভাবিছিল ভায়েকক ডাক্তৰ কৰিব। তুমিতো ভালদৰে জানা শিৱকান্তৰ ডাক্তৰ হোৱাৰ প্ৰবল হাবিয়াস আছিল— কিন্তু প্ৰি-ইউনিভাৰ্চিটি পৰীক্ষাৰ নম্বৰ কেইটাই সহায় কৰিব নোৱাৰিলে বাবেহে পঢ়া নহ'ল।

ঃ এৰা তাৰ বৰ হাবিয়াস আছিল। জন-সেৱাৰ মাধ্যম হিচাবে সি নিজকে এজন উপযুক্ত ডাক্তৰ হিচাবে প্ৰতিষ্ঠা কৰিবলৈ সপোন দেখিছিল, কিন্তু নোৱাৰিলে।

ঃ ইয়াকেই মানুহে চাগে দুৰ্ভাগ্য বুলি কয়। সেয়ে তেওঁ ভাবিছিল নিজে নোৱাৰিলে নাই, ভায়েকক ডাক্তৰ কৰিব। তুমি তাক দেখিছা নিশ্চয় — কটন হোষ্টেলত শিৱকান্ত পঢ়ি থাকোঁতে।

ঃ হয়, দেখিছিলো! সুন্দৰ চেহেৰাৰ ল'ৰা এজন। সি তেতিয়া হাফপেণ্ট পিন্ধা বয়সৰ। ককায়েকৰ খবৰ লবলৈ প্ৰায়েই

হাফ্‌পেণ্ট এটা পিন্ধি গার্ৰ পৰা যায়। বৰ অমায়িক ল'ৰা। মাত-কথাবোৰ বৰ মৰম লগা আছিল। মোৰ মনত আজিও সি যেন সেই বাল্য-শিশু নিখিলানন্দ। অৱশ্যে তাক আজি সম্পূর্ণ দহ বছৰ মই দেখা পোৱা নাই। এতিয়া জানো সি ক'ত আছে; কেনেকুৱাটি হৈছে?

ঃ এৰা!

ধৰিত্ৰীয়ে এক গভীৰ হুমুনিয়াহ কাঢ়িলে। ধৰিত্ৰীয়ে কৈ গ'ল — "কিন্তু নিখিলানন্দৰ ডাক্তৰী পঢ়া নহ'ল। প্ৰি-ইউনিভাৰ্চিটি চায়েন্স ক্লাচৰ প্ৰথম এসপ্তাহ ক্লাচ কৰিয়েই সি দেউতাকৰ আগত জেউৰ ধৰিলে— তাৰ দ্বাৰা হেনো চায়েন্স পঢ়া অসম্ভৱ। বেণ্ডিং অৱ দি টেস্ট টিউব, দ্ৰাইটেক্ট, ৰেড চল্ট এনালাইচিচ, ডেকুৰীৰ অন্ননলীৰ দাইচেকচন —এইবোৰত সি হেনো একো ৰস বিচাৰি নেপাব। সেই কাৰণে সি একে আষাৰ কথাতে ক'লে "মই আচলতে আৰ্টচ ব্ৰেইনৰ হে ছাত্ৰ। গতিকে চায়েন্স পঢ়া মোৰ কাৰণে হাড়শালহে মাত্ৰ।"

শিৱকান্তই তাৰ মনৰ প্ৰতিক্ৰিয়া বাৰুকৈয়ে উপলব্ধি কৰিলে। অৱশেষত চায়েন্সৰ এমাহ ক্লাচ কৰাৰ অন্তত প্ৰিন্সিপালৰ সৈতে পৰামৰ্শ কৰি তাক আৰ্টচ ক্লাচলৈ ট্ৰেন্সফাৰ কৰি দিলে। শিৱকান্তৰ অন্তৰত এক বুজাব নোৱাৰা অপ্ৰকাশ্য বেদনাই জুমুৰি দি ধৰিছিল যদিও, আৰ্টচৰ ছাত্ৰ হিচাবে নিখিলানন্দৰ কৃতকাৰ্য্যতাই শিৱকান্তৰ সকলো দুঃখ পাহৰাই পেলালে। সঁচাকৈয়ে সি আৰ্টচ ব্ৰেইনৰেই ছাত্ৰ আছিল। কিয়নো, দ্বিতীয় বছৰ ফাইনেল পৰীক্ষাত সি বেমাৰী গাৰেই পৰীক্ষা দি প্ৰথম বিভাগত প্ৰি ইউনিভাৰ্চিটি আৰ্টচ পৰীক্ষা পাচ কৰিলে, লজিকত ইউনিভাৰ্চিটিৰ ভিতৰতেই সৰ্ব্বশ্ৰেষ্ঠ নম্বৰ পালে। শিৱকান্তৰ মনত ভায়েকৰ কৃতকাৰ্য্যতাত অপাৰ আনন্দ। মনতে তেওঁ প্ৰায়েই চিন্তা কৰিছিল— "সঁচাকৈয়ে নিখিলানন্দক মনৰ বিৰুদ্ধে

শিক্ষা দিব খুজি তেওঁ যে কি বিৰাট ভুল কৰিবলৈ ওলাইছিল। চায়েন্স পঢ়া হলে চাগে সি প্ৰথমসিহে পাচ কৰিলেহেতেন অসুখীয়া শৰীৰেৰে।" এই কথাবোৰকে চিন্তাকৰি তেওঁ প্ৰায়েই দুঃখ কৰিছিল। ইতিমধ্যে নিখিলানন্দই দৰ্শন শাস্ত্ৰত অনাৰ্চ লৈ দ্বিতীয় বিভাগৰ দ্বিতীয় স্থান অধিকাৰ কৰি বি-এ পাচ কৰি এম-এ ক্লাচত দৰ্শনৰ ছাত্ৰ হিচাবে এড্‌মিশ্যান লৈছিল। শিৱকান্তই উপলব্ধি কৰিছিল, যাওঁক নিখিলানন্দ মনে বিচৰা পথ এটিৰে নিৰ্ভুল ভাবে আগবাঢ়ি গৈছে। এম-এ পাচ কৰি দৰ্শন শাস্ত্ৰৰ অধ্যাপক হিচাবে নিজকে প্ৰতিষ্ঠা কৰি লব পাৰিলেও তাৰ জীৱনৰ বহু কাম হব। অন্ততঃ সেইতাক ৰাধাকান্তৰ জীৱন ত্যাগৰ স্বাক্ষৰ স্বৰূপে সি কোনোবা মহাবিদ্যালয়ৰ নাইবা কোনোবা বিশ্ববিদ্যালয়ৰ দৰ্শন শাস্ত্ৰৰ মুৰব্বী এজন হব এটা দিনত, ইয়াতকৈ আনন্দৰ কথা আৰু কি হব পাৰে? -শিৱকান্তৰ মনত ভায়েকক লৈ অনেক কল্পনা। কিন্তু ইউনিভাৰ্চিটি হোষ্টেলত দুমাহমান কটোৱাৰ পিচত নিখিলানন্দৰ কিছুকথাত লাহে লাহে সাল-সলনি হৈছিল। এই কথাষাৰেহে শিৱকান্তক মাজে সময়ে চিন্তান্বিত কৰি ৰাখিছিল – হয়তো তেওঁৰ ভায়েকক লৈ কৰা জল্পনা কল্পনা বাস্তৱত ৰূপায়িত হবলৈ অসুবিধাও হব।

২

ইউনিভাৰ্চিটি হোষ্টেলত নানান ভাবে আলোচনা হৈছিল ভাৱবাদী দৰ্শন আৰু বস্তুবাদী দৰ্শনৰ বাস্তৱ সম্মত প্ৰয়োগলৈ। সৰু সৰু অধ্যয়ন চক্ৰ পাতি সিহঁতে কথাবোৰ আলোচনা কৰিছিল। আলোচনা চক্ৰত নিখিলানন্দই মৌন শ্ৰোতা হিচাবে অংশ লৈছিল। "বস্তুবাদী দৰ্শনেহে মানুহৰ জীৱনধাৰাৰ আমূল পৰিবৰ্ত্তন সাধিব পাৰে বৰ্ত্তমান সময়ত। কিন্তু ইউনিভাৰ্চিটিৰ দৰ্শন শাস্ত্ৰত ভাববাদী দৰ্শনৰহে প্ৰভাব বেচি। ভাটৌৰ দৰে এইবোৰ শাস্ত্ৰ মুখস্থ কৰি কিবা জানো লাভ? শোষক শোষিতৰ বৈষম্যৰে ভৰা এইখন

ভাৰতবৰ্ষত বস্তুবাদী দৰ্শনহে একমাত্ৰ প্ৰয়োজন, ভাববাদী দৰ্শন-বোৰক জানো বিজ্ঞান সম্মত সমাজ ব্যৱস্থা গঢ়িবলৈ কিবা সহায় হব ?" —আলোচনা চক্ৰৰ সদস্যসকলৰ মন্তব্যবোৰে নিখিলানন্দৰ চিন্তাধাৰাত গভীৰ ভাবে ৰেখাপাত কৰিলে।

নিখিলানন্দই এই সকলোবোৰ কথাকেই চিন্তা কৰিছিল। কথাবোৰ সাকৰা ; কিন্তু উপায় জানো ইমান সহজ ? শোষক শ্ৰেণীৰ হাতৰ পৰা শোষণৰ যন্ত্ৰ কাঢ়ি আনিবলৈ হলে শোষক আৰু শোষিতৰ মাজত এখন ভয়ঙ্কৰ যুদ্ধ হব --দুয়োটা দলৰ মাজত ৰক্তাক্ত বিপ্লব হব। কিন্তু ৰক্তাক্ত বিপ্লব কৰা জানো ইমান সহজ কথা ?

নিখিলানন্দৰ চিন্তা বিৰোধৰ সমাধান দিবলৈ গৈ বন্ধু এজনে কৈছিল— "সেই সকলোবোৰ সমস্যা লাহে লাহে সমাধান হব। ভুকুতে কলখোকা নপকে। এতিয়া আমাৰ প্ৰধান কৰ্ত্তব্য হ'ল গাঁৱে গাঁৱে গৈ সাধাৰণ মানুহৰ মাজত এইবোৰ কথা প্ৰচাৰ কৰা— শোষণৰ বাঘযন্ত্ৰত ক্ষণে ক্ষণে ৰক্তক্ষয় হোৱা হালোৱা হজুৱা খাটি খোৱা মানুহক একগোট কৰা। তাৰ পিচত সেই একত্ৰিত শক্তিৰে হ'ব শোষক গোষ্ঠীৰ বিপক্ষে ৰক্তাক্ত বিপ্লব— সশস্ত্ৰ বিপ্লব। কথাবোৰ সিমান সহজ নহয় যদিও, হাত সাবতি বহি থাকিলে একো নহব।"

নিখিলানন্দই সকলো বুজিছিল। কিন্তু সাধাৰণ মানুহবোৰক জানো সংগঠন কৰা ইমান সহজ কথা ; সংগঠন কৰিলেইবা, কিন্তু সশস্ত্ৰ বিপ্লব কৰিবলৈ হাতত অস্ত্ৰ তুলি দিয়া জানো ইমান সহজ কথা ? ধৰ্ম্ম বিশ্বাস, অন্ধবিশ্বাস, জ্যোতিষ শাস্ত্ৰ, ঈশ্বৰতত্ত্ব এই-বোৰকে লৈ দিন কটোৱা বাপাখুড়া, ঘনকান্ত জেঠা নাইবা তাৰ [illegible] দেউতাক ওৰফে ৰাধাকুছি গ্ৰামাঞ্চলৰ সঙ্কীৰ্ণ সংস্কৃতিৰ [illegible] [illegible] ৰাধাকান্ত বৰুৱাক জানো এইবোৰ কথা বুজাবলৈ

সহজ হব? ওবেটো জীৱন বাসুদেউৰ চৰণত শৰণ লৈ জীৱন কটোৱা গাওঁবাসীক জানো বুজাবলৈ সহজ হব মাৰ্ক্সৰ ভাষাৰে সেই ঐতিহাসিক বাক্যষাৰ— "প্ৰাচীন ধৰ্ম্ম সমূহে নৈতিক বচনেৰে মানুহক অন্যায়, শোষণ, অত্যাচাৰ প্ৰভৃতি নীৰৱে সহ্য কৰিবলৈ জ্ঞান দিয়ে, ত্যাগ, সহনশীলতা আৰু মানবতাৰ নামত আত্মিক শোষণৰ উপায় বান্ধি দিয়ে। কাণি পান কৰিলে যি প্ৰতিক্ৰিয়া হয়, সেই একেই প্ৰতিক্ৰিয়া ভোগ কৰে ধৰ্ম্মান্ধ মানুহে।"

চাৎকৰে তাৰ মনত পৰিছিল ঘনকান্ত জেঠাৰ কথা। হাতত ভীমৰ গদা লৈ "পাঞ্চালী পাঞ্চালী" বুলি দুঃশাসনৰ ৰক্ত পান কৰা ঘনকান্ত জেঠাৰ কথা। সেইজন জেঠাক জানো বুজাবলৈ সহজ হব, বাঁহৰ ফ্ৰেমৰ ওপৰত ৰঙা নীলা কাগজ লগাই সজা গদা ঘূৰোৱাৰ পৰিবৰ্ত্তে জীৱনৰ সঁচা নাটকখনত ৰাইফলৰ ট্ৰিগাৰত আঙুলি দবাই সেই গাৰ নোম শিঁয়ৰি অহা আদেশ প্ৰচাৰ কৰাবলৈ —"ওৱাৰ এণ্ড ফায়াৰ!"

৩

বাসুদেউ থানৰ মণিকূটৰ নতুনকৈ চূণ-তেল দিয়া বেৰখনত কোনোবাই ৰঙা চিয়াহিৰে ডাঙৰ ডাঙৰ আখৰেৰে এদিন ৰাতি ভাগত লিখি উলিয়ালে—"ভগবানৰ কোনো অস্তিত্ব নাই। এচাম বুদ্ধিজীৱিৰ শোষণ যন্ত্ৰৰ সুবিধাৰ্থে কোনোবা অগ্ৰজ বুদ্ধিজীৱিৰ মস্তিষ্কৰ দ্বাৰা সৃষ্ট ভগবান একেবাৰে অস্তিত্বহীন। তাৰ মানে শঙ্কৰদেৱৰ চিন্তাধাৰাৰ কেন্দ্ৰস্থ চিত্ৰ শ্ৰীকৃষ্ণও অস্তিত্বহীন। "কৃষ্ণ এক দেৱ দুঃখহাৰী" বুলি বজোৱা বৰ নামঘৰৰ ভোৰতালৰ চেৱে সৰ্ব্বহাৰাৰ দুঃখ মোচন নকৰে। জীৱনক যদি বুজিব খুজিছা ঈশ্বৰ জনক পিণ্ডত দিয়া। বাসুদেউ প্ৰভুক বিসৰ্জ্জন দি সংগ্ৰামৰ পথ সাৰতি লোৱা। এই পথ সংগ্ৰামৰ পথ, এই পথ বিপ্লৱৰ পথ। শোষকৰ বুকুৰ তেজেৰে ধৰণীৰ ধূলি প্লাবিত কৰাৰ পথ।"

এই কথাটোকে লৈ গোটেই গাওঁখনতে হুলুস্থূলৰ সৃষ্টি হ'ল পিচদিনাখন ৰাতিপুৱা। বাসুদেউ থানৰ মহিমা তেন্তে উকলি গ'ল? ৰাপাখুড়াহঁতৰ গোটেই জীৱন প্ৰভুৰ চৰণত তেন্তে বৃথাই গ'ল?

"কেতিয়াও হব নোৱাৰে" —হুংকাৰ মাৰি উঠিছিল ৰাপাখুড়া। "দোষীক ধৰি দণ্ড দিবই লাগিব। উহ্ উহ্ বাসুদেউ প্ৰভু! এইবোৰ বাইক লেখিবলৈ তুমি কাৰ দেহত হিৰণ্যকশিপুৰৰ শকতি দিলা প্ৰভু! শকতি দিছা বাক দিয়া, তাৰ আগতে মোৰ এই দুইচকু অন্ধ কৰি নিদিলা কিয় প্ৰভু! এই দুইকৰ্ণ বধিৰ কৰি নিদিলা কিয় প্ৰভু! উহ্ উহ্ বাসুদেউ, ইয়াকে দেখুৱাবলৈহে, ইয়াকে শুনাবলৈহে তুমি মোক জীয়াই ৰাখিলা প্ৰভু।" —গভীৰ মনোবেদনাত ৰাপাখুড়া যেন ভাগি পৰিল। পিচ মুহূৰ্ত্তে ক্ৰুদ্ধান্বিত কোবখাই কিছুসময় তন্দ্ৰাহীন হৈ পুনঃ ফোঁচ্ কৰি উঠা সাপৰ দৰে গুজৰি গুমৰি উঠিল— "ৰাধাকুছি গ্ৰামাঞ্চলত যদি এজনো মানুহৰ বুকুত সাহ্ পিত আছে, দোষীক বিচাৰি উলিওৱা। বাওঁকাৰে কোবাই কোবাই পিঠি দুফাল কৰি দিয়া। উহ ইমান অ'তপালি নৰাধম হঁতৰ।"

খণ্ডৰ ডমকত এইবাৰ যেন ৰাপাখুড়া জ্বলি পুৰি শেষ হৈ গ'ল। ৰাধাকান্তৰ মাততহে সম্বিৎ ঘূৰাই পালে। "তই এনেদৰে হুলুস্থূল কৰি নুফুৰিবি। এয়া কলিকালৰ যুগধৰ্ম্ম। দ্বাদশ স্কন্ধ ভাগৱতত বিচাৰি চাবি" বুলি ৰাধাকান্ত মৌন হৈ ৰ'ল। বিশেষ একো নকলেও অন্তৰখনত যে চৰম আঘাট পাইছে সেই কথা বুজি পালে ৰাপাখুড়াই ৰাধাকান্তৰ চকুৰ চাঁৱনিতে।

বিচাৰি ফুৰিছিল ৰাপাখুড়াই দ্বাদশস্কন্ধ ভাগৱতৰ পাতে পাতে। ৰাধাকান্ত দাদাৰ কথা অৰ্থ বিচাৰি পাই ৰাপাখুড়া স্তম্ভিত হৈছিল। গুৰুজনাই তেতিয়াই দেখোন স্পষ্ট ভাষাৰে ভৱিষ্যৎ বাণী কৰিছিল—

"কলিত অধৰ্ম্ম হইবে হাল্ট পুল্ট ভাৰ।
ধৰ্ম্মৰ ভাঙিবে সিটো দুল্ট তিনি পাৱ।।
চতুৰ্থ চৰণে পাছে কৰিবেক নল্ট।
কলিত সতেক লোক ভৈল ধৰ্ম্ম নল্ট।।"

কিন্তু ধৰ্ম্ম ভ্ৰল্ট হৈ জানো মনুষ্যজাতি জীয়াই থাকিব পাৰে? ঈশ্বৰ বিমুখ ব্যক্তি জানো জীৱ-জন্তুতকৈ পৃথক হব পাৰে? - বাপাখুড়াই কেবাবাৰো কথাষাৰ নিজৰ ভিতৰতে চালি জাৰি চাইছিল। "নাই, নাই— ই কথা কদাপি হব নোৱাৰে"— হুঙ্কাৰ মাৰি উঠিছিল বাপাখুড়া। যিজন ভগবন্তৰ চৰণ সেৱাত কিৰা ক্ষতি-ক্ষুণ্ন হব বুলি, মাধৱদেৱ গুৰুজনাৰ আদৰ্শলৈ কামিনীৰ সঙ্গ পৰিহাৰ কৰিলে; কাম ক্ৰোধ, লোভ, মোহক বিসৰ্জ্জন দিলে, —সেই ভগবন্ত মহাপ্ৰভুৰ ধৰ্ম্মৰ চকৰিটো এটা মুহূৰ্তৰ কাৰণেও মন্থৰ গতিত ঘূৰিব নোৱাৰে, স্থবিৰ হোৱাৰতো প্ৰশ্নই নাই! —বাপাখুড়াই মনৰ ভিতৰতে কথাষাৰ বাৰে বাৰে দোহাৰিলে।

৪

ৰাধাকান্তৰ লগত বাপাখুড়াই আলচ কৰিলে— গুৰুজনাৰ তিথি এইবাৰ অইনবাৰতকৈ বৰ ডাঙৰকৈ পাতিব। অকল ৰাধাকুছি গাওঁখনকে লৈ আগে পিচে পতা শঙ্কৰগুৰুৰ জন্মতিথিটো এইবাৰ উজনিমুলক, ভাটিমুলকৰ সকলোকে একত্ৰিত কৰি বৰ ডাঙৰকৈ পালন কৰিব। তিনিদিনকৈ পাল নাম হব। ভাওনা, সবাহ, নটুৱা, নৃত্য, গীত বাদ্যৰতো প্ৰশ্নই নাই। তাৰউপৰি গুৰুজনাৰ আদৰ্শৰ ওপৰত বুৎপত্তি থকা পণ্ডিত ব্যক্তি আনি ডাঙৰকৈ সভা পাতি ৰাইজৰ মাজত বুজাই দিব যে শঙ্কৰগুৰুৰ জীৱনৰ আদৰ্শৰ বিনে অসমবাসীৰ কল্যান নাই।

ৰাধাকান্ত দাদাই বাপাখুড়াৰ প্ৰস্তাৱত সন্মতি জনালে। বাপাখুড়াৰ কথাৰ লৰচৰ নাই। ৰাধাকান্ত দাদাই হব বুলি

কলে যেতিয়া উজনি মুলুক, ভাটিমুলুকৰ ৰাইজক খবৰ দিয়া বাপাখুড়াৰ কাৰণে দুদিনৰ মাথো কাম। তৃতীয় দিনাখন ৰাতিপুৱাৰ চৰকাৰী বাচতে গুৱাহাটীলৈ শিৱকান্তকো বাতৰি দি আহিল—"এই সপ্তাহৰ শেষৰ দিনটোতে বাসুদেউ থানৰ ৰভাঘৰত ৰাজহুৱা সভা এখন আহ্বান কৰা হব। কাৰ্য্যনিৰ্বাহক সমিতি গঠনৰ সভা। সম্পাদকৰ দায়িত্ব দিয়া হব। তই যেনেতেনে আগদিনাখনতে গৈ হাজিৰ হবি। তই নেথাকিলে সকলোবোৰ পন্দ হৈ যাব। দায়িত্ব বুজি কাম কৰা মানুহ পাবলৈকে নাই।" যথাসময়ত "শঙ্কৰগুৰু তিথি পালনৰ" কাৰ্য্য নিৰ্ব্বাহক সমিতি গঠনৰ বাবে ৰাজহুৱা সভাখন আহ্বান কৰা হ'ল। ৰাইজ বাসুদেউ থানৰ ৰভাঘৰতে গোট খালেহি। কিন্তু আচৰিত কথা শিৱকান্ত দেখোন সেই সময়লৈ আহি নেপালে। অথচ নিখিলানন্দ তাৰ দুদিন আগতে গুৱাহাটী হোষ্টেলৰ পৰা আহি চেঙেলিয়া ডেকা ল'ৰাবোৰৰ লগত কিবা আলোচনা কৰি ফুৰিছিল আৰু সভাখন আৰম্ভ হোৱাৰ আগমুহূৰ্ত্ততে আহি চেঙেলিয়া ডেকা দ'লটোৰ সৈতে ৰভাঘৰৰ এটা চুকত আহি উপস্থিত হ'ল। বাপাখুড়াৰ মনত অশান্তি শিৱকান্ত এতিয়াও আহি নেপালেহি। বৰ নাম-ঘৰত ৰাইজখন ঠাহখাই পৰালৈকে শিৱকান্ত আহি নেপালে। ৰাইজে সভা আৰম্ভ কৰিবলৈ প্ৰস্তাৱ দিলে। সভা আৰম্ভ হয় এথোন; এনেতে দেখা গ'ল বৰ নাম-ঘৰৰ সন্মুখত ধূলি উৰাই আহি চৰকাৰী বাচখন আহি পালেহি। বাপাখুড়াৰ মনত আশাৰ সঞ্চাৰ—শিৱকান্ত নিশ্চয় আহি পাইছে। হয়! শিৱকান্তই আহিছে। ঘৰলৈ নগৈ পোনে পোনে বৰ নাম-ঘৰৰ সন্মুখতে বাচৰ পৰা নামিলহি। বাপাখুড়াই শিৱকান্তক দেখিয়েই আনন্দৰ হাঁহি মাৰি কলে—"তই বৰ সঙ্কটত পেলাইছিলি অ' ডাঙৰ বাপা। ৰাইজখনে সভা আৰম্ভ কৰেহে এথোন। মইহে বোলো সি কথা দিছে যেতিয়া নাহি নোৱাৰে। তই মোৰ মান বচালি বোপাই।"

সভা আৰম্ভ হ'ল। বাপাখুড়াই পোনতে সভাৰ উদ্দেশ্য ব্যাখ্যা

কৰিলে— "ৰাধাকুছি গাঁৱৰ মাজত আৱদ্ধ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱৰ জন্ম তিথিটো এই বেলি বাহুল্যকৈ পতাৰ প্ৰয়োজন হ'ল। বাসুদেউৰ মণিকূটৰ বেৰখনত কোনোবা বিধৰ্মীৰ হাতৰ লেখাৰে ৰাধাকুছি গ্ৰামাঞ্চল চিৰদিনৰ বাবে কলঙ্কিত হ'ল। আমি এতিয়া উজনিমুলুক, ভাটিমুলুকৰ সকলো ৰাইজ একত্ৰিত হৈ শঙ্কৰগুৰুৰ সমাজ গাঠনিৰ আহি লবৰ হ'ল। সত্ৰীয়া সংস্কৃতিক পুনৰ উদ্ধাৰ কৰিবৰ সময় হ'ল। আধুনিক শিক্ষাৰে শিক্ষিত হোৱা ডেকাচামৰ মাজত বৰগীত, প্ৰসংগীয়া গীত, খোল, তাল, নৃত্য, নাট্য ভাওনাৰ প্ৰচাৰ আকৰ্ষণীয় কৰিবৰ হ'ল। পাল-নাম, দিহা-নাম আদিৰ পুনৰোদ্ধাৰ কৰিবৰ উপযুক্ত সময় হ'ল। এইবোৰ গুৰুজনাৰ সুৱৰ্ণৰ সাৰেং। তাৰ মাধ্যমেৰে আমি ৰাইজক বুজাই দিব লাগিব— ঈশ্বৰ বিনে জীৱনৰ গতি নাই।"

বুঢ়া-মেথাৰ মাজত 'হয়' 'হয়' বুলি হাত চাপৰিৰ ৰোল উঠিল। ডেকাচামৰ মাজত অলপ গুণগুণনি। নিখিলানন্দই মাজতে থিয় হৈ ক'লে— "ৰাইজ! আপোনালোকে যদি শঙ্কৰদেৱৰ তিথি এদিনীয়াকৈ আলোচনা চক্ৰ আকাৰে পাতে তাত আমাৰ কবলগীয়া একো নাই। কিন্তু বস্তু বাহানিৰ এনেকুৱা জুই চাই দামত— তিনিদিনীয়াকৈ বৰ সবাহ পতাৰ আমি হলে পক্ষপাতী নহয়। আৰু অন্যহাতে, আমাৰ ইয়াত পূৰ্ব্বৰে পৰা এদিনীয়াকৈহে গুৰু-জনাৰ তিথি পতাৰ নিয়ম প্ৰচলিত হৈ আহিছে।"

শিৱকান্তই লাহেকৈ ক'লে— "গাঁৱৰ বুঢ়া-মেথাই এইবাৰ তিনিদিনীয়াকৈ পাতিবলৈ আয়োজন কৰিছে যেতিয়া, ডেকাচামে তাত বিধি পথালি নিদিয়াই ভাল নেকি? বৰং কেনেদৰে সৰ্ব্বাঙ্গীন সুন্দৰকৈ তিনিও দিনৰে সমাৰোহ সমাপিত কৰিব পৰা যায় তাৰেহে ব্যৱস্থা কৰা উচিত।"

বুঢ়া-মেথাৰ মাজত হাত চাপৰি। কিন্তু নিখিলানন্দহঁতৰ দলটোত হ'লে আসোৱাহৰ চিন স্পষ্টকৈ দেখা গ'ল। নিখিলা-

নন্দাই এটা দীঘলীয়া বক্তৃতাৰে কলে– "মই বুজি নেপাওঁ আপোনালোকে এই তিনিদিনীয়া কাৰ্য্যসূচীৰে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথি উদযাপন কৰি কি সামাজিক বিপ্লবৰ ভূমিকা আগবঢ়াবলৈ আগ বাঢ়িছে ? স্বীকাৰ কৰো বাইজ, তেওঁ অসমীয়া জাতিক ভাষা দিছে' সাহিত্য দিছে, কীৰ্ত্তন, দশম, নাট, ভাওনা, বৰগীত আদি সকলোবোৰ দিছে। কিন্তু এটা কথা মন কৰিছেনে বাইজ যিটো ভাবাদৰ্শক কেন্দ্ৰ কৰিয়েই এই সমগ্ৰ বৈষ্ণব আন্দোলন ঘূৰি ফুৰিছে সি যে একেবাৰেই ভাববাদৰহে সম্পত্তি। কীৰ্ত্তনৰ পাতে পাতে, দশমৰ পাতে পাতে তেওঁনো কি শিকাইছে ? "ৰাম নামে, ৰাম নামে, ৰাম নামে সাৰ। ৰাম নামে কৰি আছে জগত উদ্ধাৰ ॥" কিন্তু ৰাইজ আপোনালোকে বাৰু এবাৰৰ বাবে হলেও গভীৰ ভাবে চিন্তা কৰি চাওঁক চোন— ৰাম নামে জানো জগতখন উদ্ধাৰ কৰিছে ? নে, প্ৰতি দিনে আপোনালোক তিল্‌তিলকৈ জগতৰ বুকুত জাহ গৈছে ? "কৃষ্ণৰ কিঙ্কৰ শঙ্কৰে ভনে। হৰি হৰি বোলা সমস্ত জনে ॥" হৰি হৰি বুলি যদি সমস্তজনে প্ৰতিদিন উন্নতিৰ পথত এখোজ এখোজকৈ আগবাঢ়ি গৈছে তেতিয়া হ'লে মোৰ কবলগীয়া একো নাই। কিন্তু এবাৰ বাৰু আপোনালোকে গভীৰ ভাবে চিন্তা কৰি চাওকচোন ৰাইজ "শ্ৰৱন কীৰ্ত্তন স্মৰণ বিষ্ণুৰ, অৰ্চন পদ সেৱন" কৰি আপোনালোক বাৰু অন্ন বস্ত্ৰৰ চিন্তাৰ পৰা মুক্তি পাইছেনে ? নে, কাণিয়া ভভুৱাৰ দৰে দিনে দিনে অলস হৈ পৰিছে ? মোৰ এই ধৰ্ম্ম তত্ব সমূহৰ বিষয়ে কবলগীয়া বিশেষ একো নাছিল। কিন্তু কবলগা হৈছে এই কাৰণেই যে এই ধৰ্ম্ম তত্ব সমূহে জনসাধাৰণৰ জীৱনত কাণিৰ দৰে কাম কৰে বুলি মাৰ্ক্স প্ৰভৃতি চিন্তাবিদ সকলে চিন্তা কৰি উলিয়াইছে। আপোনালোকে ভাৰতবৰ্ষৰ নিচেই ওচৰতে থকা চীনদেশখনৰ বিষয়ে জানে বাইজ। তাতো এসময়ত জনসাধাৰণৰ দৈনন্দিন অৱস্থা আমাৰ দেশৰ জনসাধাৰণতকৈও বেয়া হৈ পৰিছিল। কিন্তু মাত্ৰ

আঠকুৰি বছৰৰ আগতে জন্মলাভ কৰা মনিষী একজনৰ চিন্তাধাৰাক বাস্তৱত কাৰ্য্যান্বিত কৰি চীনদেশৰ নিচিনা এসময়ৰ দুখীয়া দেশ এখনত মানুহৰ ভাত-কাপোৰ সংস্থানৰ অভাব মোচন হৈছে। দিনক দিনে চীনদেশে চাৰিওফালে দোপত দোপে উন্নতি কৰিছে। আৰু সেই একেজনা চিন্তাবিদৰ ভাবাদৰ্শৰে শোষণৰ কবলৰ পৰা মুক্ত হোৱা দেশ-ছোভিয়েট দেশৰ বিষয়ে আপোনালোকে নিশ্চয় শুনিছে। যিজনা চিন্তাবিদৰ কথা মই কবলৈ গৈছো তেওঁ কোন আছিল জানে ৰাইজ - ১৮১৮ চনত জাৰ্ম্মান ৰাইনলেণ্ডৰ ট্ৰায়াৰ চহৰত জন্মলাভ কৰা মনিষী কাৰ্লমাক্স। সুদীৰ্ঘ ১৮ বছৰ দিন-ৰাত পৰিশ্ৰমৰ অন্তত তেওঁ যিখন পুথি লিখি উলিয়াইছিল, সেই খন পুথিৰ নাম কি জানে ৰাইজ? "দাস কেপিটেল।" সেইখন পুথিক কি বুলি কোৱা হয় জানে ৰাইজ? "মেহনত জীবি ৰাইজৰ পবিত্ৰ বাইবেল।" সেইখন পুথিত তেওঁ "কলিত হৰিৰ নামেসে গতি" বুলি লিখা নাই ৰাইজ! তাত তেওঁ লিখিছে যি সকল ধনী মানুহে দুখীয়াৰ বুকুৰ তেজৰ বিনিময়ত ৰাজঅট্টালিকা নিৰ্ম্মাণ কৰে, ৰাজভোগত মত্তহৈ দুখীয়া ৰাইজক শোষণ কৰে, সেই সকল ধনী শ্ৰেণীৰ হাতৰ শোষণৰ বাঘজৰীৰ পৰা মুক্ত হৈ আহিব পৰা শ্ৰেণীসংগ্ৰামৰ কথা। গতিকে ৰাইজ মই মাত্ৰ এষাৰ কথাকেই বিনম্ৰ ভাবে কবলৈ খুজিছো, আজি যি কাৰ্য্য-সূচীৰে আপোনালোকে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথি তিনিদিনীয়াকৈ পাতিবলৈ ওলাইছে, সেই কাৰ্য্য-সূচীৰ প্ৰথম দিনাখন গুৰুজনাৰ তিথি উলাহ মালেৰে উদযাপন কৰি বাকী দুটা দিন যদি সেই একে কাৰ্য্য-সূচীৰে মাৰ্ক্সৰ চিন্তাধাৰাক উপলব্ধি কৰিবলৈ আগবাঢ়ি আহিলেহেঁতেন, লেলিনৰ কাৰ্য্যপন্থাক আদৰণি জনালেহেঁতেন, মাওচেটুঙৰ পথেৰে খোজ কাঢ়িবলৈ সঙ্কল্প ললেহেঁতেন, মই ভাবো আমাৰ মাজত ধনী-দুখীয়া, উচ্চ-নীচ, ভেদাভেদৰ প্ৰভেদ নেথাকিল হেঁতেন; দুবেলা দুমুঠি খাবলৈ পালে হেঁতেন আৰু অনাহাতে আমাৰ

মাজত দিনকে দিনে দেখা দিয়া অন্ন-বস্ত্র-সমস্যাৰ শিপা উভালি পেলাবলৈ এটা বিজ্ঞানসন্মত পথ পালেহেঁতেন। মোৰ কথাষাৰ যদি আপোনালোকে এবাৰৰ বাবে হলেও চিন্তা কৰি চালেহেঁতেন বাইজ।"

নিখিলানন্দৰ গলগলীয়া কণ্ঠৰ তেজস্বী-ভাষাৰ বক্তৃতা শুনি ৰাইজ কিছু সময় কাঁহ পৰি জীন গ'ল। তল ওপৰ চিন্তা কৰি গাওঁবুঢ়াই গলহেকাৰি মাৰি কলে-- "তুমি যিষাৰ কথা কৈছা সেইষাৰ কথা চিন্তা কৰি চাবলৈ আমি সংকল্প বদ্ধ হম বাৰু। তেনেকুৱা পথ এটা যদি তুমি দিব পাৰা আমি নেহাৎ সুখী হম, কিন্তু গুৰুজনাৰ শুদ্ধ-সত্ব ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ চিন্তাধাৰাৰ লগত, সি সকলৰ চিন্তাধাৰাক সানি পুতুকি একাকাৰ কৰিবলৈ চেষ্টা কৰাৰ অৰ্থ হ'লে মই একো বুজা নাই। তুমি যদি কথাষাৰ বুজাই কলাহেঁতেন ··· ।"

গাওঁবুঢ়াৰ কথাষাৰৰ অন্ত পৰোতে নোপৰোতেই নিখিলানন্দই মুখ পাতি ধৰিলে 'আপুনি এতিয়াহে আচল কথাষাৰ কলৈ মোক ইঙ্গিত দিছে আৰু আপোনালোকেও এতিয়াহে আচল কথাষাৰ বুজিবলৈ সুযোগ পাইছে ৰাইজ। গুৰুজনাৰ জীৱন চৰিত অধ্যয়ন কৰিলে এষাৰ কথা স্পষ্ট হৈ পৰে য তেখেতে আধ্যাত্মিক সাম্যবাদ মনে প্ৰাণে বিচাৰিছিল, কিন্তু তেখেতে তাৰ কাৰণে যি বৈপ্লবিক পটভূমিকা গ্ৰহণ কৰিছিল, সেই পটভূমিকা বৰ্ত্তমান সময়ত গ্ৰহণ যোগ্য নহয়। উদাহৰণ স্বৰূপে মই তেৰাৰ জীৱন চৰিতৰ পৰা এটা সামান্য ঘটনা দাঙি ধৰিছো। আপোনালোকে নিশ্চয় এষাৰ কথা জানে ৰাইজ গুৰুজনাৰ ধৰ্ম্ম প্ৰচাৰৰ কাৰণে এজন নিৰ্দ্দোষী মানুহে ৰজাৰ হাতত প্ৰাণ হেৰুৱাইছিল। কিন্তু তেখেতে তাৰ কোনো প্ৰতিবাদ নকৰিলে। সেই নিৰ্দ্দোষী মানুহজন কোন জানে ৰাইজ? তেখেতৰেই একমাত্ৰ জীয়াৰী মনুকন্যাৰ গিৰিয়েক হৰি জোঁৱাই। আপোনালোকে নিশ্চয় হৰি জোঁৱাইৰ শিৰচ্ছেদৰ কাহিনী

জানে ৰাইজ, মই বাহুল্যকৈ বুজাই কোৱাৰ প্ৰয়োজন বোধ কৰা নাই। কিন্তু মই এষাৰ কথাকেই চিন্তা কৰি পাৰ নেপাও ৰাইজ, শঙ্কৰদেৱে ৰজাৰ এনেকুৱা অমানুষিক কাৰ্য্যৰ বিদ্ৰোহ নকৰিলে কিয়? তেওঁ যে ভকত বৈষ্ণৱৰ সহিত 'কৃষ্ণ' 'কৃষ্ণ' বুলি বহি থাকিল তাতোকৈ ৰজাৰ এই নিষ্ঠুৰ কাৰ্য্যৰ বিৰুদ্ধে জনসাধাৰণক সঙ্ঘবদ্ধ কৰি উত্তেজিত নকৰিলে কিয়? শঙ্কৰদেৱৰ দেহত শক্তি নাছিল বুলি মই নকওঁ, কণ্ঠত ভাষা নাছিল বুলি মই নকওঁ, মানুহক সঙ্ঘবদ্ধ কৰিব পৰা ক্ষমতা নাছিল বুলি মই নকওঁ। যিজনা পুৰুষে উদণ্ড ষাড়গৰুক শিঙত ধৰি বগৰাই দিব পাৰে; ভৰা ব্ৰহ্মপুত্ৰ একে সাতোঁৰে পাৰ হব পাৰে তেওঁৰ দেহত অপৰিসীম শক্তি নাছিল বুলি মই নকওঁ। যিজনা পুৰুষে "কিৰাত, কছাৰী, খাচি গাৰো মিৰি, যৱন কঙ্ক গোৱাল। অসম মলুক, ধোবা যে তুৰুক, কুবাচ ম্লেচ্ছ চণ্ডাল॥" বুলি এক বৃহত্তৰ অসমৰ কথা চিন্তা কৰিব পাৰে। তেওঁৰ কণ্ঠত সাংগঠনিক সংলাপ নাছিল বুলি মই নকও; কিন্তু তেওঁ ইমানখিনি দৈহিক তথা মানসিক শক্তিৰ অধিকাৰী হৈও কেনেদৰে হৰিজোঁৱাইৰ শিৰচ্ছেদ নীৰবে সহ্য কৰিলে? ৰজাৰ বিৰুদ্ধে এবাৰো বিদ্ৰোহ ঘোষণা নকৰিলে কিয়? আপোনালোকে জানোঁ আজি আপোনালোকৰ নিজৰ জোঁৱাৰেকক কোনোবাই কাটক চাৰি গাত লাহেকৈ হাত এখন উঠালে, সহ্য কৰিব পাৰিব? প্ৰতিবাদৰ এটাও আঙুলি নুতুলি হাত সাবতি বহি থাকিব পাৰিব? মই কৈছো— আপোনালোকে নোৱাৰিব। কিন্তু শঙ্কৰদেৱে পাৰিছিল? তাৰ কাৰণ কি জানে ৰাইজ? ঈশ্বৰ নামৰ বৰবিহটোৱে, ধৰ্ম্ম নামৰ আফিঙৰ টোপোলাটোৱে তেওঁৰ দেহৰ সমস্ত শক্তি হৰণ কৰিছিল। কাৰণ, স্বামীৰ মৃত্যুৰ বাতৰি শুনি মনুকন্যাই যেতিয়া তেওঁৰ চৰণত পৰিছিলহি, তেতিয়া তেওঁ কি বুলি শান্তনা দিছিল জানে ৰাইজ, "তুমি মনত দুঃখ নকৰিবা। তোমাৰ নাতিত হন্তে আমাৰ ধৰ্ম্ম

প্ৰচাৰ হব।"

—কিন্তু আমি আজি "নাতি হন্তে ধৰ্ম্ম প্ৰচাৰ হব" বুলি বহি থাকিলে আৰু নচলিব বাইজ। শোষক আৰু শোষিতৰ বৈষম্যৰে ভৰা এইখন দেশৰ শ্ৰেণীবিহীন, শোষণ বিহীন সমাজ এখন গঢ়ি তুলিবলৈ হলে "কুক্কুৰ চণ্ডাল গৰ্দ্দভৰো আত্মাৰাম" বুলি ভোৰতাল কোবাই চৌদ্ধ প্ৰসংগ গাই থাকিলে নচলিব। হাতত ৰিভলভাৰ লৈ প্ৰতিজন ব্যক্তি ওলাই আহিব লাগিব। পুঁজিপতিসকলৰ বুকুৰ তেজেৰে দুহাত ৰাঙলী কৰিব লাগিব। কাৰণ পুঁজিপতিসকলে কেতিয়াও আমাক ৰক্তাক্ত বিপ্লব অবিহনে সহজ সৰল পথেৰে শোষণ বিহীন, শ্ৰেণী বিহীন সমাজ এখন গঠন কৰিবলৈ সন্মতি নিদিয়ে বাইজ, তেওঁলোকে সদায় আমাৰ সংগ্ৰামৰ পথত হেঙাৰ দিব। কিন্তু "কৃষ্ণস্তু ভগবান স্বয়ং" বুলি ভক্তহৃদয়ে যেতিয়া বচন শুনাব, "কৃষ্ণ মোৰ গতি মতি, কৃষ্ণত ভকতিপ্ৰীতি, কৃষ্ণ পাৰে নিমজ্জোক মন" বুলি যেতিয়া আপোনালোক ভক্তিত গদ গদ হৈ কৃষ্ণপাৱত লেটু সেতু হৈ পৰিব; তেতিয়া আপোনালোকৰ মুঠিৰ বান্ধোন লেহুকা হৈ পৰিব; হাতৰ ৰিভলভাৰ সুলকি পৰিব। আৰু ফলত আমাৰ মনৰ আশা মনতে মাৰ যাব— শ্ৰেণীবিহীন সমাজ গঠন কদাপি নহব বাইজ। সেই কাৰণে মই আপোনালোকক হাতযোৰ কৰি অনুৰোধ কৰিছো বাইজ— ভাৰতবৰ্ষৰ মানুহৰ ওপৰত যুগযুগ ধৰি শোষকৰ দলে পেলাই দিয়া ধৰ্ম্ম নামৰ এইখন জাল ফালি আপোনালোক ওলাই আহক বাইজ; কাৰণ এই জালখনত বন্দী হৈ আপোনালোক অথাই সাগৰত বুৰ যাব পাৰে, কিন্তু সংগ্ৰাম কৰি ওলাই আহিব নোৱাৰে। কাৰণ ওলাই আহিব খুজিলেই আপোনালোকৰ মনত পৰে "কৃষ্ণৰ কিঙ্কৰ শঙ্কৰে ভনে। হৰি হৰি বোলা সমস্ত জনে॥" সেই কাৰণে মই এৰে আমাৰতে কব খুজিছো বাইজ আপোনালোকে শঙ্কৰদেৱৰ তিথি পাতক মোৰ কোনো আপত্তি নাই; কিন্তু তাৰ লগতে মাৰ্ক্স, লেনিন, মাওচেটুঙৰ চিন্তাধাৰাকো

বাস্তৱত ৰূপায়িত কৰিবলৈ সংকল্পবদ্ধ হওঁক আৰু তাৰ কাৰণে শঙ্কৰদেৱৰ তিথিৰ জুটাদিন তেৰাসবৰ কাৰণেও হাতত লওঁক।"

নিখিলানন্দৰ দীঘলীয়া ভাষণ সমাপ্ত হোৱাৰ লগে লগে গাওঁবুঢ়াই জাঙুৰ খাই উঠি কলে—"বোপা নিখিল! তোমাৰ এই দীঘলীয়া বক্তৃতাৰ সাৰাংশ মোৰ বোধগম্য হৈছে। তুমি আজি এই বাসুদেউ থানৰ ৰভাঘৰৰ তলত থিয়হৈ আমাক একে-আষাৰতে সবলৈ গলে নৰহত্যা কৰিবলৈ সংকল্পবদ্ধ হবলৈ আহ্বান কৰিছা। ছিঃ ছিঃ ছিঃ —ৰাধাকান্ত দাদাৰ ঔৰসত জন্ম লাভ কৰি তোমাৰ এনেকুৱা কথা বাসুদেউ থানত উচ্চাৰণ কৰিবলৈ লাজ নেলাগিল? সেইবোৰ ৰাজনীতিৰ কথা আমাৰ এই সহজ সৰল ধৰ্ম্ম নীতিৰ লগত সানি পুতুকি একাকাৰ কৰি "সুখে দুঃখে নছাৰোক ৰাম-কৃষ্ণৰ নাম" বুলি কৰ্ম্মজীৱনত সততে প্ৰেৰণা যোগোৱা অসমীয়া জাতিৰ প্ৰাণৰো প্ৰাণ স্বৰূপ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱক বিজতৰীয়া ৰাজনৈতিক নেতা কেইজনমানৰ লগত একেখন আসনতে বহুৱাবলৈ পাঠকৰ ল'ৰা হিচাবে তোমাৰ লাজ নেলাগিল? তোমাৰ সাতাম পুৰুষৰ বংশ মৰ্য্যদালৈ এবাৰো মনত নপৰিল? অ' ইয়াকেহে কয় বোলে পঢ়ি-শুনি বৰাহ পাগল।" —গাওঁবুঢ়াৰ বাকৰুদ্ধ হ'ল। খঙৰ ভমকত কঁপি-কঁপি এসময়ত নিজে নিজেই বহি পৰিল। ইয়াকে লৈ গোটেই সমাজখনতে হুলস্থূল লাগিল। বাপাখুড়াৰ তিকিচি বিকিচি খং— "উহ কৃষ্ণ! কৃষ্ণ! গাখীৰ খুৱাই কি গোম সাপ পুহিলে ৰাধাকান্ত দাদাই! দাদাৰ দৰে ধৰ্ম্মপ্ৰাণ ব্যক্তি এজনৰ ঔৰসত জন্মি সি নৰহত্যাৰ কথা কয়?" সেই সময়ত কোনে কি কৈছিল কাৰো খবৰ নাই। কেৱল চাৰিওফালে এষাৰ বাক্যই মুখে মুখে উচ্চাৰণ হৈছিল— "উঃ বাসুদেউ থানত নৰহত্যাৰ কথা কয়? ইমান সাহস?"

উত্তপ্ত পৰিস্থিতিৰ মাজত শিৱকান্ত এইবাৰ থিয়হৈ দুহাত

তুমি ৰাইজক মিনতি কৰি কলে— "ৰাইজ! বহক বহক। মই ইয়াৰ সিদ্ধান্ত দিম।"

শিৱকান্তৰ গলগলীয়া মাতত ৰাইজৰ মুখ বন্ধ হ'ল লাহে লাহে! ৰাইজে আকৌ নিজ নিজ আসনত বহি শিৱকান্তৰ মুখৰ ফালে বৰ আগ্ৰহী হৈ চাই ৰ'ল। সকলোৰে একেই উদ্দেশ্য— ডাঃয়েকৰ বচনৰ উত্তৰ শিৱকান্তইনো কেনেদৰে দিয়ে? তাৰেই পৰীক্ষা। শিৱকান্তই গলগলীয়া মাতেৰেই কলে— "ৰাইজ! উপৰোক্ত বক্তাজনে যি কেইআষাৰ কথা কলে, তাৰ প্ৰতিটো আখৰ কথাই সত্য।" শিৱকান্তৰ কথাশুনি বাপাখুড়াই নিজৰ কাণকেই বিশ্বাস কৰিব নোৱাৰিলে। মাত্ৰ চিঞৰি চিঞৰি কলে— "ডাঙৰ বাপা! তয়ো অবশেষত তাৰ কথাকেই সমৰ্থন কৰিলি। উঃ উঃ বাসুদেউ! এই বাক্যষাৰ শুনাৰ আগতে তুমি মোক মাৰি নিনিলা কিয় প্ৰভু!" গাওঁবুঢ়াই উঠি কলে— "ডাঙৰ বাপা! তুমিও অৱশেষত নৰ-হত্যাকেই সমৰ্থন কৰিলা! উহ্ বাসুদেউ প্ৰভু!" শিৱকান্তই দুয়োহাত তুলি কলে— "কিয় গাওঁবুঢ়া খুড়া! মই কিনো নতুন কথা কলো? নাইবা উপৰোক্ত বক্তাজনেই বা কি নতুন কথা কলে; সমগ্ৰ গীতা শাস্ত্ৰখনে জানো চিঞৰি চিঞৰি নৰহত্যাৰ কথা কোৱা নাই? শ্ৰীকৃষ্ণই দেখোন বাৰে বাৰে অৰ্জ্জুনক আত্মীয়স্বজনসকলক হত্যা কৰাৰ কথাহে কৈছে। কিয় তেওঁ জানো হাতৰ ধনু পেলাই দিয়া অৰ্জ্জুনক শিকনি দিয়া নাই— "তস্মাৎ উত্তিষ্ঠ কৌন্তেয় যুদ্ধায় কৃত নিশ্চয়!"

শিৱকান্তৰ কথা শুনি বুঢ়া চামৰ মুখৰ মাত হৰিল। মূৰে কপালে হাত দি আতায়ে বভাঘৰৰ মাজ মজিয়াত বহি পৰিল। নিখিলানন্দহঁতৰ দলটোৱে কিৰিলি পাৰি হাত চাপৰি বজালে। ইজনে সিজনে কোৱা কুই কৰিলে— "শিৱকান্ত দাদাও তাৰ মানে তলে তলে আমাৰ পক্ষৰ। আমিহে তেওঁক বুজিব পৰা নাছিলো।"

নিখিলানন্দই কিন্তু কোনো উত্তৰ দিয়া নাছিল। ককায়েকৰ এইবাৰৰ বাক্যবান কেনেকুৱা হব পাৰে তাৰেহে চিন্তা কৰিছিল।

ডেকাচামৰ হাত চাপৰিৰ শব্দ লাহে লাহে ক্ষীণ হৈ পৰাত শিৱকান্তই পুনৰাই কলে— "কিন্তু এটা কথা বাইজ। নৰহত্যা কৰাই যদি সমাজ ব্যৱস্থা পৰিবৰ্তনৰ চূড়ান্ত ৰূপ নহয়; তেন্তে আমি মাৰ্ক্স, মাওচেটুং বা লেনিন ষ্টেলিনৰ চৰণত শৰণ নললেও হব, কৃষ্ণৰ চৰণত শৰণ ললেই যথেষ্ট। গতিকে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথিৰ লগত মাৰ্ক্স, মাওচেটুং, লেনিন, ষ্টেলিনৰ চিন্তাধাৰাক সানি পুতুকি একাকাৰ নকৰি, যি সকলৰ নৰহত্যা কৰিবলৈ প্ৰয়াস হৈছে, তেওঁলোকে কৃষ্ণৰ চৰণত শৰণ লৈও দেখোন কৰ্কালত টঙালি বান্ধিব পাৰে। বেচি দূৰলৈ শৰণ ভজনৰ বাবে গুৰু বিচাৰি যোৱাৰ প্ৰয়োজনেই নাই। তেনেহলে শঙ্কৰদেৱেনো কি ভুল কথা লিখিলে— "কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভনে। হৰি হৰি বোলা সমস্ত জনে।" অসমীয়া মানুহে যুদ্ধ যাত্ৰা কৰাৰ সময়ত 'হৰি' 'হৰি' নুবুলি অন্য কোনজনা গুৰুৰনো নাম উচ্চাৰণ কৰিব? কাৰণ আমি হৰিৰ কেঞা আঙুলিটোত উজুতি খাই দুখ পালেও 'উঃ কৃষ্ণ' বুলিহে দুখ সম্বৰণ কৰো। সেয়া আমাৰ স্বভাবজাত প্ৰবৃত্তি। আৰু যদি অন্য কিবা ৰাজনৈতিক নাইবা অৰ্থনৈতিক ভাৰসাম্য স্থাপনৰ উদেশ্যে মাৰ্ক্স, মাওচেটুং, লেলিন, ষ্টেলিনৰ চিন্তাধাৰাৰ আশ্ৰয় লবলগীয়া হৈছে; তেনেহলে এনেদৰে গাঁৱৰ মাজত মেল নেমাৰি ইউনিভাচিটিৰ দৰ্শন, ৰাজনীতি, অৰ্থনীতিৰ গবেষণাগাৰত নানানজনে নানান ভাবে গবেষণা কৰি এটা সৰ্ব্বজন সম্মত পথৰ সন্ধান দিবলৈ আমাৰ বুদ্ধিজীৱিসকলে এটা পথৰ সৃষ্টি নকৰে কেলেই? আঠকুৰি বছৰ আগতে জন্মগ্ৰহণ কৰা এজন মাৰ্ক্সে যদি দিনৌ ১৬ ঘণ্টাকৈ পৰিশ্ৰম কৰি ১৮ বছৰৰ মূৰত মেহনতীৰাইজৰ পবিত্ৰ বাইবেল "ডাচ কেপিটেল" লিখি উলিয়াবলৈ সমৰ্থ হয়; আমাৰ দেশৰ হাজাৰ হাজাৰ টকা খৰছৰ বিনিময়ত

গচ্ছ লৈ উঠা ইউনিভাৰ্চিটিবোৰত বিচাৰ্চ স্কলাৰ তথা মহা মহা পণ্ডিত সকলেনো কি কৰিছে? তেওঁলোকে সৰ্ব্বজন সম্মত পথ এটা উলিয়াই চৰকাৰৰ ঘৰত পেচ্ নকৰে কেলেই? গতিকে মই ভাবো এনেদৰে গাঁৱে গাঁৱে ঘূৰি সাধাৰণ মানুহৰ মাজত সংগঠন নকৰি চহৰে চহৰে ঘূৰি বুদ্ধিজীৱি সকলৰ মাজত সংগঠন কৰাই বেচি প্ৰয়োজন হব নেকি? তাৰপিচত তেওঁলোক দলেবলে গাঁৱলৈ নামি আহক। আমি তেওঁলোকক সৰ্ব্বান্তঃকৰণেৰে আদৰণি জনাম। কিন্তু এনেদৰে কিছুমান ইজমৰ বশবৰ্ত্তী হৈ সাধাৰণ মানুহক বিভ্ৰান্তিত নেপেলোৱাই ভাল হব নেকি? "মেহনতী ৰাইজৰ পবিত্ৰ বাইবেলখনৰ পথেই যে একমাত্ৰ চিৰন্তন পথ হব তাৰ কি অৰ্থ আছে? এখেতসকলে চেষ্টা কৰিলে কিজানি তাতোকৈ উন্নত পথৰ সন্ধান পাব পাৰে? ৰাইজে বাৰু কি ভাবিছে।" বুলি শিৱকান্তই ৰাইজলৈ এক প্ৰশ্নবোধক চাৱনিৰে দৃষ্টিপাত কৰিলে। ৰাইজে 'হয়' 'হয়' বুলি সমৰ্থন কৰিলে। নিখিলানন্দহঁতৰ দলটো কিছু সতৰ্ক হ'ল। কথাখিনি যে নিখিলানন্দকে উদ্দেশ্য কৰি কৈছে ৰাইজৰ বুজিবলৈ বাকী নেথাকিল। নিখিলানন্দই কিন্তু ককায়েকৰ কথাৰ কোনো প্ৰত্যুত্তৰ নিদিলে। এইবাৰ শিৱকান্তই পুনৰাই আৰম্ভ কৰিলে— "ৰাইজ। উপৰোক্ত বক্তাজনে যি কেইটা কাৰণ দৰ্শালে, সেই কাৰণ অনুসাৰে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্ত্তন, দশম আদি পুথিবোৰ শিওৰি নৈৰ দোকোলটকা বানত উটুৱাই দিব লাগে; কাৰণ তাত মানুহে মানুহক হত্যা কৰাৰ কোনো প্ৰেৰণা নাই। অন্যহাতে তাত যি ঈশ্বৰ তত্বৰ কথা বৰ্ণিত হৈছে, সেয়াও হৈছে তেওঁৰ মতে ভাববাদৰ সম্পত্তি অৰ্থাৎ ঈশ্বৰৰ কোনো অস্তিত্ব নাই। গতিকে অস্তিত্ব বিহীন ঈশ্বৰক কেন্দ্ৰ কৰি যি কীৰ্ত্তন, দশম আদি ৰচিত হৈছে সেইবোৰো অস্তিত্ব বিহীন। নে কি কয়?"

ৰাইজ নিৰুত্তৰ হৈ ৰ'ল। শিৱকান্তই একেটা উত্তেজনাৰে কৈ গ'ল— "কিন্তু এটা বিশেষ কাৰণত আমি মহাপুৰুষ শ্ৰীমন্ত

শঙ্কৰদেৱৰ তিনি অকল তিনিদিনীয়াকৈ নহয় বৰঞ্চ এসহীয়াকৈ পাতি অকল উজনি মুলুক, ভাটি মুলুকতেই নহয়—সমগ্র অসমবাসীৰ মাজত, তথা সমগ্র ভাৰতবাসীৰ মাজত তথা সমগ্র জগৎবাসীৰ মাজত এক বিৰাট আলোড়নৰ সৃষ্টি কৰিব লাগে বাইজ! তেতিয়াহে তেওঁক "জগতৰে গুৰু শ্ৰীমন্ত শঙ্কৰ" বুলি আখ্যা দিয়াৰ সাৰ্থক হ'ব।" —কথাষাৰ কোৱাৰ লগে লগে ৰাইজৰ মাজত জাউৰিয়ে জাউৰিয়ে হাত চাপৰি। বাপাখুড়াই আনন্দত চিঞৰি চিঞৰি কলে—"ডাঙৰ বাপা! কাৰণটো কোৱা! কাৰণটো কোৱা!"

শিৱকান্তই খুউব মিহি মাতেৰে কলে— "কাৰণটো ৰাইজ একেবাৰে সাধাৰণ। মই কোৱাৰ প্ৰয়োজনেই নাই, আপোনালোকে সকলোৱে জানে।" ৰাইজৰ মাজত পুনৰাই উদগ্ৰীৱ মেল্ল! শিৱকান্তই নিজৰ গাম্ভীৰ্য্য ৰক্ষা কৰি কলে— "শঙ্কৰদেৱৰ জীৱনৰ কাৰ্য্যাৱলী লক্ষ্য কৰিলে দেখা যায়, প্ৰথম স্তৰত তেওঁ উমলি-জামলি দিন কটোৱা এজন সাধাৰণ ল'ৰা, দ্বিতীয় স্তৰত বাৰ বছৰ বয়সত মহেন্দ্ৰ কন্দলীৰ টোলত বিদ্যাৰম্ভ কৰা এজন ছাত্ৰ, তৃতীয় স্তৰত তেওঁ এজন বিয়া-বাৰু কৰোৱা গৃহী, চতুৰ্থ স্তৰত এজন পৰ্য্যটক, পঞ্চম স্তৰত লিখক ও ধৰ্ম্ম প্ৰচাৰক, ষষ্ঠ স্তৰত বিভিন্ন সুকুমাৰ কলাৰ আবিষ্কাৰক বা উদ্ভাৱক। মুঠতে সামৰণীত একেষাৰতে তেওঁক কৃষ্টি সংস্কৃতি সাহিত্যৰ পূৰ্ণ বিকাশক তথা প্ৰচাৰক বুলি কৈ থোৱাৰ বাহিৰে আৰু উপায় নাই। আজি অসমীয়া সমাজে যদি সাহিত্য সংস্কৃতি তথা ঈশ্বৰ চিন্তাৰ কিবা এটা স্থিৰ পথ পাইছে সেয়া শঙ্কৰ সূৰ্য্যৰ অংশুজালৰ বাহিৰে অন্য একোৱেই নহয়। কিন্তু মোক আপোনালোকে এষাৰ কথাৰ উত্তৰ দিয়কচোন বাইজ— মাত্ৰ বৰ্ণমালাৰ লগত পৰিচয় হোৱা ল'ৰা-জনক "কৰতল কমল কমল দল নয়ন" বুলি কবিতা লিখিবলৈ শিকালে কোনে? বিয়া-বাৰু কৰাই সম্পূৰ্ণ গৃহস্থধৰ্ম্মালম্বী লোকজনক বৈকুণ্ঠৰ পট আঁকিবলৈ শিকালে কোনে? কীৰ্ত্তন, দশম,

অসমীয়া নাট, ভাওনা নৃত্য, খোলৰ চেও, তালৰ বোল, বৰগীতৰ অসমীয়া ৰাগ আদি কৰপৰা নিজে নিজে আহি থিতাপি ললেহি পঞ্চদশ শতাব্দীৰ সেই ব্যক্তিজনাৰ খাবখোৱা মস্তিষ্কত, এক বিপুল ঐশ্বৰ্য্য সম্ভাৰ,—যাক আজি প্ৰায় চাৰে পাঁচশ বছৰে অসমীয়া ৰাইজে দুই হাতেৰে আঁজুলি আঁজুলি শেষ কৰিব পৰা নাই; বৰং স্পৰ্শনিত দধি বচাৰ দৰে দিনকেদিনে সেই বিপুল ঐশ্বৰ্য্যৰাশি দৰদিগন্তলৈ বিয়পি পৰিছে?"

ৰাইজৰ মাজত ধইন্ ধইন্ বুলি হাততালি পৰিল। বাপাখুড়াই আনন্দতে নাচি-নাচি গালে— "অ'মোৰ শঙ্কৰগুৰু অ'। এহে ভৈলা অৱতাৰ। ইবাৰ কৰিয়ো গুৰু জগত উদ্ধাৰ হে।" —বাপাখুড়াৰ মুখ বন্ধ কৰিবলৈ এটা আঙুলিৰে সঙ্কেত দি শিৱকান্তই পুনৰাই আৰম্ভ কৰিলে— "আপোনালোক আনন্দত অধৈৰ্য্য নহব ৰাইজ। মোৰ কবলগীয়া বহুতো আছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ অসমীয়া সমাজলৈ জীৱনযোৰা অৱদান সমূহক বহুমুখী প্ৰতিভা বুলি আমি ভুলকৈ মূল্যাঙ্কণ কৰো, ৰাইজ সেইবোৰ শঙ্কৰদেৱৰ জীৱন বৃত্তান্তত ঐশ্বৰ্য্যৰহে পূৰ্ণ প্ৰকাশ। কৰণ, প্ৰতিভা অনুসৰণ বা অনুকৰণ কৰিলে বহুপৰিমাণে আয়ত্ত কৰিব পাৰি, কিন্তু ঐশ্বৰ্য্য স্বতঃস্ফূৰ্ত্ত ভাবে ব্যক্তিবিশেষৰ গাত প্ৰকাশ পায়। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ কাৰ্য্যক্ৰম লক্ষ্য কৰিলে দেখা যায় তেওঁ কাৰো পৰা অনুসৰণ কৰি নাইবা অনুকৰণ কৰি এইবোৰ আয়ত্ত কৰা নাই; উপযুক্ত সময়ত উপযুক্ত ভাবেহে আহি তেওঁৰ হৃদয়ত থিতাপি ললে এই বিপুল ঐশ্বৰ্য্য সম্ভাৰ। ঈশ্বৰ শব্দৰ লগত ঐশ্বৰ্য্য শব্দৰ ওতঃপ্ৰোতঃ ভাবে সম্পৰ্ক আছে। ঈশ্বৰত্ব প্ৰকাশ নোপোৱাকৈ কোনো ব্যক্তিৰেই ঐশ্বৰ্য্যৰ প্ৰকাশ নেপায়। 'ঈশ্বৰ' শব্দৰ প্ৰতি যিসকল ব্যক্তি এলাৰ্জিক অৰ্থাৎ ঈশ্বৰ বুলি কলে যিসকল ব্যক্তিৰ মূণাত গোটেই দেহতে গুং-গুং বিজ্-বিজ্ কৰে তেওঁলোকলৈ 'পূৰ্ণমানৱ' শব্দটো ব্যৱহাৰ কৰা হ'ল। এতিয়া প্ৰশ্ন হ'ল

শঙ্কৰদেৱ পূৰ্ণমানৱ হয়নে নহয় ? ইয়াৰ উত্তৰ বিচাৰি আমি এটা প্ৰশ্নৰ সম্মুখীন হব লাগিব শ্ৰীমন্ত শঙ্কৰদেৱৰ অসমীয়া সমাজলৈ অৱদান নাই ক'ত ? নিঃসন্দেহে ৰাজনীতিত। অকল তেওঁ ৰাজনীতিতেই কিয় ৰজাৰ ধৰ্ম্ম পাশতো তেওঁ আবদ্ধ হোৱা নাই। মহাৰাজ নৰনাৰায়ণে কিমান কাকুতি মিনতি কৰাৰ পিচতো তেওঁ শৰণ নিদিলে আনকি ৰজাক শৰণ দিব লাগিব বুলি ইচ্ছা মৃত্যুকে বৰণ কৰিলে; যিটো কাৰণত ৰজাই কান্দি কান্দি আহি গুৰুৰ পাৱত পৰি কৈছে—"হায়! হায়! আমাৰ অধমৰ নিমিত্তেই ইমান সোনকালে বৈকুণ্ঠগমন কৰিলে।" অথচ সেইজন শঙ্কৰদেৱে হৰি ভোঁৱাইৰ মৃত্যুত ৰজাৰ বিৰুদ্ধে প্ৰতিবাদৰ আঙুলি এটাও নেদেখুৱালে। এয়াই ঈশ্বৰ পুৰুষৰ ৰহস্যজাল ৰাইজ- এজন ৰজাই ৰাজদণ্ডেৰে দণ্ডিত কৰিবলৈ গুৰুজনাক বিচাৰি ফুৰিছে অন্যহাতে অন্য এক ৰজাই তেৰাৰ চৰণ পাশত নিজকে আবদ্ধ কৰি ৰাখিবলৈ বিচাৰি ফুৰিছে। স্বয়ং ভগবান কৃষ্ণৰো সেই একেই অৱস্থা হৈছিল ৰাইজ "যোগী যাক নপাৱে ধ্যানত। হেন হৰি পলান্ত ভয়ত।" বৰ্ত্তমান জগতৰ ৰাজনৈতিক নেতাৰ সাম্যবাদেও তেওঁৰ আধ্যাত্মিক সাম্যবাদক চেৰ পেলাব পৰা নাই ৰাইজ; বৰং ৰাজনৈতিক সাম্যবাদৰ আদৰ্শই তেওঁৰ আধ্যাত্মিক সাম্যবাদৰ আদৰ্শৰ পিচত ঘোঁৰা দৌৰ হে দিছে— এই দৌৰত শঙ্কৰদেৱ আজিও এখোজ আগবাঢ়িহে আছে। এইবোৰ কাৰণতে শঙ্কৰদেৱৰ তিথি ডাওৰকৈ পাতিব লাগে ৰাইজ! জাকি মাৰি উৰি অহা চিত্ৰ বিচিত্ৰ সৰগীয় শঙ্কৰ পখিলাৰ আত্মাৰ বিচাৰ কৰিবলৈ, সৰগীয় পখিলাৰ সৰগতে উৰিফুৰা সৌন্দৰ্য্যৰ মেলা পাতিবলৈ আৰু থৰ হৈ চাই থাকিবলৈ— য'ত অবিনাশী আত্মাক পৰমাত্মাই হাতবাউল দি মাতে।" —একে উশাহতে কথাখিনি শেষ কৰি ৰাইজৰ মাজত শিৱকান্ত বহি পৰিল। ৰাইজে হাত চাপৰি বজালে। লগে লগে নিখিলানন্দহঁতৰ দলটোৱে এজন এজনকৈ সভাঘৰ ত্যাগ কৰিলে। যাবৰ সময়ত মাথো

মুখেৰে ভোৰ-ভোৰাই গ'ল— "এই আত্মা পৰমাত্মাৰ বিচাৰ কৰিয়েই গোটেই দেশখন ৰসাতলে গ'ল।"

সমজুৱাৰ মেল ভাঙিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মতিথি উলহ মালহেৰে তিনিদিনীয়াকৈ পাতিবলৈ সিদ্ধান্ত হ'ল। বাপাখুড়াৰ মনটো তেতিয়াহে ফৰকাল হ'ল। আনন্দতে শিৱকান্তৰ দুগালত তপৰ্ তপৰ্ কৈ দুটা চুমা খাই কলে— "তই যে ইমানবোৰ উকীলৰ পইণ্ট জান, মই ভবাই নাছিলো বোপাই। তই আজি আমাৰ মান বচালি। ৰাধাকান্ত দাদাৰ তইহে প্ৰকৃত সন্তান।"

ৰাধাকান্তই বিচনাৰ পৰা সকলো কথা শুনি আছিল। আজি প্ৰায় এবছৰ দিন হ'ল। বিচনাৰ পৰা তেওঁ উঠিব নোৱাৰে। গাঠিয়ে গাঠিয়ে বিষ-জ্বৰ, বুকুৰ ধপ্ ধপনি, উঠোতেও ফেপনি বহোতেও ফেপনি। ডাক্তৰৰ মতে তেওঁৰ কলিজাৰ বেমাৰ। সকতে হেনো "ৰিউমেটিক জ্বৰ' হৈছিল। তেতিয়াই ভালদৰে চিকিৎসা নকৰাৰ বাবে উপসৰ্গ বৈ গৈছে। ৰিউমেটিকে হেনো দেহৰ গাঠিবোৰ চেলেকি যায়, কলিজাটোত কামোৰ মাৰি থৈ যায়; ফলত কলিজাৰ ভিতৰৰ দুৱাৰ কেইখন হেনো ভালদৰে বন্ধ নোহোৱা হৈছে। বন্ধ হলেও দুই দুৱাৰৰ মাজত এটা সৰু ফাক। ফলত তলৰ কোঠাৰ তেজ ওপৰলৈ যায়, ওপৰৰ কোঠাৰ তেজ ওপৰতে ৰয় —দুয়োটা সোঁতৰ মাজত এক ভয়ানক যুদ্ধ। এই যুদ্ধৰ ফলত কলিজাটো হেনো দিনক দিনে বহল হৈ গৈছে। বহল হলেনো কি হব? কামবোৰতো বহলকৈ হোৱা নাই যাব কাৰণে উঠোতেও ফেপনি, বহোতেও ফেপনি; এটা মহা সমস্যা। ডাক্তৰৰ মতে তেওঁ হেনো এক আৰোগ্য হোৱাৰ আশা দেখা নাই। কোন

মুহূৰ্তত "পঞ্চত্বং গতঃ" হয় তাৰেই ঠিকনা নাই।

শিৱকান্ত আৰু বাপাখুড়া আহি ৰাধাকান্তৰ আগত সকলো কথা কলে। তেওঁ একো মন্তব্য নকৰিলে। মন্তব্য কৰিবলৈনো কি আছে ? যি ৰাধাকান্তৰ এটা মাথোন আঙুলি পাকত সোঁ পাকৰ মানুহ বাওঁ পাকে গৈছিল, বাওঁ পাকৰ মানুহ সোঁ পাকে গৈছিল — সেই ৰাধাকান্ত আজি শয্যাগত আৰু তাৰেই সুবিধা লৈ নিজৰ বঙহেই নিজৰ শত্ৰু। মুখ ফুটাই মাত্ৰ কলে— "মোৰ বেমাৰেই— দেশখনৰ বেমাৰেই, একেই কথা বৈদ্য-অবৈদ্য পৰাভূত।"

সিদিনাখন ৰাতি ৰাধাকান্তই উপবাসে থাকিল। ঘৰৰ মানুহে ৰাধাকান্তৰ এই উপবাসৰ অৰ্থ বুজি পায়— অন্তৰত কিবা অনুশোচনাৰ ভাব আহিলেই ৰাধাকান্তই আগৰে পৰা এনেদৰে মাজে সময়ে উপবাসে থাকে। উপবাস থকাৰ কাৰণেই হওঁক নাইবা অন্য কিবা মানসিক কাৰণতেই হওঁক ৰাতি বহুপৰলৈ তেওঁৰ টোপনি নাহিল। মাজৰাতিলৈ অপেক্ষা কৰি চালে। নিখিলানন্দজন তেতিয়াও ঘূৰি অহা নাই।

ৰাতি ক্ৰমাৎ গভীৰ হৈ আহিল। শিৱকান্তহঁত ইতিমধ্যে শুই পৰিছিল। ৰাধাকান্তৰ দুচকুতো চিল্মিলকৈ টোপনি আহিছিল। হঠাৎ তেওঁৰ টোপনি ভাগিল বাৰান্দাত শুই থকা ভটুৱা কুকুৰটোৰ ভুক্ভুকনিত। বিচনাতে বাগৰি বাগৰি তেওঁ ভাবিছিল— "ভটুৱা কুকুৰটোৱে আজি বাৰু ইমানকৈ ভুকিছে কিয় ? এইন চিনা হলেতো তাৰ সাৰ-সুৰ নেথাকে। সম্ভৱতঃ নিখিলানন্দ আহিছে। কিন্তু ঘৰৰ মানুহ আহিলে জানো ঘৰৰ কুকুৰে ভুকে ?" —কথাষাৰৰ চয় নিচয় কৰিবলৈ তেওঁ লাহেকৈ দুৱাৰখন খুলি বাহিৰ ওলাই গ'ল।

বাহিৰত আউসী ৰাতিৰ ঘোৰ অন্ধকাৰ। আকাশখনো তৰাবিহীন। মাজে সময়ে দুই এটা মেঘৰ গাজনী। দুই এবাৰ

কাণ তাল মাৰি শব্দ কৰি যোৱা বিজুলী চেৰেকনি ; সম্ভবত ৪. শেষ ৰাতিলৈকে বৰষুণ হব। এবাৰ বিজুলীৰ চিক্‌মিকনি দেখিবলৈ পালে— চ'ৰাঘৰটোৰ মুধচত এজন প্ৰকাণ্ড মানুহ থিয় হৈ আছে। কুকুৰটোৱে সেই মানুহজনকে লক্ষ কৰি এথনিৰে পৰা ভুকি আছে। সাহস কৰি আগবাঢ়ি যাব পৰা নাই— ভটুৱা কুকুৰৰ ভুক্‌ভুকনিহে সাৰ ; বুকুত কিন্তু সাহ-পিত বুলিবলৈ অকনো নাই।

ভিতৰৰ পৰা সৰু টৰ্চটো জ্বলাই ৰাধাকান্ত আগবাঢ়ি গ'ল। টৰ্চৰ পোহৰ দেখি মানুহজন এখোজ দুখোজকৈ আগবাঢ়ি আহিল। টেটুচেপা মাত এটিৰে মাত লগালে— "এইজন পেহা নেকি ?" ৰাধাকান্তই সতৰ্কহৈ উত্তৰ দিলে— "কোন ?"

"মই। চান্দেক আলি!" —চান্দেক আলি আগবাঢ়ি আহি কলে।

হাতত এখন নেপালি খুকুৰিলৈ এইহেন ৰাতি চান্দেক আলি! ৰাধাকান্ত প্ৰথমতে থত্‌মত্‌ খালে। আঁতৰৰ পৰাই নিৰ্ভয় দি চান্দেক আলিয়ে কলে— "পেহা ভয় নকৰিবা। মই জীউৰ তাড়ণাত পৰিহে এই ৰাতিখন এনেদৰে আহি ওলালো।"

ৰাধাকান্ত আগবাঢ়ি চ'ৰা ঘৰটোলৈ গ'ল। চান্দেক আলিও ভয়তে পেপুৱালগা মেকুৰী এটাৰ দৰে পিচে পিচে গ'ল। ভটুৱা কুকুৰটোৰ ভুক্‌ভুকনি ইতিমধ্যে বন্ধ হ'ল। চ'ৰাঘৰটোৰ মাজমজিয়াত থকা আৰামী চকিখনত ৰাধাকান্ত ভালদৰে বহি ললে। সম্মুখত থিয় হৈ থকা চান্দেক আলিক সকলো কথা কবলৈ ইঙ্গিত দিলে। চান্দেক আলিয়ে সেপ্‌ ঢুকি ঢুকি সকলো কলে। কিবা এক নিচা-খোৱা মানুহৰ দৰে কথাবোৰ কৈ গ'ল সি। ঃ নিখিলানন্দই হেনো তাক আজি ছমাহৰ পৰা দিগ্‌দাৰী কৰি আছে। চান্দেক আলি সিহঁতৰ পাৰ্টিত সোমাব লাগে। চান্দেকে হেনো প্ৰত্যুত্তৰত কৈছিল যে সি জৰৰজং মানুহ। পাৰ্টি চাৰ্টি সেইবোৰ একো

নেজানে মাত্র এটা কথাই জানে যে গোটেই দেশখন কোম্পানী-করণ কৰিলে দুঃখীয়া মানুহবোৰৰ খাই লৈ জীয়াই থাকিবলৈ সা-সুবিধা হব। নিখিলানন্দই হেনো তাক বুজাই কৈছিল — ‘চান্দেক মিঞা! গোটেই দেশখন কোম্পানীকৰণ কৰিবলৈ হলে কিছুমান খুন্ কৰিব লাগিব। অন্যথাই কোম্পানীকৰণত অসুবিধা হব। সিহঁতে গোটেই দেশখন কোম্পানীকৰণ কৰিবলৈ কেতিয়াও নিদিব।" চান্দেকে হেনো তাক বাৰে বাৰে কৈছিল— "সকবাপু! ৰাধাকান্ত পেহাৰ ল'ৰাটি হে তই সেইবোৰ কথা মুখত নানিবি, গুনাহ হব।" নিখিলানন্দই হেনো তাক মুখ ভেঙুচাই কৈছিল— "চান্দেক মিঞা! গুনাহ লেখিবলৈ তোৰ আল্লা জনো নাই; মোৰ ঈশ্বৰ জনো নাই। সেইবোৰ কিছুমান বদজাত মানুহৰ মাত্ৰৰ সৃষ্টি।" চান্দেকে হেনো তাক খোলাখুলি ভাৱে কৈছিল — "দেখ সকবাপু! কোম্পানীৰ নামত মই সকলো কৰিব পাৰিম। কিন্তু দুটা কাম হলে কৰিব নোৱাৰিম —খুন আৰু আল্লাজনক পিণ্ডত দিবলৈ। তই মোৰ কথা মানিলেও মানিবি, নেমানিলেও নেমানিবি।" বৰনামঘৰৰ মিটিং ভাগি, সেইদিনা ৰাতিও আহিছিল নিখিলানন্দ তাৰ ওচৰলৈ কেবাজনো ডেকা ল'ৰাৰ সতে। বাকীবোৰ ল'ৰা গোহালীৰ পিচফালে লুকাই আছিল। নিখিলানন্দইহে তাৰ লগত কথা পাতিছিল— ‘চান্দেক মিঞা! তই আজি এজন মানুহক যেনে তেনে খুন কৰিব লাগিব। লাগিলে তোক পাঁচশ টকা নগদ দিম" —এই বুলি চান্দেক আলিৰ হাতত সকবাপুৱে তুলি দিছিল নেপালি খুকুৰীখন। চান্দেক আলিয়ে নেপালি খুকুৰীখন হাতত লৈ সুধিছিল সন্তৰ্পনে— ‘কাক'? নিখিলানন্দই তাৰ কাণৰ কাষত মনে মনে কৈছিল— ‘বাপাখুড়াক।' —কথা শুনি চান্দেকৰ বৰ খং উঠিল। কথমপিহে খংটো দমাই মিহি মিহি কৈ সুধিলে "বাপাখুড়াই কি কৰিলে?" নিখিলানন্দই দাঁত-মুখ কামুৰি চেপা চেপা মাতেৰে কৈছিল— "বাপাখুড়া আমাৰ

সংগ্ৰামৰ পৰিপন্থী। ধৰ্ম্মৰ নামত গোটেই অঞ্চলটোকে নষ্ট কৰিছে। মোৰ দাদাৰো মূৰটো খাইছে।"

কথা শুনি চান্দেকৰ হেনো ধৈৰ্য্যৰ বান্ধন ভাঙি গ'ল। পোনচাটেই নিখিলানন্দৰ বুকুত খামোচ মাৰি ধৰি ওপৰলৈ ডাঙি শূইনতে এপাক ঘূৰাই মাটিত থেকেচা মাৰি থলে। তাৰ পিচত দাঁত-মুখ কৰচি কলে— "তই যদি আজিৰ পৰা মোৰ ওচৰলৈ আহ— তোক মই জবহ কৰিম।" সেই সময়তে বাকীবোৰ নিখিলানন্দক অকলশৰে এৰি পলাই পত্ৰং দিলে। উপায় নেপাই নিখিলানন্দও সন্মুখৰ ধাননি দ'ৰাৰ মাজেৰে ভিৰাই লৰ দিলে। খুকুৰীখন কিন্তু চান্দেকৰ হাতত ৰৈ গ'ল। চান্দেকে হেনো খুকুৰীখন লৈ যাবলৈ নিখিলানন্দক চিঞৰি চিঞৰি মাতিছিল— "সৰুবাপু! খুকুৰীখন লৈ যা! খুকুৰীখন লৈ যা।" কিন্তু সৰু-বাপুৱে পিচলৈকে ঘূৰি নেচালে— কেবল দৌৰিলে আৰু দৌৰিলে। ঘৰলৈ গৈ চান্দেক মিঞাঁই ঘৈণীয়েকক সকলো কলে। ঘৈণীয়েকে বোলে,— "খুকুৰীখন এতিয়াই গৈ নিখিলহঁতৰ ঘৰত দি আহা! নহলে ৰাতিপুৱালৈ কিবা জাল জুৱাচুৰী মোকৰ্দ্দমাত ফচিব পাৰা।"

ৰাধাকান্তক খুকুৰীখন ঘূৰাই দি চান্দেক মিঞাঁই কলে— "পেহা! মই হলে এটা কথা কব খুজিছো। তুমি হলে বেয়া নেপাবা। তোমাৰ এই সৰুবাপুজন একেবাৰে কাফেৰ হৈ গ'ল। সি শনিবাৰে ৰাতি প্ৰায়ে হোষ্টেলৰ পৰা আহি উগ্ৰনিমুলুক ভাটি-মুলুক ঠায়ে ঠায়ে মনে মনে মিটিং কৰি ফুৰে। তোমালোকে চাগে গমেই নোপোৱা। মইহে বোলে— অ'ত টকা খৰচ কৰি পেহাই তোক পঢ়িব পঠালে নে 'লীডৰ' হবলৈ পঠালে?" —একে উশাহতে কথাখিনি শেষ কৰি চান্দেক থমকি ৰ'ল। তাৰপিচত দুহাত যোৰ কৰি কলে— "মই এতিয়া যাওঁ পেহা। তোমালোকে তাক অলপ চাবা।"

ৰাধাকান্তই একো নকলে। চান্দেকৰ মুখৰ ফালে কিছুসময় একেথৰে চাই থাকিল। চান্দেক এখোজ দুখোজকৈ পিচুৱাই গ'ল। ৰাধাকান্তই হঠাৎ তাক থমকিবলৈ ইংগিত দি কাষলৈ গৈ কলে—"চান্দেক! তই এটা কাম কৰিব পাৰিবি ?"

: কি কাম পেহা ?

: তই মোক বাসুদেউ থানলৈ এতিয়াই লৈ যাব পাৰিবি ?

: মই কেনেকৈ লৈ যাম পেহা ?

: নহয় অ' চান্দেক। মই খোজ কাঢ়িয়েই যাম। মাত্র তোৰ কান্ধত বাউসীৰে ভৰ দি হে যাম।

: কিন্তু এই ৰাতি নগৈ কাইলৈ পুৱা গলেও দেখোন—

: নহয় অ' চান্দেক! মোৰ কলিজাৰ বেমাৰ। ডাক্তৰে মোক ঘৰৰ পৰা বাজ ওলাব মানা কৰিছে। ৰাতিপুৱালৈ শিৱকান্তহঁতে যাব নিদিব।

: কিন্তু এতিয়াই এইমুহূৰ্ত্ততে কিয় ?

: জীৱনৰ কোনোবা এটা মুহূৰ্ত্তত কোনোবা ঠাইত মোৰ কিবা এটা ভুল হৈ গ'ল চান্দেক। সেয়েহে বাসুদেৱে মোক শাস্তি দিছে। মই এবাৰ ভুলৰ ক্ষমা বিচাৰি আহিম চান্দেক। তই মোক কেৱল লৈ ব'ল।

: কিন্তু মই দেখোন মুছলমান ?

: শঙ্কৰ গুৰুৰ চান্দসাই ভকতজনো মুছলমানেই আছিল চান্দেক।

থৰক বৰক খোজেৰে ৰাধাকান্তই চান্দেক আলিৰ কান্ধৰ ওপৰত ভৰ দি দি গৈ এসময়ত বাসুদেউ থানত প্ৰৱেশ কৰিলে। ঘটং কৈ দুৱাৰখন খুলি মিঠাতেলৰ বন্তি গছি জ্বলাই দিলে। বাসুদেউলৈ সাষ্টাঙ্গে প্ৰণিপাত জনাই মুখেৰে বুৰবুৰাই কলে—

"কোটি কোটি ঘোৰ অপৰাধ নিতে
কৰো আমি দুৰাশয়।
হে হৰি মোক দাস হেন মানি
ক্ষমিয়োক কৃপাময় ॥"

ৰাধাকান্তই পুনঃ সেৱা জনাই পোনহৈ থিয় হ'ল। বাসুদেউক সেৱা জনোৱাৰ লগে লগে তেওঁ যেন দেহত কিবা এক পৰম বল পালে। নামঘৰৰ চুকত অকলশৰে পৰি থকা নাগাৰাজোৰলৈ এবাৰ বিষণ্ণ দৃষ্টি নিক্ষেপ কৰিলে। ৰাধাকান্ত বিচনাত পৰাৰ দিনৰে পৰা নাগাৰাজোৰ তাত তেনেদৰে পৰিয়েই আছে— নাম গাবলৈ পাঠক নাই। বেৰৰ পৰা নাগাৰাটোৰ গালৈকে মকৰাই সূতা কাটিছে। দুই এদিনৰ ভিতৰতে হয়তো এখন সুন্দৰ জাল তৈয়াৰ হব। আগতে হয়তো হৈছিল; কোনোবাই এৰুৱাই দিছে। ৰাধাকান্তই মকৰাৰ সূতাবোৰ এৰুৱাই দিলে। মকৰাটোৱে লৰ মাৰিলে। তালজোৰো হা'তৰে খঁহি-পিহি চালে। ভিতৰখন শ্যাম-বৰণীয়া হৈছে। বহুদিন চাগে একে ঠাইতে পৰি থাকি তেনেৰূপ পালে। তালজোৰৰ ভিতৰখন দুহাতেৰে মোহাৰি মোহাৰি ৰাধাকান্তই চান্দেক আলিক খুউব সন্তপনে সুধিলে - "তই বাৰু তাল বজাব জাননে চান্দেক?"

ঃ কেনেকৈ জানিম পেহা? আমাৰ ধৰমততো তাল বজোৱা নিয়ম নাই।

ঃ ধৰমৰ কথা নহয় অ' চান্দেক। এয়া কৃষ্টিৰহে কথা! তই বাৰু আগতে মোক তাল বজোৱা দেখা নাছিলিনে চান্দেক? সেই যে ডেকাকালত মই নাচি নাচি তাল ঘূৰাইছিলো।

ঃ কিয় নেদেখিম পেহা? কি যে তোমাৰ তালৰ চেও? কি যে তোমাৰ নামৰ সুৰ?

ঃ তেন্তে তই এবাৰ বজাচোন চান্দেক। ভাবিবলৈ একো

নাই। নতুন মানুহ বেতাল হব। মই আছো নহয়! নাগাৰাৰে পোনাই লৈ যাম।

ঃ মই.... মই.... মই তাল বজাম? তুমি এইবোৰ কি কৈছা পেহা? মই দেখোন মুছলমান?

ঃ তোৰ দৰে মুছলমান এজনকে আজি বাসুদেৱে তাল বজোৱা চাবলৈ বিচাৰিছে চান্দেক। ভয় নকৰিবি -- মই আছো।

এই বুলি ৰাধাকান্তই চান্দেকৰ হাতত তালজোৰ গুজি দিলে। চান্দেকে ভয়ে ভয়ে তালজোৰ আঙুলিত মেৰাই বাসুদেৱ থানলৈ নমস্কাৰ জনাই কলে "মোৰ যদি কিবা কচুৰ হৈছে, তুমি মোক ক্ষমা কৰিবা বাসুদেউ!"

ৰাধাকান্তৰ মুখত হাঁহি বিৰিঙি উঠিছিল। হৃদয়ৰ সমস্ত শক্তি গোটাই তেওঁ নাগাৰাজোৰত কোব মাৰিছিল— ঘিন্ না,- ঘিন্ না-, না- ঘিন্, ঘিন্। চান্দেক মিঞাঁই নাগাৰাৰ চেৱেঁ চেৱেঁ তাল বজাইছিল। তাল আৰু নাগাৰাৰ শব্দ বহুদূৰলৈ ভাঁহি গৈছিল। এই শব্দত গাৱৰ মানুহবোৰ টোপনিৰ পৰা সাৰ পাই উঠিছিল। সকলোৱে আচৰিত হৈছিল— বাসুদেউ থানত এই শেষৰাতি কোনে বাৰু নাগাৰা বজাইছে, তাল বজাইছে? আজি বহুদিনৰ অন্তত কোনে বজাইছে?

নাগাৰাজোৰ দেখোন তালত বাজিছে।

তালজোৰ দেখোন বেতালত বাজিছে।

তাল আৰু বেতাল!!

বেতাল আৰু তাল!!

নাগাৰা আৰু তাল!!

গাৱঁৰ মানুহবোৰ হাতত সাৰে ভৰিত সাৰে টোপনিৰ পৰা উঠি বাসুদেউ থানলৈ লৰি আহিছিল। হাতত যেয়ে যি পাই দা, কুঠাৰ, যাঠি, টাঙোন লৈ আহিছিল! দিনকালবোৰ বেয়া হ'ল। কাৰ কি মতলব কোনে জানে?

নামঘৰৰ ভিতৰ সোমাই সকলো মানুহ আচৰিত হ'ল। এয়া দেখোন গাৱঁৰ বুঢ়া-পাঠক ৰাধাকান্ত আৰু লগত আহিছে চান্দেক মিঞা! ৰাধাকান্তই হাতযোৰ কৰি ৰাইজক কলে— "কিবা যদি দোষ হৈছে, মোকেই মাৰা। তাক যাবলৈ দিয়া।" এইখিনিকে কৈ ৰাধাকান্ত ৰাইজৰ মাজত ঢলি পৰিল। মুখেৰে ফেনগুটি বাহিৰ হৈ গ'ল। চান্দেক মিঞাই ভয়তে পলাল — আন্ধাৰৰ বুকুত বিলীন হৈ গ'ল। বাপাখুড়া আৰু শিৱকান্তই ৰাধাকান্তক দাঙি ধৰিলে। পথালিকোলাকৈ বাহিৰলৈ ডাঙি নিলে। পিচে পিচে গাৱঁৰ ৰাইজ। গাৱঁৰ ৰাইজে ৰাধাকান্তৰ মূৰত তেল পানী দিলে, বিচোতাই বিচনিৰে বিচিলে। ক্ষন্তেক পিচত ৰাধাকান্তৰ সুস্থিৰ অৱস্থা হ'ল —দেহৰ শক্তি ঘূৰাই পালে। কলিজাৰ ক্ষেঁপনিৰে নাগাবাজোৰ বজোৱা কাৰণেই চাগে তেনে অৱস্থা হৈছিল।

ৰাধাকান্তই সম্বিৎ ঘূৰাই পালত বাপাখুড়াই সোধো নোসোধোকৈ সুধিলে— "এইবোৰ কি দেখিছো দাদা। এই শেষ ৰাতি তুমি ইয়াত। লগত আহিছে চান্দেক মিঞা!" ৰাধাকান্তই এক নাটকীয় ভঙ্গিমাৰে কলে - "তহঁতে ভুল দেখিছ বাপা! সেয়া দেখোন আছিল শঙ্কৰগুৰুৰ চান্দসাই ভকত। তহঁতেনো কেনেকৈ মনিবি,— চাৰিও-ফালে ইমান অন্ধকাৰ!"

ঃ চান্দসাই ভকত? আচৰিত কথা!

ঃ আচৰিত হবলৈ একো নাই বাপা! ওৰেওটো জীৱনৰ মোৰ কষ্টৰ বিনিময়ত শঙ্কৰগুৰুৱে হেনো পঠিয়াই দিছিল মোৰ ওচৰলৈ এটা গুপুত খবৰ দিবলৈ।

ঃ কিহৰ গুপুত খবৰ দাদা? তুমি এইবোৰ কি কৈছা?

ঃ বৰ গুপুত খবৰ বাপা! সি মোৰ কাণে কাণে কৈ গ'ল— আমাৰ এই অঞ্চলৰ মানুহবোৰ হেনো বনমানুহ হৈ গ'ল। তাৰেই খবৰ ৰাইজক দিবলৈ এই অসময়ত নাগাৰাৰ কোব, তালৰ চেও

ঋাপা। ওবে জীৱনটো মইতো ৰাইজৰে সেৱা কৰিলো, এই খবৰটোনো দি নেযাওঁ কিয় ?

ৰাধাকান্তৰ কথাৰ অৰ্থ কোনেও নুবুজিলে। এজন, দুজনকৈ ৰাইজ ঘৰাঘৰি গ'ল। যাবৰ সময়ত ইজনে সিজনে কোৱাকুই কৰি গ'ল— "নিখিলানন্দৰ কথাবোৰ শুনি ৰাধাকান্তৰ চাগে মগজুৰ ভাৰসাম্য হেৰাই গ'ল।" দুই একে কলে— "নহয়, নহয়। আগতে ৰাধাকান্ত দাদা নাটক-ৰ দলত আছিল। নাটকৰ কিবা দৃশ্যৰ কথা মনত খেলালত চাগে এইখন কৰিছে। বুঢ়াও হ'ল নহয়, তাতে সংসাৰ জ্বালা। মগজুৰ চা'গ এফাল নাইকীয়া হৈ গ'ল।"

বিশ্বাস-অবিশ্বাসৰ মেৰপাকত পৰি ৰাইজ অলপ বিচলিত হ'ল।

এই ঘটনাটোৰ দিনচেৰেক পিচত বাসুদেউ থানৰ "সোণৰ বাসুদেউ" নিশাভাগত এদিন চুৰি হৈ গ'ল। চাৰিওফালে হাঁহাকাৰ লাগিল। চোৰৰ কিন্তু কোনো শুং সূত্ৰ পোৱা নগ'ল। ৰাইজে কোৱাকুই কৰিলে—"ক'ৰ পৰা আহিব চান্দসাই ভকত ? সোণৰ মূৰ্ত্তি চুৰি কৰিবলৈ সিদিনাখন সেইজন আহিছিল চান্দেক মিঞা। ৰাধাকান্তৰো কিবা দুচুৰা মতলব। মানুহ চিনা টান।"

"কিন্তু ওৰেটো জীৱন ৰাধাকান্ত দাদাই যে বাসুদেউ থানৰ সেৱা কৰি আহিছে। ৰাধাকান্ত দাদাৰ পূৰ্ব্ব-পুৰুষে বাসুদেউ মন্দিৰ প্ৰতিষ্ঠা কৰিছে। এইবোৰ বিশ্বাস নে অবিশ্বাস ? দেশখন যে কি হৈ গ'ল প্ৰভু।" —গাওঁ বুঢ়াই ৰাইজক কলে। বাপাখুড়াই কোনো ফালে মন্তব্য নিদিলে। নিজৰ মনকে নিজে প্ৰবোধ দিবলৈ টান পালে। ৰাইজে চান্দেকৰ ওপৰত "সন্দেহজনক চুৰি কেচ্" দিলে। চান্দেক আলিয়ে কথাষাৰ শুনি হুক্-হুক্ কৰে কান্দি

পেলালে। শোকে বুকু খুন্দা মাৰি ধৰিলে। গোটেই ৰাতি নামাজ পঢ়ি সি আল্লাৰ ওচৰত দোৱা মাগিলে— "হে আল্লা! বাসুদেউ থানৰ সোণৰ বাসুদেউ কাফেৰ হঁতৰ হাতৰ পৰা তুমি খি কোনো উপায়ে উদ্ধাৰ কৰি গাওঁবাসীৰ হাতত ফেৰৎ দিয়া।"

কিন্তু আল্লাহ-তাল্লাই এইবাৰ তাৰ দোৱা কবুল নকৰিলে। পুলিচে তাক সন্দেহজনক ভাবে 'এৰেষ্ট' কৰিলে। শিৱকান্ত গুৱাহাটীৰ পৰা আহি তাক জামিনত খালাচ কৰি আনিলে। এবছৰ জুৰি কেচ্ হ'ল। কেচ্‌ত চান্দেক আলি নিৰ্দ্দোষী প্ৰমাণিত হ'ল। সি কিন্তু মনত চৰম দুঃখ পালে। সেই দুঃখতে সি গাওঁ এৰি চাহবাগান'ল চাকৰি বিচাৰি গ'ল। কথমপি এবছৰ দিন কটাই তাৰপৰাও সি গুচি আহিল। আজি কালি সি প্ৰায়ে ঘৰতে থাকে। আগৰ দৰে উৎসৱে-পৰ্বে সি আগবাঢ়ি নুফুৰে। ৰাতি বহুপৰলৈ সি নামাজ পঢ়ি আল্লাৰ ওচৰত বাসুদেউ থানৰ 'সোণৰ বাসুদেউ' উদ্ধাৰৰ নিমিত্তে দোৱা মাগে।

বাসুদেউ থানৰ 'সোণৰ বাসুদেউ' চুৰি হোৱাৰ দিনৰে পৰা ৰাধাকান্ত কিন্তু একেবাৰে মৌন হৈ গ'ল। বাপাখুড়াও আগৰদৰে বাটঘৰ কৰি ফুৰিব এৰিলে। সদায় আহি থকা মানুহজন মাহেকে পষেকেহে এদিন অহা হ'ল। শিৱকান্তও ঘৰলৈ আহিলে কিবা মন মাৰি থকা হ'ল। গাৱঁৰ মানুহবোৰ সিহঁতৰ ঘৰলৈ একেবাৰে নহা হ'ল। এইবোৰ দেখি শুনি লখিমী আৰু ধৰিত্ৰীৰ অন্তৰ্দ্দন্দৰ সীমা নোহোৱা হ'ল। লখিমীয়ে যে কথাই কথাই কিবাখন আওঁ-বাওঁ বলকা হ'ল। ধৰিত্ৰীয়ে অনুমান কৰিলে লখিমীৰ যেন মগজুৰ কিছু অংশ বিকৃত হৈ গ'ল। এইবোৰ দেখি দেখি ধৰিত্ৰীৰ কোমল অন্তৰখন একেবাৰে মৰহি গ'ল। কিবা এক অবুজ বেদনাত এদিন দুপৰীয়া তাই বিচনাত বাগৰি বাগৰি কেঁকুৰি কেঁকুৰি কান্দি দিলে।

ৰাধাকান্তই বুজি পাইছিল বোৱাৰীৰ সেই কান্দোনৰ অৰ্থ। তেওঁ সিদিনাখন মৌনব্ৰত ভঙ্গ কৰিছিল। বোৱাৰীৰ কাষচাপি হেঁকুৰি হেঁকুৰি কান্দি থকা বোৱাৰীৰ ককঁালত পৰা চুলিটাৰীৰ ওপৰত হাত ফুৰাই ফুৰাই কান্দি থকা সৰু ল'ৰা-ছোৱালীক নিচুকণি গীত শুনোৱাৰ দৰে নিচুকাইছিল— "মোৰ আঁজলী-ছোৱালীজনী! ধৰিত্ৰীয়ে মনৰ বেদনাত কান্দিব নেপাই নহয়। আকাশেহে কান্দে মনৰ বেদনাত। ধৰিত্ৰীয়ে দেখোন নাঙলৰ ফালৰ বুকু বিদাৰণো সহ্য কৰে।"

ধৰিত্ৰীয়ে এজনী সৰু ছোৱালীৰ দৰে থোকা-থুকি মাতেৰে কান্দি কান্দি কৈছিল— 'দেউতা! আপুনি যদি এনেদৰে এষাৰো কথা নোকোৱাকৈ মৌন ব্ৰত ধৰি থাকে, মই কিন্তু কোনোবাদিনা মৰি থাকিম।'

ৰাধাকান্তই বোৱাৰীৰ গাত মৰমেৰে হাতফুৰাই দি কৈছিল— "কম আই! তোৰ কাৰণে আজি মই বহুত কথা কম। তোৰ কাৰণে আজি মই ৰাধাকুছি গ্ৰামাঞ্চলৰ এক শতাব্দীৰো আগৰ কথা কম। ইয়াৰ কিছুমান মই নিজ চকুৰে দেখা— কিছুমান মোৰ দেউতাৰ পৰা শুনা। বহুকথাই আজি মোৰ অন্তৰখন জুমুৰি দি ধৰিছে আই। তোৰ আগত আজি মই অন্তৰ উজাৰি কম।"

এখোজ দুখোজকৈ ৰাধাকান্ত আগবাঢ়ি গৈছিল চ'ৰাঘৰটোৰ মজিয়াৰফালে। পিচে পিচে ধৰিত্ৰী। চ'ৰাঘৰটোৰ মজিয়াত থকা চালপিৰাখনৰ ওপৰত বহি ৰাধাকান্তই কথাৰ পাতনি মেলিছিল। ধৰিত্ৰীয়ে তললৈকে মূৰগুজি নখে মাটি লেখি লেখি এজনী সৰু ছোৱালীৰ দৰে কথাবোৰ শুনি গৈছিল। এক বিশেষ ৰাগীত মতলীয়া ৰাধাকান্তই কথাবোৰ কৈ গৈছিল— "ৰাধাকুছি গাৱঁক কেন্দ্ৰ কৰি দহ মাইল সমান ব্যাসাৰ্দ্ধলৈ বৃত্ত এটা অঙ্কন কৰিলে যিবোৰ গাওঁ বৃত্তটোৰ অন্তৰ্গত হব, সেইবোৰ গাওঁ এসময়ত

অসমৰ ভিতৰত সকলো দিশতে জাকতজিলিকা আছিল। এইবোৰ গ্ৰামাঞ্চলত জন্মলোৱা কেবাজনো বিদগ্ধ সংস্কৃত পণ্ডিতে অকল অসমতেই কিয়, বাংলা, বেহাৰ, বেনাৰচতো জলমলাই ফুৰিছিল। তন্ত্ৰ-শাস্ত্ৰ, আয়ুৰ্ব্বেদ শাস্ত্ৰ, জ্যোতিষ শাস্ত্ৰ, পাণিনি ব্যাকৰণ, ৰত্নমালা ব্যাকৰণ আৰু নানান বেদ বেদান্তৰ চৰ্চ্চাৰ ভূমি হৈ পৰিছিল এই ৰাধাকুছি গ্ৰামাঞ্চল। বিবাহ মণ্ডপত দৰাপক্ষ, কইনাপক্ষই আসন গ্ৰহণ কৰাৰ পিচত ছাত্ৰ সকলৰ মাজত সংস্কৃততে তৰ্ক কৰাৰ প্ৰথা আছিল— "অস্যাং সভায়াং যে যে ছাত্ৰাঃ বৰ্ত্তন্তে তে তে মদীয় প্ৰশ্নোত্তৰেণ মাং সন্তোষয়ন্তু।" দুই পক্ষৰ ছাত্ৰসকলৰ মাজত বাক-বিতণ্ডা চলে, যুক্তিৰ কটা-কটি চলে, শ্লোকে শ্লোকে যুদ্ধ, সন্ধিয়ে-সমাসে যুদ্ধ, বেদে-বেদান্তই যুদ্ধ, ন্যায়-স্মৃতি তৰ্ক-শাস্ত্ৰৰ যুদ্ধ। বিজেতাদলে পিতলৰ শৰাই, ফুলাম গামোচা আৰু একশৰাই তামোল-পাণেৰে মান পায়। দৰাপক্ষ নাইবা কইনাপক্ষৰ বিজয় ঘোষণা কৰে। আৰু এই যুদ্ধতে ৰাইজৰ মাজত নিৰ্ব্বাচিত হয়, আগলৈ কোনজন বিদ্যাৰত্ন হব, কোনজন জ্যোতিষ ৰত্ন হব, কোনজন তৰ্কতীৰ্থ হব ..... ..... ইত্যাদি।

এনেবোৰ চলন্তিকা ৰাধাকুছি গ্ৰামাঞ্চলৰ পৰা নাইকীয়া হৈ গ'ল। চাকিৰ শলিতা নুমাই যোৱাৰ পিচতো শলিতাৰ গন্ধ অনেক সময়লৈকে থাকি যায়, কিন্তু বিদেশী বনিয়াজাতিৰ প্ৰভাবত সংস্কৃত মৃত ভাষা বুলি প্ৰচাৰ হোৱাৰ লগে লগে এনেবোৰ চলন্তিকা চিৰ-দিনলৈ নাইকীয়া হৈ গ'ল। পুৰণিৰ প্ৰতি মোৰ কোনো অন্ধ মোহ নাই; মৃত ভাষাক জীৱন্ত কৰিবলৈ মোৰ কোনো হাবিলাসো নাই— যাৰ অন্তৰৰ ভাৱে যি পথেৰে বাট মেলে, সেয়াই তাৰ মুখৰ ভাষা, লিখাৰ ভাষা, হিয়াৰ ভাষা! ইয়াত মোৰ কোনো আপত্তি নাই। কিন্তু আপত্তি মোৰ এইখিনিতে, এই অঞ্চলৰ এই অঞ্চলতে বসবাস কৰি এই অঞ্চলৰ শিক্ষাৰে কৃতাৰ্থ হৈ জীৱিকাৰ সম্বল

দেখোন গোটাই লৈছিল। সেইবুলি সকলোৱে জানো আখৰ চিনিছিল ? সকলোৱে জানো পাণিণি পঢ়িছিল ? নাই পঢ়া। মুষ্টিমেয় কেইজন মানেহে জ্ঞান আৰ্জিছিল— আয়ুৰ্ব্বেদৰ জ্ঞান, জ্যোতিষৰ জ্ঞান, তন্ত্ৰৰ জ্ঞান, বেদ-বেদান্তৰ জ্ঞান, কাব্যৰ জ্ঞান, ব্যাকৰণৰ জ্ঞান ; - নানান শাস্ত্ৰৰ জ্ঞান। বাকীসকলে জীৱন-ধাৰণৰ অন্যদিশবোৰলৈ মনোযোগ দিছিল ; সেয়াওটো জীৱনৰেই জ্ঞান— খেতি-বাতিৰ জ্ঞান, গো-পালনৰ জ্ঞান, বণিজ কৰাৰ জ্ঞান, মাছমৰীয়াৰ জ্ঞান, পহুচিকাৰৰ জ্ঞান, হাতীধৰাৰ জ্ঞান, কমাৰশালৰ জ্ঞান, তাঁতশালৰ জ্ঞান— সকলোবোৰ বাস্তবমুখী জ্ঞান। ইজনে সিজনক সহায় কৰিছিল, সিজনে ইজনক জ্ঞানৰ কথা কৈছিল ; —সমাজ বান্ধোন জীৱনমুখী আছিল। জীৱনৰ ঊৰ্দ্ধত জীৱিকা, জীৱিকাৰ ঊৰ্দ্ধত পৰমানন্দ যেন আকাশত উৰি যোৱা মুক্ত-বিহঙ্গমৰ দল। এই ঘৰটোৰ মজিয়াত থাকি তন্ত্ৰ-শাস্ত্ৰৰ জ্ঞান লবলৈ অহা নব-দ্বীপৰ পণ্ডিত এজনে হেনো ৰাধাকুছি গ্ৰামাঞ্চলৰ মায়াত মুগ্ধ হৈ এষাৰ কথা কৈছিল— "এই ৰাধাকুছি গ্ৰামাঞ্চল পুৰণি ভাৰতৰ তক্ষশীলা। নালন্দা বিশ্ববিদ্যালয়ত এসময়ত ছাত্ৰ-সকলে যি জ্ঞান পাইছিল, ৰাধাকুছি গ্ৰামাঞ্চলতো সেই জ্ঞানেই পায়। জ্ঞান মানেনো কি বুজা ? জীৱন ধাৰণৰ উপযুক্ত পথৰ সন্ধান। বেদান্তত আছে--- "অস্তি, ভাতি আৰু প্ৰিয় !" অৰ্থাৎ যি বস্তুৰ যি অস্তিত্ব, সেই তাৰ চৰম প্ৰকাশ, সেয়াই তাৰ চৰম তৃপ্তি। ৰাধাকুছি গ্ৰামাঞ্চলৰ মানুহজাকে জীৱন কটাইছে এজীৱন তৃপ্তিৰ বাবে, নিমজ্জিত জ্ঞানৰ ধৰ্ম্মৰে অবিদ্যা নাশৰ হেতুকে। নালন্দা বিশ্ববিদ্যালয়ৰ শিক্ষাৰ উদ্দেশ্য এসময়ত সেয়াই আছিল। সেই কাৰণে এই ৰাধাকুছি গ্ৰামাঞ্চল এসময়ৰ তক্ষশীলা ?"

ক'ৰ পণ্ডিত ক'লৈ গ'ল। কোনে বাৰু তাৰ খবৰ ৰাখিছে ? কিন্তু এজন মানুহে নব-দ্বীপৰ পৰা এই ঠাই'লৈ জ্ঞান বিচাৰি আহিছিল কিয় ? এই অঞ্চলটোক তক্ষশীলা বুলিছিল কিয় ?

নিঃসন্দেহে ঠাইৰ গুণ, নে তুমি কি ভাবিছা? ক'ত তাহানিৰ তৰুশীলা আৰু ক'ত সেই ৰাধাকুছি গ্ৰামাঞ্চল!" —এই বুলি কৈ ৰাধাকান্তই গভীৰ নিশ্বাস ললে। সেই নিঃশ্বাসৰ বা-চাতি লাগি কাষতে বহি থকা ধৰিত্ৰীৰ গাৰ নোমবোৰ শিয়ঁৰি উঠিল। এইবাৰ ৰাধাকান্তই বহাৰ পৰা উঠি চ'ৰা ঘৰৰ মজিয়াখনত ঘূৰি ঘূৰি কলে,— "এই ঘৰটোৰ মজিয়াত মহামহোপধ্যায় আচাৰ্য্যদেৱৰ চৰণৰ ধূলি পৰিছিল, আয়ুৰ্ব্বেদ শাস্ত্ৰ দিব্যকান্ত বিদ্যাধৰৰ চৰণৰ পৰশত, তৰ্কতীৰ্থ ৰুদ্ৰকান্ত দেৱৰ চৰণৰ পৰশত এই ঘৰটোৰ মজিয়াৰ প্ৰতিটো ধূলিকণা পবিত্ৰ হৈ উঠিছিল। এই ঘৰটোৰ মজিয়াত নানান মানুহে 'মানুহ' হোৱাৰ সপোন ৰচিছিল। মানুহক মানুহৰ দৰে জীয়াই ৰাখিবলৈ সভা পাতি আলচ কৰিছিল। পণ্ডিতৰ পৰা মহামূৰ্খলৈকে সকলোবোৰেই যেন মানুহ আছিল। কিন্তু নিয়তিৰ কি পৰিহাস! সেই হেন ৰাধাকুছি গ্ৰামাঞ্চলত সকলোবোৰ মানুহ যেন 'বনমানুহ' হৈ গ'ল। মানুহ হোৱা হলে সিহঁতে ইজনে সিজনে কাজিয়া নকৰে, মানুহ বধিবলৈ চিন্তা নকৰে; বৰং জীৱনৰ সন্মুখত দেখা দিয়া সমস্যাসমূহ যুক্তি-তৰ্কৰে বিচাৰ কৰে, বুজাপৰাৰ মাধ্যমেৰে সমাধানৰো পথ বিচাৰে; অপথে গমন কৰাতো প্ৰশ্নই নাহে। —ৰঘুৰূপৰ ৰাজপথ পিছল হলে বিজ্ঞলোক অপথে গমন কৰে জানো? ...? ...?

—এইখিনি কথা কৈ ৰাধাকান্তই হুক্ হুক্ কৈ কান্দি পেলালে। ধৰিত্ৰীৰো চকুহাল সেমেকি উঠিল। কথমপিহে চকুলো সম্বৰণ কৰিলে। ৰাধাকান্তই পুনৰাই চালপিৰাখনৰ ওপৰত বহি বুৰ্ বুৰাই কলে— "কু গাঁৱত বাস, অসৎ ব্যক্তিৰ সেৱা, বেয়া আহাৰ গ্ৰহণ, খঙাল ভাৰ্য্যা, মূৰ্খ পুত্ৰ আৰু বিধবা কন্যা, —এইবিলাকে বিনাগ্নিয়ে সৰ্ব্বাঙ্গ পুৰি মাৰে— বিনাগ্নিনা সংদহতে শৰীৰম্।"

# ৭

ৰাধাকান্তই ধৰিত্ৰীৰ আগত এই সমস্ত কথা ব্যক্ত কৰি কিছু সময় তলকা মাৰি ৰ'ল। প্ৰত্যুত্তৰত ধৰিত্ৰীয়ে কিবা এষাৰ কোৱাৰ প্ৰয়োজন বোধ কৰিছিল যদি মুখ খুলি ব্যক্ত কৰাৰ আগতে বাপাখুড়া আৰু গাওবুঢ়া কৰপৰা ধপলিয়াই আহি দুয়োজনৰে সম্মুখত হাজিৰ হ'ল। গাওঁবুঢ়াই ৰাধাকান্তৰ পদযুগলত ধাচ্‌কৈ পৰি কান্দোনৰ সুৰত কলে— "তুমি মোক ক্ষমা কৰা দাদা। মই অধমে তোমাক ভুল বুজিছিলো।" ধৰিত্ৰীয়ে চাৎকৰে ভিতৰ সোমাই গ'ল।

ৰাধাকান্তই গাওঁবুঢ়াৰ এই কাৰ্য্য আৰু কথাৰ অৰ্থ একো নুবুজিলে। বাপীখুড়াইহে কথাষাৰ বুজাই কলে— "বাসুদেউ থানৰ সোণৰ মূৰ্ত্তি চুৰি হোৱাত গাওঁবুঢ়াই তলে তলে তোমাৰেই কিবা পৰ্‌কিতি লৰা কাৰ্য্য বুলি সন্দেহ কৰিছিল। মুখ ফুটাই কিন্তু কাৰো আগত একো কোৱা নাছিল। কিন্তু গত ৰাত্ৰি কালে গাওঁবুঢ়াই এক সপোন দেখিলে – সঁচাকৈয়ে হেনো চান্দসাই ভকত আহি কাণে কাণে তেওঁক কৈ থৈ গ'ল ঃ বাসুদেউ থানৰ 'সোণৰ বাসুদেউ' চুৰি হোৱা নাই। বিলুপ্তিহে ঘটিছে। গোটেই ৰাইজৰ হৃদয়ৰ পৰা, বাস্তৱ জীৱনৰ পাকচক্ৰত পৰি, বাসুদেউৰ ভুবন মোহন ৰূপ লাহে লাহে হেৰাই গ'ল। সেই কাৰণে গোসাঁই হেনো থিতাতে নাইকিয়া হ'ল। হৃদয়ত যাৰ ৰূপ নাই, সিংহাসনত ফুলচন্দনেৰে সজাই থোৱাৰ সকামেই বা কি?"

কথাশুনি ৰাধাকান্ত আচৰ্য্যান্বিত হৈ ৰ'ল। বাপাখুড়াইহে লাহে লাহে কলে—"আমাৰ দিনবোৰ হৃদয়ত ৰূপ ধৰাই নধৰাই, ভালে বেয়াই, সুখে দুঃখে পাৰ হৈ গ'ল। কিন্তু আগন্তুক সকলৰ দিনবোৰ? বাসুদেউ থানৰ সোণৰ বাসুদেউৰ আশীৰ্ব্বাদ অবিহনে এই গাওঁখনৰ জানো অস্তিত্ব ৰ'ব?"

গাওঁবুঢ়াই কলে—"কথাষাৰ মই গাৰঁৰে উঠি অহা ডেকাৰ

আগত প্ৰকাশ কৰিছিলো। কিন্তু সকলোৱে মুখ ভেঙুচাই কলে : এইবোৰ প্ৰাজাখুৰী গল্পৰে আমাক ঠগিব নোৱাৰা। সকলোবোৰ অন্ধবিশ্বাস।"

ঈষৎ হাহি মাৰি ৰাধাকান্তই কলে— "ইয়াৰ আধ্যাত্মিক বিচাৰ বৰ সহজ কথা নহয়। এয়া জানো ৰেল-কোম্পানীৰ লোহাৰ বস্তু, যে চুৰি হোৱাৰ পিচত পুলিচেও চোৰক বিচাৰে, চোৰেও পুলিচকে বিচাৰে? ইয়াক বিচাৰিব লাগিব হৃদয়ৰ মাজত। ইয়াক বিচাৰিব লাগিব ষড়ৰিপুৰ জালেৰে মেৰাই ৰখা ক্ষিতি, অপ, তেজ, মৰুৎ ব্যোমৰ ভাবনাৰ সিপাৰৰ সত্ত্ব, ৰজ, তম, গুণ বিবৰ্জ্জিত এক বিশুদ্ধ চিত্তত। এয়া জানো সহজ কথা? ডেকা চামৰ জানো সাহস আছে? ধৈৰ্য্য আছে?"

সেইখিনি সময়ৰ ভিতৰত বাপাখুড়াৰ কিন্তু মনত পৰিছিল শিৱকান্তৰ বাল্যকালৰ কথাবোৰলৈ। বাপাখুড়াৰ কোলাত উঠি শিৱকান্ত ডাঙৰ হৈছিল। প্ৰহ্লাদ চৰিত্ৰ, ধ্ৰুৱ চৰিত্ৰ, অজামিল উপাখ্যানৰ কাহিনী শুনিছিল। প্ৰহ্লাদে কেনেকৈ বাল্যকালতে ঈশ্বৰ আৰাধনা কৰি স্তম্ভৰ ভিতৰৰ পৰা নৰসিংহক আৱিৰ্ভাৱ কৰাইছিল তাৰ কাহিনী শুনিছিল। "পঞ্চ বৰিষতে মহামতি। ক্ৰীড়া এৰি কৰন্ত ভকতি॥" —শিৱকান্তৰো পঞ্চ বছৰীয়া কোমল হৃদয়ত ঈশ্বৰ দৰ্শনৰ আকাংখা প্ৰবল ভাবে জাগৃত হৈছিল। বাপা-খুড়াক সেই দৰ্শনৰ উপায় সুধিছিল। বাপাখুড়াই সুৰ লগাই গাই শুনাইছিল—

"কৃষ্ণ কথা শ্ৰৱণত শুদ্ধ হৈব মন।
সৰ্ব্বদায় কৰিবেক কৃষ্ণৰ কীৰ্ত্তন॥
কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত।
আছন্ত ঈশ্বৰ হৰি সমস্ত ভূতত॥

হেন জানি প্ৰাণীক কৰিব্া সতকাৰ।
তেবেসে কৃষ্ণত মতি হৈবেক তোমাৰ।
হৰিৰ সেৱাত কিছু নাহিকৈ প্ৰয়াস।
আপুনি নৈবন্ত হৰি হৃদয়ত বাস ॥"

সেই যে সন্ধকালতে ঈশ্বৰৰ কথা শিৱকান্তৰ অন্তৰত প্ৰৱেশ কৰিলে, সেই ভাব আৰু অন্তৰৰ পৰা চেমনীয়া কালতো ওলাই নগ'ল। যিটো বয়সত ল'ৰা-ছোৱালীবোৰে লুকাই চুৰকৈ যৌন ভাবোদ্দক পুথি পঢ়ে, সেই সময়তো শিৱকান্তই কীৰ্ত্তন, দশমৰ মোহ এৰা নাছিল। বাপাখুড়াৰ নিৰ্দ্দেশ মতে পদ্যত লিখা আখ্যানবোৰ প্ৰবন্ধ আকাৰে লিখি উলিয়াইছিল। স্কুলীয়া আলোচনীত মাজে সময়ে প্ৰকাশো পাইছিল। বাপাখুড়াই তাকে লৈ গৌৰৱ কৰিছিল— "শিৱকান্ত মোৰ এই দুখন হাতৰ দহো আঙুলিৰে চেকি চেকি অনা গৰম গাখীৰৰ তপত সৰ।"

কোনোবা বৈজ্ঞানিকে 'ইউৰেকা' 'ইউৰেকা' বুলি চিঞৰি উঠাৰ দৰে বাপাখুড়াইও ৰাধাকান্ত দাদা আৰু গাওঁবুঢ়াৰ আগত চিঞৰি উঠিল— 'পাত্ৰ বিচাৰি পাইছো দাদা।" গাওঁবুঢ়াই প্ৰশ্ন কৰিলে— 'কাক?' বাপাখুড়াই উত্তৰ দিলে — 'শিৱকান্তক।'

ৰাধাকান্তই কোনো উত্তৰ নিদিলে। কিবা এক আবেগৰ বন্দী হৈ বাপাখুড়াই সেই স্থান তৎমুহূৰ্ত্তে পৰিত্যাগ কৰিলে। গাওঁবুঢ়াও পিচে পিচে গ'ল। ৰাধাকান্তই বহুপৰলৈ দুয়োজনকে একেথৰে চাই থাকিল।

বাপাখুড়া পিচদিনাখন আগবাঢ়িছিল গুৱাহাটী চহৰ অভিমুখে। শিৱকান্তক গুৱাহাটীতে লগধৰি সকলো কথা ভাঙিপাতি কোৱাৰ অভিপ্ৰায়ে। শিৱকান্তই বাপাখুড়াৰ মুখে সকলো কথা শুনি লেক্-

চেকাই হাঁহি কলে— "বাপাখুড়া! অপাত্ৰত তুমি বিচাৰ কৰিলা।"

বাপাখুড়াই দৃঢ় কণ্ঠে কলে— "নহয় বাপা। মই থিকেই বিচাৰ কৰিছো। ঈশ্বৰ ভকতৰ লক্ষণ আছে। মানুহে ইচ্ছা কৰিলে পণ্ডিত হব পাৰে, ৰজা হব পাৰে, ধনী হব পাৰে; কিন্তু পদ্ম-পত্ৰৰ পানী সদৃশ ঈশ্বৰ ভক্তিক ধৰিব নোৱাৰে। সেই কাৰণে গীতা শাস্ত্ৰই কৈছে "মনুষ্যানাং সহস্ৰেষু।" তই পাবিবি বোপাই, মোৰ দৃঢ় বিশ্বাস তই পাবিবি।"

ঃ কিন্তু বাপাখুড়া! তুমিও দেখোন ওৰেটো জীৱন ঈশ্বৰ ঈশ্বৰ কৰি কটাইছিলা। কিবা জানো বিচাৰি পালা?"

ঃ একো নেপালো তাৰ বাবে মোৰ কোনো খেদ নাই। কিন্তু এটা বিশেষ বস্তু বিচাৰি পালো বাপা— "পৰমাৰ্থ"।

ঃ কিহৰ পৰমাৰ্থ খুড়া?

ঃ এই খিনি পঢ়ি চা! ইয়াতেই বিচাৰি পাবি।

—বাপাখুড়াই কাষলতিৰ তলৰ গৰা ফুলাম গামোচাৰে মেৰিয়াই অনা কাগজ চাৰিখিলাৰ নুৰা এটা শিৱকান্তৰ হাতত দি কলে— "পঢ়ি চা!"

বাপাখুড়াৰ আখৰ। শিৱকান্তই আখৰ দেখিয়েই চিনি পালে। পাখীৰ কলমেৰে, কেহেৰাজ থেতেলিয়াই থালিৰ তলৰ চাইৰে লেটিয়াই মহীচুঙাত চেপি চেপি উলিওৱা চিঞাঁহিৰে লেখা। কাউৰীঠেঙীয়া আখৰ, 'ক'টোৰ চুক তিনিটানে চাৰিটা ধৰাই টান। শিৱকান্তই পৰম আগ্ৰহেৰে পঢ়ি গ'ল—

॥ ১ ॥ মাধৱদেৱ মহাপুৰুষে ঘোষা শাস্ত্ৰত লিখিছে— "গোবিন্দ, গোবিন্দ, গোবিন্দ, গোবিন্দ, গোবিন্দ ৰাম মুৰাৰী। অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী।" —এই ঘোষাষাৰ প্ৰত্যহ মই যিমানেই তিনিসন্ধ্যা ভোৰতাল বজাই প্ৰসঙ্গ গাইছো, সিমানেই মই এষাৰ কথা চিন্তা কৰিছো, এই পৃথিৱীখনৰ মালিক কোন? এই মাটিবোৰ কাৰ? পৰ্ব্বত-পাহাৰ, হাবি-বন, নদ-নদী, ভৈয়াম-

জংগল, এই সকলোবোৰৰ অধিকাৰী কোন ? নিঃসন্দেহে স্বয়ং ভগবান। নহলে মাধৱদেৱে মহাপুৰুষে "অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী" বুলি এনেয়ে লিখিছেনে ? তেওঁ জানো ঈশ্বৰ পুৰুষ হৈ মিছা লিখিছিল ? তেন্তে মানুহে নিজকে নিজে সেইবোৰৰ চৰম অধিকাৰী বুলি দম্ভ মাৰে কিয় ? ঈশ্বৰৰ সৃজিত বাঘ, ভালুক, হাতী, শিয়াল, সিংহ, বান্দৰ আদি জন্তুবোৰৰ সেইবোৰৰ ওপৰত জানো অধিকাৰ নাই ? তেন্তে মানুহে পাহাৰ ভাঙি, বন-জংগলবোৰত জুই লগাই দি নিৰ্ভয়ে বাস কৰি থকা সেই জীৱবোৰৰ পৰা মাটিৰ দখল কাঢ়ি আনে কিয় ? শঙ্কৰদেৱে মহাপুৰুষে জানো "কুক্কুৰ, শৃগাল, গৰ্দ্দভৰো আত্মাৰাম" বুলি লিখা নাই ? আত্মাৰাম যদি সকলোতে পৰিব্যাপ্ত হয়, তেন্তে সেই আত্মাৰামকেই "হিংস্ৰজন্তু" আখ্যা দি সিহঁতৰ পৰা মাটিৰ দখল কাঢ়ি অনাৰ অধিকাৰ ক'ত ?

মানুহে মানুহক শোষণ কৰা বুলি কয়— এই কথাষাৰ মই নেমানো। মানুহে জীৱনক শোষণ কৰিছে— এই কথাষাৰ মই মানো। মানুহৰ দ্বাৰা প্ৰণয়িত সকলো ধৰণৰ আইন, কানুন, বিচিত্ৰ বিজ্ঞান সকলোবোৰ মানুহৰ সুখৰ কাৰণেই নিৰ্মিত। তাত উৰণ, বুৰণ, সজন, গমন এই চাৰিমুঠি জীৱৰ স্বাৰ্থৰ কথা ভবা হোৱা নাই। কৰবাত যদি ভবা হৈছে তাতো আছে স্বাৰ্থ বিবৰ্জিত। গৰুৰ পোৱালি বছৰেকে ডেৰবছৰে এটাকৈহে জনম পায়, বাঘৰ পোৱালী কিন্তু বছৰেকত তিনি-চাৰিটা। অথচ গোটেই জগৎ গৰু নামৰ জীৱৰ দ্বাৰা ভৰপূৰ কৰণ ইহঁতে মানুহৰ প্ৰাণ ধাৰণত সহায় কৰে। মানুহেও সিহঁতৰ বংশ বৃদ্ধিত সহায় কৰে। গৰুৱে মানুহক কামুৰি খোৱা হলে, গৰু নামৰ জীৱৰ অস্তিত্ব সম্পৰ্কে প্ৰাণীজগতত সন্দিহান হ'ল হেতেন ? ॥ ১ ॥

॥ ২ ॥ এয়া ভগৱন্তৰ আশীৰ্ব্বাদ নে অভিশম্পাত কব নোৱাৰো, কিন্তু মানুহ নামৰ জীৱ বিশেষে বাঘ, ভালুক, সিংহ আদি জন্তু-বোৰক শোষণো কৰে, শাসনো কৰে। সেয়ে সিহঁতে মানুহৰ

ভয়তে পলাই ফুৰে। হিংস্র মানুহতকৈ জীয়াংস্ জীৱ পৃথিৱীৰ বুকুত কোনো হব নোৱাৰে। হিংস্র মানুহক এটা জনমৰ মই-মতালিৰ শাস্তি দিবৰ বাবে সেয়েহে ঈশ্বৰে অদৃশ্যৰূপে সৰ্ব্বত্ৰতে ঘূৰি ফুৰে। তেৱেঁই সন্তৰ কৃপা কাৰক, দোষীৰ শাস্তি বিধায়ক। নৰৰূপত তেওঁকেই নৰহৰি বোলে। সেয়াই তেওঁৰ অৱতাৰ বাদ বুলি জ্ঞানীলোকে সেৱা, পূজা কৰে। হিন্দু শাস্ত্রত সিংহৰ সৈতে দূৰ্গাৰ পূজা, এন্দুৰৰ সৈতে গণেশৰ পূজা, ময়ূৰৰ সৈতে কাৰ্ত্তিকৰ পূজা, হাতীৰ সৈতে বিশ্বকৰ্ম্মাৰ পূজা, ফেঁচাৰ সৈতে লক্ষ্মীৰ পূজা, ৰাজহাঁহৰ সৈতে সৰস্বতীৰ পূজা, গৰুড়ৰ সৈতে কৃষ্ণৰ পূজা হয়। কিন্তু মানুহৰ সৈতে ঈশ্বৰৰ কতো পূজা নাই। মানুহৰ দ্বাৰা অবহেলিত জীৱ-জন্তুবোৰ ঈশ্বৰৰ সৈতে কিয় বাৰু পূজাৰ পাত্র হয়? মানুহে পূজা কৰে, ঈশ্বৰে হাঁহি মাৰে। সেয়া তৃপ্তিৰ-নে বিদ্রূপৰ হাঁহি ঈশ্বৰেহে জানে।। ২ ।।

।। ৩ ।। মানুহৰ দৰে বিকাৰগ্ৰস্থ জীৱ চাগে ঈশ্বৰ সৃষ্টিত আন কোনো নাই। বিকাৰগ্রস্থ জীৱক বিকাৰৰ শূণ্য কৰাৰ প্রচেষ্টাতেই ঈশ্বৰৰ সাধনা। এডাল চুলিৰ সমান বিকাৰগ্ৰস্থতা মনুষ্য স্বভাৱত থাকিলে, সেই আত্মা সেই দেহ ঈশ্বৰ-কৃপাৰ বাবে অসমৰ্থ হৈ থাকে। সেই কাৰণে গুৰুজনাই নামৰ মাহাত্ম্য বৰ্ণনা কৰি লিখিছে— "পৰম বান্ধৱ হৰিৰ নাম। যি জনে তাক লবৈ অবিশ্ৰাম ।। তাৰ সাতকাৰ্য্য সাধিব দেখা। প্ৰতি প্ৰতি লোৱা সাতৰো লেখা ।। প্ৰথমে দহিব পাতক চয়। কৰিবে মহাপুণ্য অভ্যুদয় ।। কৰাইবে বিষয়ত বিৰকতি। কৃষ্ণত পোৱাইবে প্রেম ভকতি ।। উপযাইবে অতি বৈষ্ণব জ্ঞান। মায়াক কৰিবে দহি নিৰ্য্যান ।। চৈতন্য মূৰ্ত্তি পূৰ্ণানন্দ হৰি থৈবেক তেন্তে এৰে এক কৰি ।।" ।।৩।।

।।৪।। দেবভাবাপন্ন মানুহহে দৰাচলতে দেৱতাৰ পূজাৰ অধিকাৰী হব পাৰে। হিংসা, দ্বেষ আদি বিগুণবোৰ অন্তৰত

পোষণ কৰি কৰা দেৱতাৰ পূজা আৰু বজৰুৱা নাৰীয়ে অন্নৰন্ধন কৰা একেই কথা। সেয়েহে ভক্তসকলে ভগৱন্তৰ ওচৰত সততে প্ৰাৰ্থনা কৰে– "হে প্ৰভু! মোৰ এই দেহ দেৱমন্দিৰলৈ ৰূপান্তৰ কৰাৰ পথত যিবোৰ বদ্‌গুণ অন্তৰায় হৈ আছে, কৃপা কৰি সেইবোৰ আঁতৰ কৰি দিয়া।"

ব্ৰহ্মত্ব প্ৰাপ্ত নোহোৱাকৈ কোনো মানুহ শুদ্ধ হব নোৱাৰে। মাধৱদেৱে ঘোষাশাস্ত্ৰ "কৃষ্ণ নিগদতি অৰ্জ্জুনত, দেহাদিকো আমি অতিক্ৰমি, হৈয়া আছো শুদ্ধ ব্ৰহ্মতো কৰি উত্তম" বুলি উল্লেখ কৰিছে। সেই কৃষ্ণইহে জগতক আনন্দ দান কৰিব পাৰে। ইয়াত দৈৱকী নন্দন কৃষ্ণকেই কৃষ্ণ বুলি ধৰি থাকিলে কৃষ্ণৰ সীমিত কৰণ হব। মাধৱদেৱে "কৃষ্ণ হেন শব্দ ইটো, পৃথিৱী বাচক ভৈলা, ন আনন্দত প্ৰৱৰ্ত্তয়" বুলি এনেয়ে লিখা নাই। পৃথিৱীখনক যেয়ে আনন্দ দান কৰিব পাৰে, সেয়েই কৃষ্ণ। সেই কৃষ্ণইহে ব্ৰজবাসীৰ শাসক হব পাৰে, তেওঁৰ চকুৰ ইঙ্গিতত জনজীৱনৰ ব্যথিত হৃদয়ত সুখৰ সন্ধান উদ্ভাসিত হয়। "যক্ষ-ৰক্ষ স্ত্ৰী সূদ্ৰ যত ব্ৰজবাসী। পক্ষী মৃগ বিষ্ণু ভৈলা কৃষ্ণত উপাসি॥" বুলি এনেয়ে লিখা নাই। সেই কৃষ্ণক হৃদয়ত বিচাৰ কৰিবলৈ হলে, হৃদয়ত তেওঁৰ চৰণৰ পৰশ অনুভৱ কৰিবলৈ হলে হৃদয় হব লাগিব বোৱতি নদীৰ স্বচ্ছ জলাধাৰৰ দৰে। নদীৰ সোঁতৰ আবৰ্জ্জনাবোৰে সমুদ্ৰমুখী নদীৰ গতিত বাধাহে জন্মাই। মনুষ্য হৃদয়ৰ কৌটিকলিয়া আবৰ্জ্জনাবোৰো ঈশ্বৰমুখী মহাসমুদ্ৰৰ মহামিলনৰ পথত অন্তৰায় হে মাথোন! যিমান সোনকালে পাৰা সেই আবৰ্জ্জনাবোৰ আঁতৰাই দিয়া। পবিত্ৰ জলধাৰাৰ পবিত্ৰ পলস পৰি হৃদয় কমল প্ৰস্ফুটিত হব! সেই হৃদয় কমলৰ মধুপান কৰিবৰ অভিলাসে ভক্তিলোভী ভগৱন্ত কৰবাৰ পৰা আপোনা আপুনি লৰি আহিব। হৃদয় কমল মধুকৰৰ মধুগুঞ্জণত মুঞ্জৰিত হব ॥৪॥

বাপাখুড়াই লিখা চাৰিখিলা কাগজ পঢ়ি শিৱকান্তই আচৰিত হৈ কলে— "বাপাখুড়া! এয়াদেখোন গভীৰ দৰ্শনৰ কথা। তুমি

এইবোৰ ক'ত শিকিলা ?" বাপাখুড়াই হাঁহি মাৰি কলে— 'দৰ্শন চৰ্শন সেইবোৰ মই একো নেজানোঅ' বোপা। মই মাত্ৰ জানো হৰিৰ চৰণত শৰণ। শিৱকান্তই কলে— "তুমি মোক কাগজ চাৰিখিলা দি থৈ যোৱা। মই কৰবাত আলোচনী কাকতত তোমাৰ নামতে প্ৰকাশ কৰিম।"

কথাশুনি বাপাখুড়াই দুয়োখন হাত জোকাৰি জোকাৰি কলে— "নাই, নাই, বাপা। মই সেইবোৰ প্ৰচাৰ কৰিবলৈতো লিখা নাই। মই লিখিছো তোৰ কাৰণে। তই অগ্ৰসৰ হ বাপা! বাসুদেউ থানৰ 'সোণৰ বাসুদেউ' তোৰ হৃদিতে প্ৰকাশ পাব। এয়া মোৰ আজন্ম সাধনাৰ বিশ্বাস বাপা।"

"কিন্তু বাপাখুড়া! ঈশ্বৰ জানো সঁচাকৈয়ে আছে?" —শিৱকান্তই গভীৰ বিস্ময়েৰে বাপাখুড়াক প্ৰশ্ন কৰিলে।

"ছিঃ ছিঃ বাপা! তই সেইবোৰ প্ৰশ্ন কিয় সুধিলি? তই জানো ৰামকৃষ্ণ পৰমহংসদেৱৰ কথা শুনা নাই বাপা? বিবেকানন্দ ইও পৰমহংসদেৱক সেই একেষাৰ প্ৰশ্ন সুধিছিল। প্ৰত্যুত্তৰত পৰমহংস দেৱে কি কৈছিল জান? "তোমাদিগকে যেমন দেখিতেছি, তোমাদিগের সহিত যেমন কথা কহিতেছি, এইরূপে ঈশ্বরকে ও তাঁহার সহিত কথা কহা যায়, কিন্তু ঐরূপ করিতে চাহে কে? লোকে স্ত্রী-পুত্রের শোকে ঘটি ঘটি চক্ষের জল ফেলে, বিষয় বা টাকার জন্য ঐরূপ করে, কিন্তু ঐশ্বরকে পাইলাম না বলিয়া ঐরূপ কে করে বল? তাহাঁকে পাইলাম না বুলিয়া যদি ঐরূপ ব্যাকুল হইয়া কেহ তাহাঁকে ডাকে তাহা হইলে তিনি নিশ্চয় তাহাকে দেখা দেন" —পৰমহংসদেৱে খিকেই কৈছিল বাপা। অৰ্থ, মান, যশৰ পিচত মানুহ বলিয়া কিন্তু ঈশ্বৰৰ নামত? তেন্তে বেদ, বেদান্ত, শ্ৰুতি পুৰাণৰ কথাবোৰৰ জানো কোনো অৰ্থ নাই? অন্ধকাৰৰ অটল গহ্বৰত জানো অন্ধ-বিশ্বাস বুলি সেইবোৰ কথা চিৰদিন লুকাই থাকিব? সেইবোৰৰ

সত্যতা উদ্ঘাটন কৰিবলৈ জানো কোনোজন ওলাই নাহিব? তোৰ ওচৰলৈ মই বহুতো আশা লৈ আহিছো বাপা।"

—বাপাখুড়াৰ চকু চলচলীয়া হ'ল। ক্ষন্তেক জিৰণী ললে। তাৰ পিচত পুনৰাই লাহে লাহে কলে—

"একচন্দ্রে জগতৰ অন্ধকাৰ হৰে।
অসংখ্য তৰাই তেনে কদাপি নোৱাৰে।"

—তমসা ৰাতি পৃথিবীৰ অন্ধকাৰ আতৰাবলৈ তই যিমানেই বিজুলী বাতিৰ যোগান নধৰ কিয়, চন্দ্রৰ পোহৰক কিন্তু কোনেও নোৱাৰে। কিন্তু সূৰ্য্যৰ পোহৰ অবিহনে চন্দ্ৰৰ জানো কিবা অস্তিত্ব আছে? মনুষ্য জীৱনতো সেই একেই কথা বাপা। কৃষ্ণ সূৰ্য্য অবিহনে মনুষ্য জন্ম বৃথা। কৃষ্ণ সূৰ্য্যৰ পোহৰ পৰিলেহে মানব চন্দ্ৰ উজ্জ্বলি উঠে, সেই পোহৰত মানব সমাজৰ পৰা জীৱ-জন্তু, কীট পতঙ্গলৈ সকলো প্রাণী আহ্লাদিত হৈ উঠে। মনুষ্য হৃদয়ত যেতিয়া বিষ্ণু বুদ্ধিৰ উদয় হয় বাপা, তেতিয়া জীৱক মাৰি জীৱই খোৱা কথা সমাজৰ পৰা আপোনা আপুনি আঁতৰি যায় বাপা। দৈত্যশিশুও বৈষ্ণৱলৈ ৰূপান্তৰিত হয় বাপা। "গুৰুৰ শিক্ষাত আৰু কেহো নেদে মতি। ভাগৱত ধৰ্ম্মত সবাৰো ভৈল ৰতি।।" মই তোক সৰুৰে পৰা প্ৰহ্লাদৰ দৰে ঈশ্বৰ পৰায়ণ হবলৈ শিকাই-ছিলো বাপা। প্ৰহ্লাদৰ স্তুতিতহে ভগবান সন্তুষ্ট হয়, দৈত্যৰাজৰ হাতৰ পৰা পৃথিবীখন উদ্ধাৰ কৰিবলৈ স্তম্ভৰ ভিতৰৰ পৰা ওলাই আহে।

ৰামকৃষ্ণ পৰমহংসদেৱে কৈছিল বাপা—"মানবের সকরুণ প্রার্থনা ঈশ্বর সর্ব্বদা শ্রবণ করিয়া থাকেন এবং তোমাতে আমাতে যেভাবে বসিয়া কথোপকথন করিতেছি ইহা অপেক্ষাও স্পষ্টতর-ভাবে তাঁহাকে দেখিতে, তাঁহাৰ বাণী শ্রবণ করিতে ও তাঁহাকে স্পর্শ করিতে পারা যায়, একথা আমি শপত করিয়া বলিতে প্রস্তুত আছি।" মোৰ প্ৰাৰ্থনা ভগৱানে শুনিলেনে নুশুনিলে মই

নেজানো বাপা, কিন্তু তোৰ দৰে ল'ৰা এটি অৱস্থাতে মই হাতত পালো। সেয়াই মোৰ ওপৰত প্ৰভুৰ কৃপা। মোৰ অসমাপ্ত কামখিনি তই সমাপ্ত কৰিবি বাপা— প্ৰভুক তই প্ৰত্যক্ষ দৰ্শন পাবি। সিদিনাখন তই প্ৰভুক এষাৰ কথা সুধিবি বাপা— "ভাৰতবৰ্ষত ঈশ্বৰ বিহীন জীৱন জানো কাহানিবা সম্ভৱ হয়? এইখন দেশৰ ধৰ্ম্মনীতি, অৰ্থনীতি, ৰাজনীতি, সমাজ নীতি সকলো-বোৰ দেখোন ভাগৰি পৰিছে। তেওঁৰ জানো কৰিবলৈ একোকেই নাই? এইখন দেশৰ হেজাৰ বিজাৰ দৰিদ্ৰ ভিকহুৰ চিঞৰত জানো প্ৰভুৰ অনন্তশয়ন কঁপি উঠা নাই?"

বাপাখুড়া কিছু সময় মৌন হৈ ৰ'ল। পুনৰাই অভিমানৰ সুৰত কলে— "মোৰ প্ৰভুৱে এইখন পৃথিৱী স্ৰজন কৰিছে, পালন কৰিছে, সংহাৰ কৰিছে। এইবুলি যে তেওঁ শাসনো কৰিব এই কথা মই সপোনতো চিন্তা কৰা নাই। কিন্তু এইষাৰ কথা হলে মই ভাবিছো বাপা— প্ৰভুৱে এইখন পৃথিৱী কেইজনমান ঈশ্বৰ পৰায়ণ ব্যক্তিৰ হাতত গটাই দিয়ক, যিসকলৰ হৃদয়ত আছে— "ধনজন পাপ পুত্ৰ সবে পৰিবাৰ। সমস্ত অবস্ত অনুমাত্ৰ নুহি সাৰ।" —তেওঁলোকেহে পাহৰিব বাপা, মোৰ গভীৰ বিশ্বাস— দেশৰ মানুহক দুবেলা দুমুঠি অন্ন দিবলৈ পিন্ধিবলৈ এখন কাপোৰ দিবলৈ, থাকিবলৈ এটা ঘৰ দিবলৈ আৰু মনুষ্য জনমৰ পৰমাৰ্থ তত্ত্বৰ জ্ঞান দিবলৈ।"

বাপাখুড়াই শিৱকান্তৰ ফালে একেথৰে চাই হঠাতে বৈ গ'ল। শিৱকান্তই কিবা এক মন্ত্ৰমুগ্ধ মানবৰ দৰে বাপাখুড়াক সাবটি ধৰি কলে— "মই তোমাক প্ৰতিশ্ৰুতি দিছো খুড়া। মই তোমাৰ কথা ৰাখিবলৈ যত্ন কৰিম।"

৯

সেইদিনাৰ পৰা শিৱকান্ত আগতকৈ বহুপৰিমাণে সলনি হৈ গ'ল। কিবা ভাবুক প্ৰকৃতিৰ হৈ পৰিল। ঘৰলৈ আহিলেও ধৰিত্ৰী-

ধৰিত্ৰী লগত বিশেষ কথা ৰতবা নেপাতে। বাপাখুড়াৰ লগতে দিনৰ দিনটো কথা পতাৰ উপৰিও ৰাতি এপৰলৈ কথা পাতি থাকে। ৰাধাকান্তই শিৱকান্তৰ এই পৰিবৰ্ত্তনৰ অৰ্থ বুজি পাইছিল, ধৰিত্ৰীয়ে কিন্তু একো বুজি পোৱা নাছিল। ধৰিত্ৰীয়ে এদিন ৰাধাকান্তক মনে মনে সুধিছিল— "আমাৰ তেওঁ আজিকালি ঘৰলৈ আহিলে, বাপাখুড়াৰ লগত কি কথা পাতি থাকে? মানুহজনো দেখোন আজি কালি বহুত পৰিবৰ্ত্তন হ'ল। কিবা ভাবুক হৈ পাৰিল।" ৰাধাকান্তই বিশেষ একো নকলে। খুউব গহীন গম্ভীৰ ভাবে এষাৰ কথাই কলে— "যাৰ বাপেক সত্য, তাৰ পুতেকো সত্য।" ধৰিত্ৰীয়ে কিন্তু এইষাৰ কথাৰ কোনো অৰ্থ বুজি নেপালে। শেষত এদিন শিৱকান্তক সকলো কথা খোলাখুলি ভাবে সুধি পেলালে।

শিৱকান্তই প্ৰথমতে সকলো কথা খোলাখুলি ভাবে কবলৈ ভয় খাইছিল। তেওঁ ভাবিছিল কথাবোৰ শুনি ধৰিত্ৰীৰ যদি মানসিক স্থিৰতা হেৰাই যায়। তাই যদি ভাবে শিৱকান্তই তাহানিৰ সেই গৌতম বুদ্ধৰ দৰে তাইক, হাতত সাৰে ভৰিত সাৰে এৰি থৈ পৰম সত্যৰ অনুসন্ধানত গৃহত্যাগী হয়। কিন্তু শিৱকান্তক পৰম আচাৰ্য্যান্বিত কৰি তাই সকলো শুনি কলে— 'তুমি জানো পাৰিবা? এই পথ বৰ কঠিন পথ। শাস্ত্ৰজ্ঞ সকলে 'অসিধাৰ ব্ৰত' বুলি ঘোষণা কৰিছে।"

শিৱকান্তই লাহেকৈ কলে— 'কিন্তু চেষ্টা কৰি চোৱাত জানো আপত্তি আছে?' ধৰিত্ৰীয়ে উত্তৰ দিলে—'একো নাই। কিন্তু পথ বৰ কঠিন; দুটা বস্তুৰ প্ৰয়োজন, ধৈৰ্য্য আৰু যত্ন।"

শিৱকান্তই প্ৰত্যুত্তৰত কলে— "তুমি আছা নহয় পথভ্ৰান্তিৰ নিৰ্দ্দেশিকা ৰূপে। ধৈৰ্য্য কিম্বা যত্নৰ অভাৱ হলে সোঁৱৰাই দিবা"

ঈষৎ হাঁহি মাৰি ধৰিত্ৰীয়ে কলে— "মোৰ কি সামৰ্থ্য আছে শিৱ! পথভ্ৰান্তিৰ নিৰ্দ্দেশিকা হবৰ বাবে। কিন্তু এটা কথা হলে মই বৰকৈ অনুভৱ কৰিছিলো, এই পথত কোনোবা এজন আগবাঢ়ি যোৱাৰ প্ৰয়োজন আছে।"

শিৱকান্তই কোনো উত্তৰ নিদিলে। ধৰিত্ৰীয়ে পুনৰাই ক'লে—"মানুহে ভূ-গৰ্ভৰ একেবাৰে নিভৃতম কোণত কি পদাৰ্থ লুকাই আছে তাক বৈজ্ঞানিক বিশ্লেষণৰ দ্বাৰা আবিষ্কাৰ কৰিবলৈ সমৰ্থ হৈছে; সমুদ্ৰৰ অতল গহ্বৰত কি বস্তু লুকাই আছে তাকো আবিষ্কাৰ কৰিবলৈ সমৰ্থ হৈছে; কিন্তু এজন মানুহৰ অস্থি চৰ্ম্মেৰে নিৰ্ম্মিত দেহটোৰ অন্তৰালত কি শক্তি লুকাই আছে, তাক বিচাৰ কৰিবলৈ সমৰ্থ হোৱা নাই; আহৰি পোৱা নাই। মানৱৰ আত্মিক শক্তিৰ বিশ্লেষণ হোৱা নাই। কেবল এটা বিশেষ বৃত্তিৰ দ্বাৰা মানুহৰ জীৱন ধাৰণেইতো মনুষ্য জন্মৰ চৰম উদ্দেশ্য নিৰ্ণিত হব নোৱাৰে। দুবেলা দুমুঠি খাই লৈ জীয়াই থকাই মনুষ্য জন্মৰ যথাৰ্থ হব নোৱাৰে। মানুহৰ জন্মৰ লগতে হয়তো কৰ্ম্মৰ বান্ধোন আছে। এই কৰ্ম্মৰ বান্ধোন উপযুক্ত ভাবে নিৰ্ণয় কৰিবলৈকেই হয়তো ঈশ্বৰ সাধনা। অন্নবস্ত্ৰৰ সমস্যা সমাধান হোৱা দেশবোৰতো দেখোন মানুহে শান্তি পোৱা নাই। তেওঁলোকে হয়তো বিচাৰ কৰি চোৱাৰ প্ৰয়োজন আছিল, মনুষ্যজনমৰ কৰ্ম্মৰ লগত পৰম শান্তিৰ উৎস বাৰু ক'ত?"

ধৰিত্ৰীৰ এনেকুৱা তত্ত্ব সমৃদ্ধ কথাৰ উত্তৰ শিৱকান্তই কেনেদৰে দিব ভাবি পোৱা নাছিল। মাথোন, ধৰিত্ৰীয়েও যে পৃথিৱীৰ কিবা এক আমূল পৰিবৰ্ত্তনৰ কথা চিন্তা কৰিছিল, তাৰ যে তেওঁ ইমান দিনে কিয় উমান পোৱা নাছিল, তাৰ বাবেহে মনত সঙ্কোচ ভাবে থাই লৈছিল। পৰিস্থিতিটো পাতল কৰিবলৈ শিৱকান্তই ৰগৰ কৰি ক'লে— 'ধৰিত্ৰী! মই যদি বাবাজী হওঁ!" ধৰিত্ৰীয়ে পোনচাটে উত্তৰ দিলে— "কিয়? গুৰুজনা জানো বাবাজী আছিল? তুমি এবাৰহে বিয়া কৰাইছা; গুৰুজনাই দুবাৰ কৰাইছিল।" শিৱকান্তই কিবা এক আবেগত আপ্লুত হৈ ধৰিত্ৰীৰ গালেমুখে হাত ফুৰাই ক'লে— "ধৰিত্ৰী! তুমি সঁচাকৈয়ে ধৰিত্ৰী।"

দিন বাগৰাৰ লগে লগে ৰাধাকান্তৰ দেহৰ অৱস্থা বেয়া হৈ আহিল। উশাহ লবলৈ বৰ কষ্ট পোৱা হ'ল। মূৰশিতানত কেবাটাও গাৰু বাখি দেহাৰ ওপৰৰ অংশ বিচনাৰ পৰা অতি কমেও এহাত মান ওপৰলৈ এচলীয়াকৈ ৰাখিলেহে উশাহ লব পাৰে। গাল দুখন ভাঙি ভিতৰলৈ সোমাই গৈছে। নাকৰ পাহি দুটাও লাহে লাহে হালি পৰিছে। শিৱকাই ছুটি লৈ আহি দেউতাকৰ কামতে লাগি থাকিলে। ডাক্তৰৰ মতে আৰু বেছি দিনৰ প্ৰয়োজন নাই। শিৱকান্তই সেই সময়ত মাত্ৰ এষাৰ কথাই চিন্তা কৰিছিল, সেই সময়ত নিখিলানন্দ আহি পোৱা হলে। আজি এবছৰ হ'ল তাৰ কোনো খা-খবৰ নাই। এম-এ প্ৰিভিয়াছ নিদিয়াকৈ সি ইউনিভাৰ্চিটি বিসৰ্জ্জন দিলে। কৰবাত পাৰ্টিৰ কামতে ঘূৰি ফুৰিছে। পাৰ্টিৰ কামতে সি হেনো আজিৱন কটাব। যাওঁক, দেউতাকৰ মৃত্যুন্মুখী জীউই তাক এবাৰ দেখা পোৱা হলে!

দেউতাকেও মাজে সময়ে নিখিলানন্দলৈ মনত কৰিছিল। নিখিলানন্দৰ কথা উলিওৱা তেওঁৰ মাজে সময়ে দুচকুৰে দুটোপাল তপত চকুলো সৰে। লখিমীৰ যে কথাই নাই। "সৰুবাপু" বুলি কলেই পেন্ পেন্কৈ কন্দি দিয়ে। লগ-সঙ্গবোৰক গালি শপনি পাৰে। 'সঙ্গদোষত ল'ৰা নষ্ট হয়" এই কথাষাৰ হওঁকে নহওঁকে দোহাৰি নিজৰ ল'ৰাৰ দাই দোষ মৰিষণ কৰিবলৈ দেউতাকৰ ওচৰত জেউৰ ধৰে।

কিন্তু সকলোকে আচৰিত কৰি এদিন নিখিলানন্দ আহি পাইছিল। গুৱাহাটীত হেনো কাৰবাৰ মুখে খবৰ পাইছিল—দেউতাকে তেজ বমি কৰিছে বুলি। খবৰ পায়েই সি বৈ থাকিবলৈ ধৈৰ্য্য হেৰালে।

নিখিলানন্দই আহিয়েই দেউতাকৰ ওচৰলৈ গৈ কাষত থকা

সকলক সুধিলে— "দেউতাই তেজ বমি কৰিছে?"

কোনেও একো উত্তৰ নিদিলে।

ধৰিত্ৰীয়ে মূৰ দুপিয়ালে।

লখিমীয়ে পিচফালৰ পৰা আহি নিখিলানন্দক সাৱতি ধৰি কান্দি দিলে— "তই ইমান দিনে ক'ত লুকাই আছিলি অ' মোৰ কলিজা?"

গাওঁখনত মুহূৰ্তৰ ভিতৰতে প্ৰচাৰ হৈ গ'ল— "সৰুবাপু আহি পাইছে!" গাওঁৰ মানুহবোৰ ৰাধাকান্তৰ খবৰ লোৱাৰ মন কৰি আহি আলেঙে আলেঙে নিখিলকহে চাই গ'ল। ৰাধাকান্তই খবৰ লবলৈ অহা মানুহবোৰৰ প্ৰত্যেককে কলে— "আজি মোৰ মনটো বৰ ফৰকাল লাগিছে। মই চাগে আৰু বহুদিন বাচি থাকিম।"

গাওঁৰ মানুহবোৰে ৰাধাকান্তৰ মনৰ ফৰকালৰ কাৰণ বিচাৰি পাইছিল। আজি এবছৰ হ'ল ল'ৰাজনৰ কোনো শুংসূত্ৰ নাছিল, আজি সি দেউতাকৰ তেজ বমি হোৱাৰ খবৰ পায়েই আহি ওলাইছে; হাজাৰেই হওঁক পেটৰ পোৱালী।

সিদিনাখন শিৱকান্তই এসাজ তৃপ্তিৰে খালে। আজি বহুদিনৰ মূৰত তেওঁ সৰুবাপুৰ লগত একেলগে এসাজ খাইছে। ভাত খাই থাকোতে নিজৰ ভাগৰ পৰা মাছ এচকল সৰুবাপুৰ পাতত দি হমুনিয়াহ কাঢ়ি কলে, "তই বৰ ক্ষীণালি অ' সৰুবাপু।" শিৱকান্তই যেন নিখিলানন্দক কব— "হাজাৰেই হওঁক, তই মোৰ ভাই। তয়ো এটা আদৰ্শৰেই প্ৰতীক।" —এনে ভাব তেওঁৰ মনত। ভাত খাই উঠি দুয়োজনে একেলগে দেউতাকক পৰ দি থাকিল। দেউতাকে দুই এটা কথা সুধিলে মাত্ৰ। নিখিলানন্দই যথাযথ উত্তৰ দি গ'ল। দেউতাকে পিচত নিজেই কলে— "ৰাতিটোৰ ভিতৰত মোৰ একো নহয়। দুয়ো শুই থাক গৈ যা।" দুয়ো কিন্তু মান্তি নহ'ল। দুয়োজনে স্থিৰ কৰিলে— আজি গোটেই ৰাতি দেউতাকৰ কাষতে

পৰ দি বহি থাকিব। ধৰিত্ৰীয়ে আহি জোৰ কৰি কলে— "তোমা-লোক দুয়োজন কামৰ কমটোতে বিচনাত পৰি থাকা। মই দেউতাৰ কামত পৰ দি থাকিম। কিবা অসুবিধা হলে মাতিম বাক"।

কামৰ কমটোত ধৰিত্ৰীয়ে ইতিমধ্যে দুয়োজনৰ কাৰণে দুখন বিচনা যতনাই থৈছিল। মুখ হাত ধুই দুয়োজন বিচনাত পৰিল। বহুপৰলৈ দুয়োজনৰে টোপনি নাহিল। আচলতে দুয়োজনৰে সিদিনাখন মন ভালি কথা পাতিবৰ মন গৈছিল। দুয়োজনৰ মাজতে কীলকৈ জ্বলাই থৈ দিয়া লেম্পটোৰ শিখাটো এটা সময়ত কঁপি কঁপি নুমাই থাকিল। কোঠাটো একেবাৰে এন্ধাৰ হৈ পৰিল।

নিৰবতা ভঙ্গ কৰি প্ৰথমে শিৱকান্তই মাত লগালে— "সৰুবাপু! টোপনি আহিল নেকি?

: নাই অহা!

: কথা এটা শুন!

নিখিলানন্দ এন্ধাৰৰ মাজেৰেই শিৱকান্তৰ কাষ চাপি আহিল। শিৱকান্তৰ বিচনাখনতে বহি পৰিল। দুয়ো কথা পাতিবলৈ আৰম্ভ কৰিলে। এটা, দুটা ঘৰুৱা কথাৰ পিচত লাহে লাহে পুনৰাই সেই ৰাজনীতি, সমাজনীতি, অৰ্থনীতি। মাজে মাজে মহৰ কামোৰৰ পৰা দেহ ৰক্ষা কৰাৰ চাপোৰবোৰেহে কথাপতাত ক্ষণিকৰ বাবে বাধা দিয়ে— পিচ্ মুহূৰ্ত্ততে সেই একেই কথা— "দিফা-ৰেন্‌চিয়েশ্বন্ অব্ আইদিয়লজি।" এজনে ভাৱ বাদেৰে বিশ্বখনৰ পৰিবৰ্ত্তন বিচাৰে, ভগবানক প্ৰত্যক্ষ দৰ্শন পাব খোজে; আনজনে বস্তুবাদেৰে বিশ্বৰ বুকুত পৰিবৰ্ত্তন বিচাৰে। ভগবানক পিণ্ডত দি শোষকৰ ৰক্তেৰে পৃথিবীখন ৰঞ্জিত কৰি ৰক্তস্নাতা বসুধাৰ বুকুত শোষণ বিহীন, শ্ৰেণী বিহীন এখন সমাজ গঢ়াৰ সপোন দেখে। দুয়োৰে সপোন একেই সপোন, পথ মাথো ভিন্ন, এজনৰ

যাৰ ঈশ্বৰেই সৰ্বস্ব— আনজনৰ মতে ঈশ্বৰ হ'ল শোষক, সবলৰ হাতৰ যন্ত্ৰ।

মাজতে নিখিলানন্দই তাচ্ছিল্যৰ সুৰেৰে কথা এষাৰ কলে— "কোনো ধৰ্ম যাজকে শোষণ বিহীন, শ্ৰেণী বিহীন সমাজ এখন গঢ়িবলৈ আজিকোপতি সমৰ্থ হোৱা নাই। কিন্তু মাৰ্ক্স, লেনিন, মাওচেতুঙে কোনো ঈশ্বৰৰ চৰণত শৰণ নোলোৱাকৈ শোষণ বিহীন, শ্ৰেণী বিহীন সমাজ গঢ়ি বিশ্বৰ বুকুত চিৰস্মৰণীয় হৈ ৰ'ল।"

প্ৰত্যুত্তৰত শিৱকান্তই কলে— "কিন্তু বিশ্বৰ বুকুত সকলোতে সেই পথ সফল হলেও, ভাৰতবৰ্ষত কিন্তু সেই পথ ফলৱতী নহবও পাৰে। আজন্ম মুক্তিৰোউৰ্দ্ধত চিন্তা কৰা ভাৰতবৰ্ষৰ ব্যক্তি বিশেষক সেই পথেৰে আবদ্ধ কৰি ৰখাটো কণ্টকৰ কাম হবও পাৰে। ৰাজনৈতিক নিয়ম শৃংখলাৰে সমাজ ৰাজ্যোন কটকটীয়া কৰাৰ পিচতো, দুবেলা দুমুঠি সকলো মানুহে খোৱাৰ পিচতো কেইজন-মান ব্যক্তি বিশেষে নিয়ম-শৃংখলৰ পৰা মুক্ত হবলৈ হাহাঁকাৰ কৰি উঠিব পাৰে। পেটত আহাৰ পৰাৰ লগে লগে আত্মাৰ আহাৰ বিচাৰিব পাৰে। সিদিনাখন সিহঁতে হয়তো চিঞঁৰিব পাৰে, "We are born free, we want to die free." আৰু সিদিনা-খন হয়তো সিহঁতে ঈশ্বৰক বিচাৰি হাবাথুৰি খাব পাৰে।"

একে উশাহতে কথাখিনি কৈ শিৱকান্ত কন্তেক মৌন হৈ ৰ'ল। তাৰ পিচত গাৰুৰ তলৰ পৰা জুই বাঁহটো বিচাৰি টেবুলৰ ওপৰত থকা মম বাতিডাল জ্বলাই ললে। পিচত কাষত থকা আলমাৰিটোৰ দুৱাৰ খুলি কিবা এটা হাতৰ কিটিপতে বিচাৰি আনি নিখিলা-নন্দৰ একেবাৰে মুখৰ সন্মুখলৈ নি কলে— "সক বাপু! এয়া চা সক বাপু! এইখন খুকুৰীৰে তই এদিন বাপাখুড়াক হত্যা কৰিবলৈ ষড়যন্ত্ৰ কৰিছিলি; মই এইখন সযত্নে ৰাখি থৈ দিছো! বাপাখুড়াৰ হয়তো এয়াই দোষ আছিল— তেওঁ ওবেটো জীৱন ঈশ্বৰকে বিচাৰি ফুৰিছিল। বাপাখুড়া হয়তো কিবা কাৰণত অসমৰ্থ হোৱাৰ বাবেই

এয়া ঈশ্বৰ প্ৰদত্ত মড়যন্ত্ৰ। মই সেইদিনাৰ পৰাই বিচাৰি ফুৰিছো সৰু বাপু ! বাপাখুড়াই বিচৰা ঈশ্বৰজনকে বিচাৰি ফুৰিছো ! মোৰ এই প্ৰচেষ্টাত যদি সচাঁকৈয়ে অসমৰ্থ হওঁ সৰু বাপু তোৰ হাতত মই এই খুকুৰীখন পুনৰ ওভোতাই দিম। তোৰ সম্মুখত মই বুকু পাতি দিম। তই এই খুকুৰীখন মোৰ বুকুত বহুৱাই, জগতৰ বুকুত প্ৰচাৰ কৰিবি মোৰ বুকুৰ তেজেৰে লিখা মাত্ৰ দুটা শব্দ 'ঈশ্বৰ নাই'।

এই কথাটোকে লৈ দুয়োজনৰ মাজত আকৌ কাজিয়া হ'ল। মাত কথাবোৰ ক্ৰমাৎ উচ্চৰ পৰা উচ্চতৰলৈ ৰূপান্তৰিত হ'ল। শেষত দুয়োজনৰ মাজত তৰ্জ্জন গৰ্জ্জনো হ'ল। কাষৰ কোঠাটোত পৰি থকা ধৰিত্ৰীয়ে বিতৃষ্ণাৰে নিজকে নিজে কলে-- "হে ঈশ্বৰ। এই দুজনৰ আজি ৰাতিটোও সুখেৰে নগ'ল।"

এনেতে ৰাধাকান্তৰ এবাৰ বৰ দীঘলকৈ কাঁহ আৰম্ভ হ'ল। কাঁহি কাঁহি মানুহজন লেৰেজান হৈ পৰিল। মুখেৰে পুনৰ তেজ ওলি হ'ল। ধৰিত্ৰীয়ে দুয়োজনকে চিঞৰি চিঞৰি মাতিলে — "পৃথিবীখনৰ হৈ কাজিয়া কৰি মৰিব নেলাগে। নিজৰ দেউতাৰক চোৱা— শেষ হল এতিয়া।"

দুজন অপৰাধী শিশুৰ দৰে দুয়োজন আহি ৰাধাকান্তৰ দুয়োকাষে থিয় হ'ল। ধৰিত্ৰীয়ে ৰাধাকান্তৰ মুখৰ তেজবোৰ মচি দিলে। ৰাধাকান্তই সেহাই সেহাই কলে—"তহঁত দুয়োজনে আজিও নুশুনিলি। কাজিয়া কৰিয়ে কটাই দিলি। দুয়োজনৰে কথাবোৰ কিছু কিছু শুনিছো যদিও, আটাইবোৰ শুনি পোৱা নাই। কিছু কিছু বুজিছো যদিও আটাইবোৰ বুজি পোৱাও নাই। দুয়োজনৰে দুটা পথ, উদ্দেশ্য কিন্তু এটাই সাধাৰণ মানুহৰ জীৱনৰ মুক্তি। অথচ সাধাৰণ মানুহবোৰে এইবোৰ বুজিয়েই নেপায়!" — এই বুলি কৈ ৰাধাকান্তই কিছু সময় তলকা মাৰি ৰ'ল। তাৰ পিচত লাহে লাহে পুনৰাই কলে— "ইহঁত দুয়োজনৰ গাত মোৰ তেজ আছে" দুয়ো-

জনৰ কণ্ঠত মোৰ কণ্ঠ আছে। দুয়োজনে এটা কাম কৰ। মোৰ 'নাগাবাৰ' দলটো এতিয়াও ভাঙি যোৱা নাই। এইবাৰ তহঁত দুয়োজনে দুটা দল গঠন কৰি ল। দুয়োজনে দুটা পথেৰে সাধাৰণ মানুহৰ মুক্তিৰ বাবে যিবোৰ কথা আৰম্ভ কৰিছ সেইবোৰকে সুৰ, তাল, ছন্দ মিলাই নাগাবাৰ' নাম হিচাবে প্ৰচাৰ কৰি যুব। জনসাধাৰণে যিটো পথকে উচিত বুলি ভাবে, সেইটোৱেই হব আচল পথ, জীৱনৰ পথ। ইয়াত কাজিয়া কৰাৰ প্ৰয়োজন নাই, জোৰ জুলুমকৈ কাৰো ওপৰত হেঁচা দিয়াৰো প্ৰয়োজন নাই।''

এইখিনিকে কৈ ৰাধাকান্ত তজকা আৰি ব'ল। মুখৰ মাত বন্ধ হৈ গ'ল। মানুহজন কিবা এধনুভিবীয়া হৈ যেনৰ ফালে মুখ কৰি থিতাতে যেন মুচকচ্ গ'ল। বুকুৰ স্পন্দন বন্ধ হৈ গ'ল। শিৱকান্তই নাৰীৰ বেগ চালে। নাই, সকলো শেষ। হাত ভৰিবোৰ মুহূৰ্তৰ ভিতৰতে চেঁচা পৰি কিবা পৰি থকা কাঠ এডুকুৰা যেন হ'ল।

তুলসী গুৰিত ধৰিত্ৰীয়ে মিঠাতেলৰ বন্তি এগছি জ্বলাই তাৰি প্ৰথন পাৰি দিলে। শিৱকান্ত আৰু মিথিলানন্দই প্ৰাণহীন দেহটো তুলসী গুৰিলৈ উলিয়াই নিলে।

১১

মুহূৰ্তৰ ভিতৰতে গোটেই ঘৰখনত কন্দা কটা হুলস্থুল লাগিল। লখিমীজনী কান্দি কান্দি বেহুচ হৈ পৰিল। কান্দোন শুনি কাষৰ মানুহবোৰ চোতাল ভৰি পৰিল। কোনোবা দুজনে বাসুদেউ থানৰ নাগাৰা আৰু তালবোৰ যেৰেং যেৰেংকৈ বজাই দিলে। তাল নাই, মাটনি নাই, কেবল বজাইছে আৰু বজাইছে-মাত্ৰ এটাৰ কথাৰ জাননি দিবলৈ—তাজত গোৱা মানুহজন, সুৰত গোৱা মানুহজন আজিৰ পৰা শেষ। সেয়েহে তাল-বেতালৰ কোনো দৰ্কাৰ নাই, মাত্ৰ বাজনা হলেই, শব্দ হলেই হ'ল— গভীৰ নিদ্ৰাত পৰি থকা গাঁও-

বাসীৰ টোপনি ভাগিবলৈ, বাতৰিটো দিবলৈ—"ৰাধাকান্ত আৰু নাই।"

শিৱকান্তই মৃতকৰ মূৰ শিতানত বহি একান্তৰ পৰা গীতাৰ শ্লোকবোৰ মুখস্থ মতাৰ দৰে চিঞৰি চিঞৰি মাতি গৈছে—

"নৈনং ছিন্দন্তি শস্ত্ৰানি.......

নিখিলানন্দই দেউতাকৰ মৃত দেহটোৰ ভৰি পথানত থাকি ককায়েকৰ মুখৰ পৰা অনৰ্গল নিসৃত শ্লোকবোৰলৈ কিছু সময় মনোযোগ দিলে। ককায়েকৰ কোনোফালে দৃষ্টি নাই; কেৱল চিঞৰি চিঞৰি আত্মাৰ অস্তিত্ব সম্পৰ্কক শ্লোকবোৰ গাইছে আৰু গাইছে। নিখিলানন্দৰ দুচকুৰে দুধাৰি তপত চকুলো সিহঁতৰ নোবোৰাকৈয়ে আপোনা আপুনি বাগৰি আহি দেউতাকৰ ভৰিত পৰিল। সি সাউৎকৰে চকুলো দুধাৰি মচি নিজৰ মনকে ধিক্কাৰ দিলে—"ছিঃ পুৰুষৰ চকুপানী ওলাব নেপাই নহয়।" তাৰ পিচত মুখেৰে বুৰবুৰাই কলে - "দেউতা! মই অন্তঃসত্বা! আজি কিছুদিনৰে পৰা মোৰ হৃদয়ত এটি সন্তানৰ বোজা লৈ ফুৰিছো। সি হয়তো পৃথিৱীৰ সৰ্ব্বহাৰাৰ দুঃখ মচি দিব। তুমি প্ৰসৱ যন্ত্ৰণাত চট্‌ফটাই ফুৰা মাতৃ এজনীক দেখিছা নিশ্চয়। ময়ো এজনী মাতৃ দেউতা। মই বৰ অশান্তি পাইছো। প্ৰসব যন্ত্ৰণা বৰ মাৰাত্মক। কলহে কলহে কেচা তেজ বাগৰি যায়, তথাপি মাতৃৰ হৃদয় অকণো দুঃখ নাই বেদনা নাই? মই জানো দেউতা মোৰ কাৰণে তুমি হয়তো অন্তৰত দুঃখ পাইছিলা; কিন্তু মই নিৰুপায় দেউতা। তোমাৰ দৰে আদৰ্শবাদী জীৱনৰ আদৰ্শ জীয়াই ৰাখিবলৈকে মোৰ এই পৰিকল্পনা। তোমাৰ মৃত্যু হব নোৱাৰে দেউতা! তুমি কালজয়ী হবা। মোৰ দৃঢ় বিশ্বাস—তুমি কালজয়ী হবা।"

এইখিনিকে কৈ নিখিলানন্দ দুখেজ পিচুৱাই গ'ল। এনেতে নিখিলানন্দৰ কাষেদি কোনোবা এজনে কান্দি কান্দি আহি ৰাধাকান্তৰ ভৰি দুখনিতে মূৰ গুজি ফেঁকুৰি ফেঁকুৰি কান্দি গালে—

"প্ৰাণ ৰাখবি মোৰ ......... !"

কোন সেইজন ?

কোন সেইজন ?

কোনে গাইছে ? ইমান করুণ মাতেৰে ? ইমান করুণ সুৰেৰে ? আচল ৰাগটো কি আছিল ? আচল সুৰটো কি আছিল ? কোনে জানিব ? ৰাগ জনা মানুহজন, সুৰ জনা মানুহজন এই মুহূৰ্তত দেখোন হেৰাই থাকিল। এয়া সুৰ হৈছে নে, বেসুৰা হৈছে কোনে জানিব ? বাপাখুড়াই জানিব নেকি ? অসংযত মনৰ প্ৰশ্ন বানত থকা সৰকা হৈ নিখিলানন্দই মূৰ তুলি চালে। এয়া সি কি দেখিছে ? সেইজনেই দেখোন বাপাখুড়া। প্ৰাণসম ৰাধাকান্ত দাদাৰ মৃত্যুত আপোনা আপুনি মুখেৰে অসংযত ভাবে ওলাই আহিছে — এয়া শঙ্কৰ গুৰুৰ ৰাগ কেদাৰ, তাল যতি—"পাও পৰিহৰি, কৰোঁহো কাতৰি ।

নিখিলানন্দই আৰু দুখোজমান পিচুৱাই গল। বাপাখুড়াক দেখি যেন সি চক্ খাই উঠিল। এইজন বাপাখুড়াকে প্ৰাণে বধিবলৈ সি জানো এদিন ষড়যন্ত্ৰ কৰা নাছিল ? অথচ সেইজন মানুহে তাৰ দেউতাকৰ মৃত্যুত এনেদৰে ইনাই বিনাই কান্দিছে কিয় ? বাপা-খুড়াৰ অন্তৰত জানো কোনো প্ৰতিহিংসাৰ ভাব নাই ?

আৰু এজন কোনোবা আহিছে। ভোৰ তালজোৰ বজাই বজাই বাটে বাটে গাই আহিছে —"কাহা গেলা মোৰ প্ৰাণেৰ হৰি··· !" সেইজন কোন বাৰু ? সেইজন— সেইজন দেখোন গাওঁবুঢ়া খুড়া। সেইজন গাওঁবুঢ়া খুড়াক জানো সি এক আষাৰ কথাতে জব্দ কৰি দিয়া নাছিল ? সেই যে শঙ্কৰদেৱৰ তিথিৰ মিটিংখন। ককায়েক শিৱকান্ত নোহোৱা হলে দেখোন সিদিনাখন গাওঁবুঢ়া খুড়াৰ তলি উদং। তেওঁৰ জানো অন্তৰত কোনো আক্ষেপৰ ভাব নাই, কোনো মান অভিমানৰ বিসঙ্গতি নাই ?

আৰু এজন আহিছে। পটীয়া পটী লুঙি পিন্ধা হটওা মানুহ এজন। সেইজন — সেইজন কোন বাৰু ? সেইজন দেখোন চান্দেক

মিৰ্জা। "পোহাটি ক'ত গলি অ' " বুলি দেখোন সি মহম্মদী কান্নাত মৃতকৰ প্ৰতি সম্মান জনাই হৰাওবাৰে কান্দি দিছে। তাক বাক এই ধলপুৱাতে কোনে মাতিলে? কোনে খবৰ দিলে?

নিখিলানন্দই আৰু কেইখোজমান পিচুৱাই গ'ল। চান্দেৰু মিৰ্জাৰ চকুৰ আঁৰ হবলৈ চেষ্টা কৰিলে। চান্দেকে বাৰু তাক দেখিছে নেকি? নাই— নাই— ক'ত দেখিব। সি দেখোন কোনো-ফালে লক্ষ্য নকৰি কোবাণ চৰিফৰ পৰা ইটোৰ পিচত সিটো 'চুৰা' গাই দুহাতেৰে চকুলো মচিছে।

ইতিমধ্যে গোটেইখন চোতালতে মানুহৰ ভিৰ। ভিৰ ঠেলি ঠেলি নিখিলানন্দ বাহিৰ ওলাই আহিল। সি শেষ সিদ্ধান্তত উপনীত হ'ল—"নাই! নাই! এইখন মায়াজালত আবদ্ধ হৈ আৰু লাভ নাই। তাৰ মৃত্যুম্মুখী দেউতাকৰ কথা ৰাখিবলৈ তাৰ মনৰ বাসনা পূৰ্ণ কৰিবলৈ, জনসাধাৰণৰ মাজত তাল, সুৰ, ছন্দেৰে বিপ্লৱৰ নাম প্ৰচাৰ কৰিবলৈ হলে সি এইখন সমাজ এৰি পলাবই লাগিব। বহু দূৰলৈ সি পলাবই লাগিব, য'ত সি মনে বিচৰা সঙ্গী এদল বিচাৰি পায়।"

নিখিলানন্দ দৌৰিছিল। ধলফাট দি ওলাই অহা সূৰ্য্যটোৰ মুখে সি দৌৰিছিল। দেহৰ সমস্ত শক্তি গোটাই লৈ সি দৌৰিছিল। শিৱকান্তৰ মুখাৎনিসৃত গীতাৰ বাণী তেতিয়াও তাৰ কাণৰ পৰ্দাত ঠহ'ৰ ঠহ'ৰকৈ বাজি আছিল—"তস্মাৎ উত্তিষ্ঠ কৌন্তেয় যুদ্ধায় কৃত নিশ্চয়।"

——

## মঞ্চলেখাৰ শেষ প্ৰান্তত

১

নীলকান্তৰ উভতি যোৱাৰ দিন চমু চাপি আহিল। আৰু মাত্ৰ দুটা দিন ৰাধাকুছি গ্ৰামাঞ্চলত ঘূৰি পকি তৃতীয় দিনাখন যাবলৈ ওলাল। সম্পূৰ্ণ পোন্ধৰ দিন বাপাখুড়া, লখিমী, ধৰিত্ৰী আৰু গাওঁ-বাসীৰ লগত কটাই জীৱনত এক নতুন সোৱাদ আস্বাদন কৰিলে। ইমান দিনে নীলকান্তই গাওঁ যে কি বস্তু তাক দেখাই নাছিল।

আহিবৰ সময়ত বাপাখুড়া, লখিমী, ধৰিত্ৰী, চাদ্দেক আলিৰ বুকু ভাগি গ'ল। নীলকান্তৰো ৰব বেয়া লাগিল। এই কেইটা দিন সিহঁত যে তাৰ কায়াৰ লগৰ ছাঁয়া হৈ আছিল! বিদায় পৰত নীলকান্তই বাপাখুড়াক কলে— "বাপাখুড়া! মোৰ লগতে যাওঁ বলা। এতিয়া বুঢ়া হৈও আহিলা। মোৰ লগতে জীৱনৰ শেষ দিন কেইটা কটাবা। দেউতাও অবসৰ লৈ ঘৰতে থাকিব। দুয়ো বুঢ়াই লগ লাগি শেষৰ দিন কেইটা একেলগে কটাবা আৰু।" —কথা শুনি বাপাখুড়াই কলে— "হওঁতে তই হক কথাকে কৈছ বোপাই। কিন্তু বাসুদেউ থান এৰি মোৰ কলৈকো যাবলৈ মন নাই। ওৰেওটো জীৱন বাসুদেউৰ চৰণ চিন্তা কৰিয়েই কটালো; এতিয়া মৰিবৰ সময়ত তেওঁৰ থানতেই দিনকেটা কটাম বুলি ভাবিছো বোপাই।" নীলকান্তই কলে— "কিয় খুড়া! তোমাৰ জানো তীৰ্থ দৰ্শনৰ বাসনা নাই। বাপাখুড়াই গহীন হৈ কলে— 'নাই অ' বাপা! মোৰ জীৱনত আৰু কোনো ধৰণৰ কামনা বাসনা নাই। এই 'বাসুদেউ থানে'ই মোৰ জীৱনত মহাতীৰ্থ বাপা।" এইবাৰ হমুনিয়াহ কাঢ়ি কলে— "ক'ত চেষ্টা কৰিলো! কিন্তু 'সোণৰ বাসুদেউ'ক মোৰ উদ্ধাৰ

কৰিব নোৱাৰিলো। তেওঁ যেতিয়া সিংহাসনৰ পৰা নিজেই অন্তৰ্হিত হৈছে, মোৰনো আৰু কৰলগীয়া কি আছে বাপা? মাত্ৰ তেওঁৰ ওচৰত মোৰ এটাই প্ৰাৰ্থনা —"হে মোৰ প্ৰাণৰ বাসুদেউ! তুমি যেতিয়া থানৰ সিংহাসনত থাকিবলৈ বেয়া পাইছা, তাত মোৰ আক্ষেপ কৰিব লগীয়া কোনো কথা নাই। মাত্ৰ মোৰ এটাই প্ৰাৰ্থনা তুমি প্ৰতিজন মানবৰ হৃদয়ৰ সিংহাসনত জাগ্ৰত হোৱা। অন্যথাই তোমাৰ অস্তিত্ব চিৰদিনৰ বাবে লোপ পাই যাব। তেতিয়া মোৰ জীৱনৰ সকলো সাধনা তোমাৰ কাৰণেই বৃথাই যাব।"

আহিবৰ সময়ত নীলকান্তই ধৰিত্ৰীৰ হাতৰ পৰা বাপাখুড়াৰ হাতৰ লেখা চাবিখিলা লৈ আহিল। বাপাখুড়াক নোকোৱাকৈ কৰবাত প্ৰকাশ কৰিব। বাপাখুড়াক সুধিলেতো— "মোক প্ৰচাৰ নেলাগে অ' বাপা" বুলি কবই।

লখিমীয়ে নীলকান্তক বুকুত সোমোৱাই পেন্-পেনাই কান্দি কান্দি কলে— "এই কেইদিন তই থকাত গোটেই ঘৰখন ভৰি আছিল বোপাই। সৰু বাপু থকা যেন লাগিছিল। সি যে ক'ত হেৰাই গ'ল কবই নোৱাৰো। তই যদি কৰবাত কিবা খবৰ পাৱ, মোক যেনে তেনে জনাবি বোপাই। হাজাৰেই হওক মাকৰ মন, ক'লাটোও সোণাই, বগাটোও সোণাই বাপা! —"কথা শুনি নীলকান্তই প্ৰতিশ্ৰুতি দিলে— "তুমি চিন্তা নকৰিবা পেহী! মই তাক উজনি-নামনি বিচাৰি চলাথ কৰিম। কৰবাত লগ পালে অকল খবৰ দিয়েই এৰিম নে, কাণত ধৰি টানি লৈ আহিম।" —কৰ্ত্তব্যৰ দাবীৰ সুৰত কথাখিনি কলে নীলকান্তই। "হব, হব সোণাই! ঈশ্বৰে তোক কুশলে ৰাখক" বুলি বিদায় দিলে লখিমীয়ে।

২

ৰাধাকুছি গ্ৰামাঞ্চল ভ্ৰমণ কৰি গৈ কম্বাচল পাহাৰৰ মিছেছ শইকীয়াৰ ঘৰত নীলকান্ত পদাৰ্পণ কৰাৰ পিচত শইকীয়ানীয়ে লক্ষ্য কৰিলে নীলকান্ত যেন মাত্ৰ এইকেইটা দিনৰ ভিতৰতে বহু পৰিমাণে

সন্নমি হৈ গ'ল। শইকীয়ানীয়ে ভাবি আছিল নীলকান্তই চাগে গাঁৱৰ গন্ধ শুঙি আহিয়েই হুলুস্থুল কৰি গাঁৱৰ কথাবোৰ জমাই জমাই কব। তাত তেওঁ কি কি বিসদৃশ দেখিলে, চহৰৰ মানুহৰ লগত গাঁৱৰ মানুহৰ জীৱন যাত্ৰাৰ ক'ত ক'ত অমিল দেখিলে, হেনো-হুচা মাত কথাবোৰ নিজৰ ভঙ্গীমাৰে বকলা মেলিব। কিন্তু আচৰিত কথা শইকীয়ানীয়ে ভাবি থকাৰ দৰে নীলকান্তই কথাবোৰৰ পাতনি নেমেলিলে। যথেষ্ট গাম্ভীৰ্য্যতা ৰক্ষা কৰি অশেষ গুৰুত্ব সহকাৰে সম্পূৰ্ণ দুদিন জুৰি কথাবোৰ ধীৰে স্থীৰে কৈ গ'ল। মাজে মাজে ডায়েৰীখন খুলি এই কেইদিনত আয়ত্ত কৰা প্ৰবাদ, প্ৰবচন, নাগাৰাৰ নাম, সংস্কৃত শ্লোক আদিৰো ৰেফাৰেনচ্ দিলে। শইকীয়ানীয়ে মন চম্ভালিব নোৱাৰি কলে—"কি হ'ল একেবাৰে গহীন হৈ গ'লা দেখোন। গাঁৱৰ ভাতৰ ওজন বেচি যেন পাইছো।" নীলকান্তই উত্তৰ দিলে— "নহয় বাইদেউ। মই এই মানুহবোৰৰ উদ্ভুত গতি দেখি বৰ আচৰিত হৈছো। চাওঁকচোন বাৰু— একেবাৰে সাধাৰণ ঘৰৰ দুজন ল'ৰাই দুটা আইদিয়ল'জিৰ কাৰণে কেনেদৰে কাজিয়া কৰি মৰিছে। ঘৰ এখন ভাগি গৈছে। শিৱকান্ততো মোৰ লগতেই পঢ়িছিল। মইতো কাহানিও এইবোৰ কথা চিন্তা কৰা নাই।"

শইকীয়ানীয়ে হাঁহি মাৰি কলে - "সাধাৰণ পৰিয়ালতেই অসাধাৰণ ব্যক্তিত্বৰ জন্ম হয়। মানুহে এনেয়ে নকয়— ফটা কাপিৰ টোপোলাতহে সোণ লুকাই থাকে।"

নীলকান্তই বৰ আগ্ৰহেৰে এষাৰ কথা সুধিলে— "বাইদেউ। আপুনি বহুতো কিতাপ পঢ়িছে, বহুতো মানুহৰ লগত আলোচনা বিলোচনাও কৰিছে। মোক বাৰু এষাৰ কথাৰ উত্তৰ দিয়কচোন— এই যে ৰাধাকুছি গ্ৰামাঞ্চলৰ মানুহবোৰৰ মাজত এনেকুৱা এটা সংঘাত সৃষ্টি হৈছে, তাৰ বাবে দায়ী বাৰু কোন? এই সংঘাতৰ সমাধান বাৰু ক'ত?"

শইকীয়ানীয়ে চাগে নীলকান্তৰ মুখত এনেকুৱা এটা প্ৰশ্নৰ বাবে কেতিয়াও সাজু নাছিল। ঘপ্‌কৰে তেওঁ কোনো এটা উত্তৰ

সিদিলে। "অৰূপ অপেক্ষা কৰা" বুলি ভিতৰলৈ সোমাই গ'ল। নীলকান্তক এই প্ৰশ্নটোৰ উত্তৰ কেনেকৈ দিব লাগিব তাৰেই চিন্তা কৰিলে। কেইক পিচত হাতত এজাপ কিতাপ লৈ, আলোচনী কাকত লৈ ওলাই আহিল। নীলকান্তই কিতাপৰ দম দেখিয়েই বিচুতি খালে। নীলকান্তৰ সন্মুখত কিতাপৰ দমটো ধূপুচ কৰে থৈ আকৌ এদম আনিবলৈ ভিতৰৰ কোঠাটোলৈ সোমাই গ'ল। নীলকান্তই এনেয়ে কিতাপখোৰ লিখিকি বিদাৰি চাই মনতে ভাবিলে— "হাবে। বাইদেউ দেখোন বঙা! অথচ বাইদেউৰ ছোৱালীজনীয়ে দেখোন কৃষ্ণ নৃত্য—"

এনেতে শইকীয়ানীয়ে হাতত আৰু এদম কিতাপ লৈ ওলাই আহিল। নীলকান্তই মনৰ ভাব বান্ধিব নোৱাৰি আগৰ দৰে বঙিয়াল মাতেৰে কলে— "অ' বাইদেউ। আপুনি দেখোন বঙা।" শইকীয়ানীয়ে মুখটিপি হাঁহি মাৰি কলে— "বেমাৰৰ ডায়েগন'চিচ তেনেদৰেই কৰা নেকি? বাৰু ৰবা, তোমাক বঙাৰ কথা নকওঁ, গাখীৰৰ দৰেই বগাৰ কথা কম। তোমাক মই কাহিনী এটাকে কওঁ বাৰু।" —এই বুলি শইকীয়ানীয়ে আৰম্ভ কৰিলে— পাম্পা সৰোবৰৰ পাৰত বগলী এটাই খুপি খুপি খোজ দি আহিছিল। তাকে দেখি শ্ৰীৰামচন্দ্ৰই লক্ষ্মণক কলে— "হে লক্ষ্মণ! এই পম্পা সৰোবৰলৈ চোঁৱা। বগলীটোৱে জীৱহত্যাৰ আশংকাত খুউব সন্তৰ্পণে লাহে লাহে খোজ দিছে। চোঁৱা ভাই— বগলী পৰম ধাৰ্ম্মিক।"

ৰামচন্দ্ৰৰ কথা শুনি লক্ষ্মণে ৰামক কলে— "হে ৰাঘৱ। বগলী ধাৰ্ম্মিক নহয়, অতিশয় নিষ্ঠুৰ। কাৰণ, শগুণে মৰাশহে ভক্ষণ কৰে, কিন্তু বগলীয়ে সজীৱ প্ৰাণীকে ভক্ষণ কৰে।"

শইকীয়ানীৰ কাহিনী শুনি নীলকান্তই হাঁহি মাৰি কলে,— "বাইদেউ। আপুনি এইটো কি উপমা দিলে?"

শইকীয়ানীয়ে উত্তৰ দিলে— "ৰবা। ইতিকিং নকৰিবা। শুনা মই বৰ ভাওৰ কথা এটাকে সহজ উপমাৰে কৈছো। পম্পা সৰোবৰৰ পাৰত বগলী ভকতে ভকতিৰ ভাও জুৰি যদি আটাইবোৰ

মাছকে নিজৰ উদৰত হজম কৰে, মাছখোকা চৰাই দেখোন শুকাই মৰিব। ইফালে বগলী ভকতৰো কোনো নৈতিক বা আধ্যাত্মিক উন্নতি নহব। মাছ খাই খাই ন-টা লাগি বেচেৰাৰ যে মাছতেই মন। বগলী-ভকতৰ ভিতিত বচি লগাই ভোগৰ প্ৰতি আসক্তি শূন্য কৰিলেহে ঈশ্বৰমুখী হব। মনক জানো কোনোবাই বান্ধিব পাৰে? তাতে বেচেৰাৰ ন-টা লগা মন। তেনেহলে আসক্তি শূন্য হব কেনেকৈ? সেয়া জানো সহজ কথা? গতিকে আইন সন্মত ভাবে পম্পা সৰোবৰৰ পাৰত বগলী ভকতৰ "প্ৰাইভেট এক্টিয়াৰ" বন্ধ কৰি দিলেই তেওঁৰ ভিতিত বচি লাগিব। বচিডালে খিমানদূৰলৈকে সুবিধা দিয়ে, সিমানখিনিহে ভোগ কৰিব। তেতিয়া চাগে পম্পা সৰোবৰৰ পাৰত এখন আধ্যাত্মিক আৰু নৈতিক ৰাজ্যও স্থাপন হব। তেতিয়া চাগে ডঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণে কোৱা এইষাৰ কথাও সহজলভ্য হব— "আমি নৈতিক সংযমৰ পুণৰ আহৰণ কৰি আধ্যাত্মিক জীৱনলৈ উন্নতি যাব লাগিব, নাইবা পৃথিৱীৰ হেজাৰ প্ৰাণীৰ অবলুপ্তিৰ দৰেই নিশ্চিহ্ন হৈ যাব লাগিব— এই দুটাই মাত্ৰ পথ। আমাৰ জীৱন যাত্ৰাৰ আমূল পৰিবৰ্ত্তন হলেহে জীয়াই থাকিব পাৰিম। আশাৰ ৰেখা থাকোতেই এই পৰিবৰ্ত্তন আনিবলৈ যত্ন কৰো আহক কৃণ্বন্তো বিশ্বম আৰ্য্যম। সমগ্ৰ বিশ্বক সুখী কৰো আহক।"

এতিয়া প্ৰকৃত কথা হ'ল— "বগলীৰ ভিতিত বচি লগাই কোনে?"

শইকীয়ানীয়ে কিতাপ পত্ৰবোৰ অনাৰ দৰে সামৰি লৈ গ'ল। এখনো খোলা নহ'ল। ভিতৰৰ পৰা ওলাই আহি কলে— "তুমি এটা কাম কৰিবা। ৰাধাকুছি গ্ৰামাঞ্চলৰ বৰ্ত্তমানৰ সময়ৰ সামাজিক সংকট অৱস্থাৰ কথা তন্ন তন্নকৈ লিখি তোমাৰ দেউতাৰালৈ চিঠি এখন দিবা। তেখেতে সৈন্য বাহিনীৰ শল্য চিকিৎসক হৈ থাকি বহুতো মানুহক লগ পাইছে, বহুতো ঠাই পৰিভ্ৰমণ কৰিছে। তাতে আকৌ তেখেতৰ জন্ম ও প্ৰাথমিক শিক্ষাকালো ৰাধাকুছি গ্ৰামাঞ্চল। তেখেতে পৌঢ়ত্ব প্ৰাপ্ত জ্ঞান বুদ্ধিৰে কি সিদ্ধান্ত দিয়ে যোক্ষ যেনে

তেনে জনাবা। আৰু এটা কথা শুনা— ৰাপাখুড়াৰ কাগজ চাবি-খিলা মোকে দি থৈ যোৱা, কেতিয়াবা কামত আহিব। পাৰা যদি তোমাৰ এই কেইদিনৰ ডায়েৰিখনো থৈ যোৱা, কেতিয়াবা মোৰ প্ৰয়োজন হব।"

নীলকান্তই শইকীয়ানীৰ নিৰ্দ্দেশ মতেই কৰিবলৈ মূৰ দুপিয়ালে। আবেলিলৈ শিৱকান্তৰ কন্বাচল পাহাৰৰ পজা ঘৰটোলৈ গ'ল। শিৱ-কান্তক মাত লগাই আহি ৰাতিৰ গাড়ীত আকৌ তেল নগৰীলৈ উভতিবৰ মনস্থ কৰিলে। গাড়ীৰ স্লিপিং বাথ এটাত চিট এটা ৰিজা-ৰ্ভেশন কৰি শুই আঁহোতে ওৰে বাটে ৰাপাখুড়া, চান্দেক আলি, লখিমী, ধৰিত্ৰী, শিৱকান্ত আৰু ৰাধাকুছি গ্ৰামাঞ্চলৰ কথাই চিন্তা কৰি আহিছিল। টোপনিয়ে চকু পতাত ৰূপালী আবেশ সানিছিল যদিও চিন্তাৰ মেৰপাকত পৰি পলাই ফাট মাৰিছিল।

৩

তেলনগৰীত ডাঃ নীলকান্তৰ আকৌ ব্যস্ততাৰ জীৱন আৰম্ভ হ'ল। সকলোৱে লক্ষ্য কৰিলে আগৰ দৰে হাঁহি মাতি ৰঙিয়াল হৈ থকা মানুহজন যেন আগতকৈ বহুতো সলনি হৈ গ'ল। খোজ, কাটল, কথা-বতৰা সকলোবোৰ গহীন হৈ পৰিল। ব্যস্ততাৰ মাজতে নীলকান্তই দেউতাকলৈ ৰাধাকুছি গ্ৰামাঞ্চলৰ বৰ্তমান সময়ৰ কথাবোৰ, ৰাধাকান্তৰ মৃত্যু বাতৰি, শিৱকান্তহঁতৰ দুই ভায়েকৰ মাজত দুটা 'আয়দিঅ'লজি' লৈ কাজিয়া আদি সকলো কথা বিতং ভাবে লিখিলে। লগতে এই সমস্যাৰ সমাধানৰ উপায়ো খুজিলে।

৪

পুনা চহৰত সেই সময়ত থকা ডাঃ বিদ্যুৎকৃষ্ণই নীলকান্তৰ ৰাধাকুছি গ্ৰামাঞ্চলৰ এই ভ্ৰমণ বৃত্তান্ত পঢ়ি বৰ চিন্তিত হৈ পৰিল। বাৰে বাৰে মনত পৰিছিল তেওঁৰ বাল্যকালৰ কথাবোৰলৈ, কেনে-দৰে পিতৃৰ লগত কোনো সম্পৰ্ক নথকা অনাথ ল'ৰা এজনে ৰাধাকুছি

গ্ৰামাঞ্চলৰ মানুহৰ বদান্যতাৰ গুণত আজিৰ এই অৱস্থা প্ৰাপ্ত হ'বলৈ সমৰ্থ হৈছে। মনত পৰিছিল তেওঁৰ ৰাধাকান্ত, কেশৱ মাষ্টৰ, ৰাধুটি-দেউ আৰু মাতৃ ৺সাৰদা দেৱীৰ অক্লান্ত শ্ৰম, ধৈৰ্য্য তথা উচ্চ আদৰ্শলৈ। হয়তো বিদ্যুৎকৃষ্ণই পুলিচ বিভাগৰে কিবা এজন ডাঙৰ বিষয়া হব পাৰিলেহেতেন ; কিন্তু তাকে নিৰ্বিচাৰি পৰিয়লৰ চাৰি সীমাৰ পাৰ নোহোৱা সেই মানুহজাকে বিচাৰিছিল তেওঁ এজন উচ্চ পৰ্য্যায়ৰ চিকিৎসক হোৱাতোকে। মাতৃ ৺সাৰদা দেৱীৰ নো কি সম্বল আছিল? মাত্ৰ তুলসীৰ গুৰিৰ মিঠাতেলৰ বন্তি গছি আৰু এটা অসামান্য গাম্ভীৰ্য্যতা— তাৰ বাহিৰেতো একোকে নাছিল।

অথচ, সেইখন গাঁৱতে, সেইজন ৰাধাকান্তৰ ঔৰসত জন্ম লৈ এজন ক'বাই যুদ্ধংদেহী মনোভাব ক'ৰ পৰা পালে? ইজ্ ইট্ হেৰিডিটেৰী! কিন্তু ৰাধাকান্তৰ সাতপুৰুষৰ বংশগত ইতিহাসত মানুহ বধ কৰাৰ উদ্যমতো কতো পোৱা নাই! আটাইবোৰ দেখোন বাসুদেউ থানৰে জীৱন্ত পূজাৰী। সেইখন ঘৰতে যেতিয়া ৰক্তাক্ত বিপ্লৱৰ আখৰা চলিছে, তাৰ মানে বিংশ শতিকাৰ সভ্যতাৰ উচ্চ চূড়াত উঠা মানব সমাজৰ মাজত সচাকৈয়ে ৰক্তাক্ত বিপ্লৱ হব নেকি?

গভীৰ ভাবে কথাষাৰ চিন্তা কৰি চায়ে ডাঃ বিদ্যুৎকৃষ্ণই। তেওঁ নিজে যুদ্ধ কৰা নাই যদিও, গোটেই জীৱনটো সৈন্যবাহিনীৰ ডাক্তৰ হৈ থাকি যুদ্ধক্ষেত্ৰত আহত হোৱা সৈনিকৰ জীৱনৰ কাৰুণ্যতা নিজ চকুৰে দেখা পাইছে ; পঙ্গু সৈনিকৰ জীৱনৰ ব্যথা বেদনা নিজে উপলব্ধি কৰিছে। সেয়েহে তেওঁ মাতৃভূমি ভাৰতবৰ্ষৰ বুকুত ৰক্তাক্ত বিপ্লৱৰ কথা কাহানিও কল্পনা কৰিব নোৱাৰে। তেওঁ এজন ডাক্তৰ ; মৃত্যুমুখী মানুহক তেওঁ জীৱন দান কৰিব পাৰে, কিন্তু এজন মানুহে কিয় সামান্য স্বত্ব এটাৰো অন্য এটা জন্তৰ জগত যুজ বাগৰ কৰি মৃত্যুৰ মুখত পতিত হোৱা সহ্য কৰিব নোৱাৰে।

হঠাৎ তেওঁৰ মনত পৰিছিল মাজতে এবাৰ গুৱাহাটীলে যাওঁতে হাতত লৈ খাতনি কাগজ একনৰ যুদ্ধ বিষয়ক বাতৰি এটালৈ।

তেওঁ বাৰে বাৰে তেওঁৰ ডায়েৰিখনৰ পাতবোৰ লুটিয়াই চাইছিল। হয়, কোনোবা এটা পাতত তেওঁ কথাখিনি লিখি থৈছে। বিচাৰি বিচাৰি তেওঁ এটুকুত কথাষাৰ পাইছিল—

অসমবাণী, ৮ জুন '৭৯ ইং

এখন পাৰমাণবিক যুদ্ধ হলে— "..........পৃথিৱীত যে তৃতীয় মহাযুদ্ধ এখন হব তাত কাৰো দ্বিমত নাই। ..........ভৱিষ্যতৰ বিশ্বযুদ্ধ এখনৰ আয়োজন চলি আছে সামগ্ৰিক ভাৱে দুটা সমাজ ব্যৱস্থাক উচ্ছন্ন কৰিবলৈহে। ..........একালে আমেৰিকা আৰু আন কালে ৰাচিয়া। দুয়োটা বৃহৎ শক্তিয়েই ভৱিষ্যৎ যুদ্ধত পাৰমাণবিক বিবিধ কৌশলৰ মৰণাস্ত্ৰকে সোপাইছে। ..........যুদ্ধৰ ৰূপ আৰু তাৰ পৰিণাম কেনেকুৱা হবগৈ পাৰে? —এই সম্পৰ্কে অৱশ্যে আমেৰিকাৰ 'ৰেণ্ড' নামৰ প্ৰতিষ্ঠানে এটা দেখুৱাইছে। দুয়োখন সমাজৰেই খিনিখিনি মানুহ অৱশিষ্ট ৰবগৈ তেওঁলোকো আদিম মানুহৰ আকাৰলৈ উভতি যাব। আমেৰিকাৰ একুৰি বিশ কোটি মানুহ আছে, তাৰে চাৰেযোল্ল কোটিয়েই মৰিব আৰু বাকী খিনি জীয়াই থাকিব লগা হব মধ্যযুগীয় এক অৰ্থনৈতিক অৱস্থাত। অন্যহাতে ৰাচিয়াৰো চাৰিবিশ কোটিৰ ওপৰ লোকৰ ভিতৰত দহ কোটি মান মৰিব আৰু আমেৰিকাৰ অস্ত্ৰই ৰাচিয়াৰ সামাজিক আৰু উদ্যোগিক লক্ষ্যবোৰ ধ্বংস কৰি জাতিটোক এই শতিকাটোলৈ একেবাৰে কৰ্কাল ভাঙি দিব।"

—খাতাখিনি কেবাবাৰো উলটাই পুৰাই পঢ়িলে বিদ্যুৎকুমাৰে। কথাবোৰ চিন্তা কৰি তেওঁ অন্তৰত বৰ দুঃখ পালে। চিন্তাৰ কালসৰ্পই যেন দংশন হে কৰিলে—এইখনেই ৰাচিয়া— জাৰৰ অত্যাচাৰৰ পৰা "পৃথিৱীৰ মেহনতী লোকৰ পবিত্ৰ বাইবেল ডাচ-কেপিটেলেৰে" ৰক্ষা পোৱা ৰাচিয়া। ক্ষুধিত, অবহেলিত, পদদলিত শ্ৰমজীৱি লোকসকলৰ কান্দোন পৰা গ্লানি আৰু পৰাধীনতাৰ শৃংখল বোজাটো আঁতৰাই নতুন জীৱনৰ পথ দেখুৱাই দিয়ালৈ আজন্ম সাধনাৰে সিদ্ধি লাভ কৰা, ঋষি কাৰ্লমাৰ্ক্সৰ স্বপ্নৰ পৃথিৱীৰ প্ৰথম চিহ্ন—প্ৰথম বিজয় চিহ্ন এই ছোভিয়েট ৰাচিয়া। এখন তৃতীয়

বিশ্বযুদ্ধৰ আহ্বান জনাবলৈকে জানো গঢ় দিয়া হৈছিল এখন শ্ৰেণীবিহীন শোষণ বিহীন সমাজ ব্যৱস্থা? দাস কেপিটেল, মাৰ্ক্স, লেনিন, ষ্ট্যালিন, এঙ্গেলচৰ জানো আছিল তাৰেই প্ৰচেষ্টা?

—আৰু অন্য এখন দেশ আমেৰিকা। আব্ৰাহাম লিংকনৰ স্বপ্নৰ আমেৰিকা— "গৱৰ্ণমেণ্ট অৱ দি পিপ'ল, বাই দি পিপ'ল, ফৰ দি পিপ'ল" মন্ত্ৰেৰে দীক্ষিত আমেৰিকা। চিকাগো চহৰত স্বামী বিবেকানন্দই ত্যাগৰ মন্ত্ৰেৰে বক্তৃতা দিয়া আমেৰিকা। 'সমুদ্ৰ দীপোদ্যানত' ঘণ্টাৰ পিচত ঘণ্টা জুৰি এজন ডেকা হিন্দু সন্যাসীৰ বক্তৃতাত মন্ত্ৰমুগ্ধ হোৱা আমেৰিকা— "তোমাৰ ধন ঈশ্বৰৰ ধন, ভাণ্ডাৰী হিচাবে ৰক্ষা কৰিবা। তাত মোহ নকৰিবা। নাম, যশ, আৰু ধন গুচি যায় যাওঁক, সেই বিল্লাকেই অতি ভয়ানক বন্ধন। মুক্তিৰ বিস্ময় সূচক আৱহাৱাটো অনুভূতিলৈ আনিবা! তুমি মুক্ত, তুমি মুক্ত, তুমি মুক্ত। আহ্ কিমান ভাগ্যবান মই। কেনে মুক্ত মই। মই যে অসীম! মোৰ আত্মাৰ ভিতৰত আদি অন্ত একো বিচাৰি নাপাও। মোৰ আত্মাই সৰ্ব্বস্ব।"

— কিন্তু আত্মাকেই সৰ্ব্বস্ব বুলি গ্ৰহণ কৰিছে জানো তেওঁলোকে?

গভীৰ ভাৱে কথাবোৰ চিন্তা কৰিছিল ডাঃ বিদ্যুৎকৃষ্ণই। তেওঁক বিদায় দিবলৈ পতা বিভিন্ন বিদায় সভাবোৰত অংশ গ্ৰহণ কৰি কৈছিল — "মানুহক জীৱন দিয়াৰৰ বাবেই আজীৱন সাধনা কৰিলো। শৱব্যৱচ্ছেদন কক্ষত মৃত দেহৰ আঁহ বাচিলো, অপাৰেচন থিয়েটাৰত জীয়া মানুহৰ পেট ফালিলো, অন্ননলীৰ ঘাঁ বিচাৰিলো।— আৰু কত কি? কিন্তু আমাৰ এই বিৰাম বিহীন সাধনাৰ বিপক্ষে অন্য এচাম লোকে যে বন্য জীৱজন্তুৰ দৰে জীৱশ্ৰেষ্ঠ মানুহক গুলিয়াই গুলিয়াই হত্যা কৰাৰ আখৰা দিছে। অথবা, তিলতিলকৈ মৃত্যুৰ মুখত পেলাই দিয়াৰ ষড়যন্ত্ৰ কৰিছে। তেন্তে আমাৰ এই বিৰাম বিহীন সাধনাৰ অস্তিত্বই বা ক'ত?"

—শ্ৰোতাবোৰে মৌন হৈ শুনি আছিল। তেওঁলোকে চাগে ভাবিছিল— সুদীৰ্ঘ দিন ডাঃ বিদ্যুৎকৃষ্ণ সৈন্যবাহিনীৰ ডাক্তৰ হৈ

থাকি এতিয়া হয়তো "হে যুদ্ধ বিদায়" জাতীয় কিছু তথ্যৰ অনু-ধাৱন কৰিব। কিন্তু দৰাচলতে ডাঃ বিদ্যুৎকৃষ্ণৰ মনোভাৱ তেনে-কুৱা নাছিল। বিদ্যুৎকৃষ্ণই ভাবিছিল মানুহৰ মাজত যুদ্ধতকৈ বেছি হৃদয় স্পৰ্শী কিবা এটা দৃশ্যৰ, কিবা এটা ভাবৰ সৃষ্টি কৰা; যাৰ প্ৰভাৱত ডাহানিৰ ৰত্নাকৰ বাল্মিকীলৈ ৰূপান্তৰিত হৈ মানৱ জাতিক চিঞঁৰি চিঞঁৰি কব পাৰে— "মা নিষাদ ............ কাম মোহিতম্ ।।"

এয়াই ভাৰতবৰ্ষৰ প্ৰাচীন আদৰ্শ – ঋষি আদৰ্শত নৰশ্ৰেষ্ঠ মানৱক ভৎৰ্সনা কৰা হৈছে। ক্ৰৌঞ্চ-বিৰহ দুঃখত আৰ্দ্ৰ হৃদয় মানৱৰ সৰ্ব্বান্তঃ কৰণৰ মানৱীয়তা পুনৰ উদ্ধাৰ কৰিবলৈ মহাকবি ৰূপেৰে ৰূপান্তৰিত হৈছে।৮ ভাৰতবৰ্ষৰ ৰাজসিংহাসনত এজন আদৰ্শবাদী পুৰুষৰ পাদুকাযোৰ ৰাখি ৰাজ্য পৰিচালনাৰ সঙ্কল্প লৈছে। —এনেকুৱা আদৰ্শ যদি ঐতিহাসিক নহয়ো তথাপি তেওঁৰ কোনো আপত্তি নাই। কল্পনা প্ৰসূতই হওঁক তথাপি সেই চিন্তাধাৰাৰ অস্তিত্ব আছে যেনেকৈ গুটি বিহীন গছ কাণ্ডৰ পৰা উৎপত্তি হৈ গা-গছলৈ ৰূপান্তৰিত হোৱাৰ দৃষ্টান্ত আছে।

পৰম আবেগেৰে কথাবোৰ চিন্তা কৰিছিল ডাঃ বিদ্যুৎকৃষ্ণই। পৌঢ়ত্ব প্ৰাপ্ত মানুহজনে যিবোৰ কথা-কাহানিও চিন্তা কৰা নাছিল, তেওঁৰ চাকৰি জীৱনৰ এই শেষ দিন কেইটাত চিন্তা কৰিছে। কাৰণ, তেওঁৰ একমাত্ৰ পুত্ৰ ডাক্তৰ এজনে আধুনিক চিকিৎসা বিজ্ঞানৰ দ্বাৰা শিক্ষিত হৈ হয়তো তেওঁৰ চিকিৎসক জীৱনৰ এই শেষ দিন কেইটাত সোধাৰ প্ৰয়োজন আছিল— "ভবিষ্যতত অস্ত্ৰ চিকিৎসাই বাক চূড়ান্ত চিকিৎসা হব নেকি ?" কিন্তু তাৰ পৰিবৰ্ত্তে তেওঁৰ চিকিৎসক পুত্ৰই প্ৰশ্ন কৰিছে— "ভবিষ্যতত অস্ত্ৰ শিক্ষাই চূড়ান্ত শিক্ষা হবগৈ নেকি ?"

কথাবোৰ চিন্তা কৰি বিদ্যুৎকৃষ্ণৰ বৰ ভাল লাগিছিল। তথাপি তেওঁৰ সকলো ধৰণৰ মানসিক তথা শাৰীৰিক অলসতাক

আওকান কৰি এজন নিপুন চাৰ্জনৰ ভূমিকা লৈহে ডাঃ নীলকান্তৰ চিঠিবোৰৰ উত্তৰ দিছিল—

১

"শ্ৰীমান !"

স্নেহাশীষ লবা। ৰাধাকুছি গ্ৰামাঞ্চলৰ পৰিবৰ্ত্তনৰ কথা তোমাৰ চিঠিত পঢ়ি মই একো আচৰিত হোৱা নাই। পৃথিবীখনক 'জগৎ' বুলি কয়। গম্ ধাতুৰ লগত শতৃ প্ৰত্যয় যোগ হলে 'জগৎ' শব্দ হয়। গম্ ধাতুৰ অৰ্থ গৈ থকা (to go)। গতিকে চলন্তমান পৃথিবী এখনত আচাৰ-ব্যৱহাৰ, চাল-চলন, নিয়ম-কানুন আদিৰ সাল-সলনি হোৱা একো আচৰিত কথা নহয়। কিন্তু আচৰিত হৈছো, তুমি এইবোৰৰ উত্তৰ মোৰ পৰা বিচৰাতকৈ কোনোবা সমাজ বিজ্ঞানী নাইবা ৰাজনীতিবিদৰ পৰা বিচৰা নাই কিয় ? মই সেই দুয়োবিধৰ এবিধো নহও, এজন সাধাৰণ চিকিৎসকহে মাত্ৰ। তথাপি তুমি এই কথাটো জানিও যে মোক সুধিলা, মই এজন চাৰ্জনৰ দৃষ্টিভঙ্গীৰে যি পাৰো তাকেই উত্তৰ দিম। এয়া সম্পূৰ্ণ মোৰ নিজস্ব চিন্তাধাৰাৰ কথা, সমাজ বিজ্ঞান নাইবা ৰাজনীতি বিজ্ঞানত এই কথা প্ৰযোজ্য হবও পাৰে, নহবও পাৰে। তাকে লৈ মোৰ কোনো আপত্তি নাই। মই ব্যক্তিগত ভাবে যি চিন্তা কৰি পাইছো, তাকেহে খোলাখুলি ভাবে লিখিছো ; সিও আকৌ তোমালৈহে।

তুমি চাগে ফিজিকেল কেমিষ্ট্ৰীৰ "অচম'চিচ (osmosis) বা আস্ৰৱণ পদ্ধতিৰ" বিষয়ে পাহৰি যোৱা নাই। দুটা অসমান ঘনত্বৰ মিশ্ৰণৰ মাজত (Solutions of two different dilution) এখন অৰ্ধ প্ৰবেশ্য পৰ্দা (Semi permeable membrane) ৰাখিলে, কম ঘনত্বৰ মিশ্ৰণৰ পৰা বেচি ঘণত্বৰ মিশ্ৰণলৈ সেই অৰ্ধ প্ৰবেশ্য পৰ্দ্দাৰ মাজেৰে 'পানীয় অংশ' নিজে নিজেই প্ৰবেশ কৰি দুয়োটা মিশ্ৰণকে সমান ঘণত্বলৈ ৰূপান্তৰিত কৰে। এয়া এক বিজ্ঞান সন্মত

পদ্ধতিৰ কথা। মানুহৰ শৰীৰৰ বিভিন্ন কোষৰ মাজত পানী, খাদ্য-প্ৰাণ, লোণ জাতীয় পদাৰ্থ আৰু অন্যান্য খাদ্য-সামগ্ৰীৰ সমবিতৰণত এই পদ্ধতিৰ প্ৰচলন আছে। এয়া চৰ্ম্মাবৃত মানবদেহৰ শৰীৰ তত্ব তথা শৰীৰ বৃত্তৰ কথা। কিন্তু চৰ্ম্মাবৃত মানুহৰ সমাজতত্বত এই পদ্ধতিৰ প্ৰচলন নাই-- সেয়াই হৈছে সকলো সমস্যাৰ মূল কথা। চৰকাৰ এখন ৰাজ্যৰ, জনসাধাৰণ অন্য এখন ৰাজ্যৰ, ধনী মানুহবোৰ এখন ৰাজ্যৰ, দুঃখীয়া মানুহবোৰ অন্য এখন ৰাজ্যৰ, চহৰৰ মানুহবোৰ এখন ৰাজ্যৰ, গাঁৱৰ মানুহবোৰ অন্য এখন ৰাজ্যৰ, ভাৱবাদী সকল এখন ৰাজ্যৰ, বস্তুবাদীসকল অন্য এখন ৰাজ্যৰ বুলি যি এক 'অ আশ্ৰৱণৰ (Anti-osmosis)' সুদৃঢ় ইটাৰ প্ৰাচীৰ খাপে খাপে গঢ় লৈ উঠিছে, তাৰ ফলতে সৃষ্টি হৈছে তুমি লিখা "চচিয় ইকনমিকেল এণ্ড ৰিলিজিঅ' কালচাৰেল কমপ্লেক্স"ৰ দৰে এক দুৰাৰোগ্য সমাজ ব্যাধি। ৰোগৰ কাৰণ বহু প্ৰকাৰৰ; চিকিৎসাও সন্দিহান।

বিশেষ নিলিখো।

আশাকৰো কুশলে আছা।

ইতি

তোমাৰ 'দেউতাৰা'

২

শ্ৰীমান কল্যানবৰেষু।

স্নেহাশীষ লবা।

তোমাৰ চিঠিখন এইমাত্ৰ পালো। চিঠিখন পঢ়ি উঠি চিন্তা কৰিছো, এই সামাজিক ব্যাধিৰ চিকিৎসা তোমাক কেনেদৰে দিম। হয়তো তুমি সুখী নহবা— কাৰণ মই এজন চাৰ্জনৰ দৃষ্টিভঙ্গীৰেহে কথাখিনি লিখিছো।

মোৰ ওচৰলৈ এজন মানুহ যেতিয়া মৃত্যুযন্ত্ৰণাত চট্ ফটাই আহে, মই মোৰ জীৱনৰ চিকিৎসা বিষয়ক সমস্ত জ্ঞানেৰে সেই

মানুহজনক আৰোগ্য কৰিবলৈ চেষ্টা কৰো। যদি মোৰ জ্ঞানে চুকি নেপায়, মই মোৰ সহযোগী সকলক নাইবা কোনোবা চিনিয়ৰ চাৰ্জনক চিকিৎসাৰ উপায় সুধিবলৈ লাজ নকৰো। কাৰণ মোৰ মূৰৰ ওপৰত এজন মানুহৰ জীৱন মৃত্যুৰ সন্ধিক্ষণৰ দায়িত্ব। —এয়া কম কথা নহয়। মোৰ চিন্তাধাৰাৰ সামান্যতম হীন দেছি ঘটিলে, মোৰ তড়িৎ সিদ্ধান্তৰ সামান্যতম হীন দেছি ঘটিলে এজন "ইমাৰ্জেন্সি পেচেণ্ট" হঠাতে মৃত্যু মুখত পৰিব পাৰে। সেই হেতু মই মোৰ জীৱনত অনেকবাৰ মধ্যৰাতি কিম্বা শেষ ৰাতি শোৱা বিচনা মুহূৰ্তৰ ভিতৰতে ত্যাগ কৰি অপাৰেচন থিয়েটাৰত প্ৰৱেশ কৰিছো। হয়তো মই "কনজাৰ্ভেটিভ ট্ৰিটমেণ্টৰ" ব্যৱস্থা কৰিও গোটেই ৰাতি সুখ নিদ্ৰাত কটাই দিব পাৰিলোহেঁতেন।

এজন মানুহ মৃত্যু যন্ত্ৰণাত চট্ফটাই যেতিয়া মোৰ কাষলৈ আহে, তেতিয়া তোমাৰ মাৰাৰ মুখখন মোৰ মনৰ পৰ্দাত ভাঁহি উঠে। সেয়ে মই শুব নোৱাৰো, মনলৈ মাত্ৰ এটা কথাই আহে— সকলো মানুহৰে মৃত্যু যন্ত্ৰণা একেই ভয়াবহ।

মই এযাৰ কথা বুজি নেপাও শতকৰা পয়সত্তৰ ভাগ দৰিদ্ৰতাৰ সীমা ৰেখাৰ তলত বাস কৰা জনসাধাৰণৰ ভোটদানৰ দ্বাৰা বিধান সভা নাইবা লোকসভাৰ আসন কেইখনত যি সকল ব্যক্তিৰ ওপৰত জনসাধাৰণৰ সাৰ্বভৌমত্বৰ অধিকাৰ জাপি দিয়া হ'ল, তেওঁলোকে বাৰু জনসাধাৰণৰ অন্ন-বস্ত্ৰৰ সমস্যা সমাধান নকৰাকৈ সুখ নিদ্ৰাত দিন কটাইছে কিয়? ভাৰতবৰ্ষ স্বাধীন হোৱাৰ অত বছৰ পিচতো এই মৌলিক সমস্যাটোৰে সমাধান নহ'ল কিয়? তেওঁলোকে নাইবা তেওঁলোকৰ দলৰ চৰকাৰে কি ব্যৱস্থা হাতত লব সেয়া আমাৰ প্ৰয়োজন নাই, তেওঁলোকে মাৰ্ক্সৰ নীতি গ্ৰহণ কৰিব নে গান্ধীৰ নীতি গ্ৰহণ কৰিব সেয়াও আমাৰ বিচাৰ্য্য নহয়, অৰ্থ সংগ্ৰহ কৰিবলৈ পুঁজিপতিৰ চৰণত দীঘল হৈ পৰিব নে পুঁজিপতিক খেদিয়াই মাৰিব সেইটোও আমাৰ বিচাৰ্য্য নহয়। আমাৰ বিচাৰ্য্য হ'ল আমাক লাগে আশ্ৰয়, মানুহ হিচাবে জীয়াই থাকিবলৈ সৰ্বাত্মক আশ্ৰয়— যেনে-

দৰে এজন চাৰ্জনে এজন মানুহৰ জীৱন মৃত্যুৰ সমস্ত দায়িত্ব মূৰ পাতি লয়। যদি আশ্ৰয় দান কৰিব নোৱাৰে, জনসাধাৰণৰ ওচৰত তেওঁলোকৰ অসমৰ্থতাৰ হেতুকে ক্ষমা খুজি পদত্যাগ কৰিবলৈ লাজ পোৱাৰ কোনো কাৰণ নাই; বৰং সেয়া প্ৰকৃত মানৱীয়তাৰ নিদৰ্শনহে হব।

পুনঃ স্নেহাশীষ জানিবা।

ইতি

তোমাৰ 'দেউতাৰা'

৩

শ্ৰীমান নীলকান্ত!

স্নেহাশীষ জানিবা।

তোমাৰ চিঠি পালো। লগে লগে উত্তৰো দিলো। ভাৰতবৰ্ষৰ মানুহবোৰে ভাববাদী দৰ্শন গ্ৰহণ কৰিবনে বস্তুবাদী দৰ্শন গ্ৰহণ কৰিব সেই কথা মই কব নোৱাৰো। মই ভাববাদী দৰ্শনো পঢ়া নাই, বস্তুবাদী দৰ্শনো পঢ়া নাই। মই যেনেদৰে পঢ়া নাই, সম্ভৱতঃ জনসাধাৰণেও সেইবোৰ পঢ়া নাই। সাধাৰণ প্ৰজাই কোনো দৰ্শন নিবিচাৰে, বিচাৰে সৰ্ব্বাত্মক আশ্ৰয়। ময়ো কোনো দৰ্শন বিচাৰি আজি পৰ্য্যন্ত হাবাথুৰি খোৱা নাই। সৰুতে "খ মান শ্ৰেণীত" পঢ়োতে ৺কেশৱ মাষ্টৰে ল'ৰা পাঠ নে শিশু পাঠ (নামটো পাহৰিলো) নামৰ কিতাপ এখনৰ পৰা য-কাৰান্ত শব্দ শিকাবলৈ কেইশাৰীমান বাক্য শিকাইছিল। সেয়াই মোৰ জীৱন দৰ্শন। বাক্য কেইশাৰী হ'ল - ১) সদায় সত্য কথা কবা, ২) সাধ্যমতে দুঃখীয়াক সহায় কৰিবা, ) নবীয়াক পথ্য দিব লাগে, ৪) দান কৰিলে পুণ্য হয়, ৫) পাঠ্যপুথিবোৰ যতনেৰে ৰাখিবা, ৬) বিদ্যা-ধন অৰ্জন কৰিবলৈ শয্যা ত্যাগ কৰিবা।

--এয়াই আছিল মোৰ বিদ্যাৰম্ভৰ প্ৰথম প্ৰতিশ্ৰুতি, যাৰ বাবে নানা সংঘাতৰ মাজেৰে আহি আহি আজি সৈন্যবাহিনীৰ

চাৰ্জনৰ পদৰ পৰা অৱসৰৰ সময় প্ৰাপ্ত হলো।

আজিলৈ সামৰিলো। ইতি

তোমাৰ 'দেউতাৰা'

৪

শ্ৰীমান।

স্নেহাশীষ লবা।

তোমাৰ চিঠি পালো। লগে লগে উত্তৰো দিলো। ভাৰতবৰ্ষত শোষক আৰু শোষিতৰ মাজত এখন ৰক্তাক্ত বিপ্লৱ হব নে নহব মই কব নোৱাৰো। এইবোৰ কথা ভাৰতবৰ্ষ স্বাধীন হোৱাৰ বহুদিন আগৰে পৰাই মই শুনি আহিছো— কিন্তু কাৰ্য্যক্ষেত্ৰত হোৱা দেখা নাই। মাৰ্ক্সৰ নীতিৰে সশস্ত্ৰ বিপ্লৱ কৰিবলৈ লেনিনৰ নেতৃত্ব মানি ললে ৰাচিয়াই, কিন্তু ভাৰতবৰ্ষৰ জনসাধাৰণে দেখোন স্বাধীনতা আন্দোলনত মহাত্মা গান্ধীৰহে নেতৃত্ব মানি ললে। মই কিন্তু মনে মনে ভাৰতবৰ্ষৰ জনসাধাৰণে সুভাষ বসুৰ নেতৃত্বকে মানি লব বুলি ভাবি আছিলো। কিন্তু কাৰ্য্যক্ষেত্ৰত হ'ল ওলোটাহে, বিনা ৰক্তপাতে ভাৰতবৰ্ষ স্বাধীন হোৱা বুলি কয় যদিও ৰক্তপাতো কিন্তু অলপ হোৱা নাই। অথচ মহাত্মা গান্ধীৰ নীতিকে ভাৰতবাসীয়ে মানি লোৱা বুলি কয়। বৰ্ত্তমান সময়তো লেনিনৰ দৰে নেতা এজনৰ যদি ভাৰতৰ বুকুত জন্ম লাভ হয় তেনেহলে হয়তো সশস্ত্ৰ বিপ্লৱ সম্ভৱ হব। অন্যথাই, কেতিয়াও নহয়। নেতাক বাদ দি নেতৃত্বৰ কোনো অৰ্থ নাই। সশস্ত্ৰ বিপ্লৱ সম্পৰ্কে লিখা গল্প, কবিতা, নাটক, উপন্যাস বিলাকে জনসাধাৰণৰ কিমানদূৰ উপকাৰ সাধিছে বা জনসাধাৰণৰ কিমানখিনি ওচৰ চাপিছে মই কব নোৱাৰো ; কিন্তু শোষক সকলৰ হলে উপকাৰ হৈছে। কোনমুহূৰ্ত্তত সান্দহ খোৱা বালি তল যায় ঠিৰাং কৰিব নোৱাৰি বহুদিন আগৰে পৰাই তেওঁলোক সতৰ্ক হৈছে। জীৱনৰ প্ৰতি, জীয়াই থকাৰ প্ৰতি সাধাৰণ মানুহবোৰতকৈ সেই চাম লোকৰ মমতা আৰু অনেক বেছি। অন্যহাতে বৰ্ত্তমানৰ চৰকাৰ

খনকো তেওঁলোকে হেনো একপ্ৰকাৰ কিনি থবলৈকে বিচাৰে। ফলত শোষক আৰু শোষিতৰ মাজৰ ৰক্তাক্ত বিপ্লৱখনত চৰকাৰ আৰু পুঁজিপতিৰ মাজত যদি এখন দ্বিতীয় 'ইয়াণ্ডাবু সন্ধি' হয়, তেতিয়া বাৰু কি হব ?

সেই হেতুকে মই সম্প্ৰতি সশস্ত্ৰ বিপ্লৱৰ কথা সম্পূৰ্ণৰূপে আঁতৰাই থৈছো। তাৰ পৰিবৰ্ত্তে মই অন্য এষাৰ কথা চিন্তা কৰিছো। মহাত্মা গান্ধীয়ে এষাৰ কথা কৈছিল— "স্বৰাজ মানে মই বুজো দেশৰ প্ৰগতিত শাৰীৰিক শ্ৰমৰ অবদান দিয়া থলুৱা আৰু ডমিচাইল্ড সাবালক মুনিহ আৰু তিৰোতাই ভোটাধিকাৰৰ যোগেদি নিৰ্বাচন কৰি দিয়া প্ৰতিনিধি সকলেৰে গঠিত ভাৰত চৰকাৰ। মই দেখুৱাবলৈ ইচ্ছা কৰো যে মুষ্টিমেয় এটা দলে কৰ্তৃত্ব পালেই স্বৰাজ নাহে; কিন্তু ক্ষমতাত অধিষ্ঠিত সকলৰ দ্বাৰা ক্ষমতাৰ অপপ্ৰয়োগ হলে সকলোৱে মাৰ বান্ধি সেই কৰ্তৃত্বৰ বিপক্ষে থিয় দিব পৰা ক্ষমতাহে প্ৰকৃত স্বৰাজ। ভাষান্তৰত ক্ষমতাধিষ্ঠ সকলক নিয়ন্ত্ৰিত আৰু উপযুক্ত স্তৰত ৰখাৰ ক্ষমতা-জ্ঞান জনসাধাৰণক শিকাই বুজাই ল'লেহে প্ৰকৃত স্বৰাজ পোৱা হব।" [ ইয়ং ইণ্ডিয়া ২৭। ১। ২০ ]

গান্ধীজীৰ এই কথাষাৰ মই বিশ্বাস কৰো। স্বৰাজ সম্পৰ্কে জনসাধাৰণৰ এই জ্ঞানৰ উদয় সম্পূৰ্ণ ৰূপে হৈছে নে নাই বিচাৰি চোৱাৰ প্ৰয়োজন হ'ল। তুলসীদাসে শ্ৰীৰাম চৰিত মানসত সৌ তাহানিয়ে এষাৰ কথা লিখিছিল— "জিভাখনেই হ'ল ধনু, কথাবোৰেই হ'ল নানা প্ৰকাৰৰ শৰ আৰু ৰজা যেন হ'ল কোনো এক সুকোমল চিকাৰৰ প্ৰাণী।" অস্ত্ৰৰ আঘাটতকৈ বাক্যবানৰ আঘাট বিবেক থকা মানুহৰ কাৰণে বেচি যন্ত্ৰণাদায়ক বুলি মই বিশ্বাস কৰো। বাক্য-বাণেৰে ৰজা দশৰথক শৰবিদ্ধ কৰি শ্ৰীৰামচন্দ্ৰক বনবাসলৈ পঠাইছিল এজনী সাধাৰণ নাৰী কৈকেয়ীয়ে। অসৎ উদ্দেশ্য সাধনতেই যেতিয়া বাক্যবানৰ ইমান প্ৰকোপ সৎ উদ্দেশ্য সাধনৰ বাবে নিশ্চয় তাতোকৈ বেচি হব।

পুনঃ মৰম লবা।

আজিলৈ সামৰিলো

ইতি

"তোমাৰ দেউতাৰা।"

( বিঃ দ্রঃ— মই এটা সিদ্ধান্তত উপনীত হৈছো। প্রভিডেণ্ট ফাণ্ড, বেঙ্ক বেলেন্স আদিত খবৰ কৰি গম পালো মোৰ নামত প্রায় ডেৰ লাখ মান টকা জমা হৈছে। এই খিনি টকাৰে ৺মাতৃদেবীৰ নামত এটা স্মৃতি সৌধ আৰু তোমাৰ নামত এটা সৰু ধুনীয়া ঘৰ সাজি থৈ যাম বুলি ভাবিছিলো। কিন্তু এতিয়া ভাবিছো সেইবোৰৰ কোনো প্রয়োজন নাই। তোমাৰ কাৰণে মই এটা ঘৰ সজা নাইবা কিছু টকা বেঙ্ক বেলেন্স ৰাখি থৈ যোৱাৰো কোনো প্রয়োজন নাই। তোমাক নিজৰ ভৰিৰ ওপৰত থিয় হব পৰাকৈ এটা স্থিৰ পথত থিয় কৰাই দিছো যেতিয়া সেয়াই তোমাৰ ঘৰ-দুৱাৰ, বেঙ্ক বেলেন্স আদি সকলো।

মই এটা বিশেষ কথা চিন্তা কৰিছো। মই ভাবিছো— অৱসৰৰ পিচত মই ৰাধাকুছি গ্রামাঞ্চললৈ পুনৰ গুচি যাম। আজি ইমান দিনে মই ব্যক্তিগত জীৱনৰ লগত ব্যস্ত থাকিব লগীয়া হোৱাত ৰাধাকুছি গ্রামাঞ্চলৰ কথা নিবিড়ভাবে চিন্তা কৰিবলৈ আহৰি পোৱা নাই। কিন্তু মই ৰাধাকুছি গ্রামাঞ্চলৰ ঋণ এই জীৱনত পৰি-শোধ কৰিব পাৰিম জানো? সেই কাৰণে ভাবিছো, ৰাধাকুছি গ্রামাঞ্চলৰ যি কেইজন মানুহে সচাঁকৈয়ে দুবেলা দুমুঠি খাবলৈ পোৱা নাই, তেওঁলোকক গোটাই লৈ সমবায় পদ্ধতিত কিবা এটা উৎপাদন কৰি নিজৰ ভৰিৰ ওপৰত নিজে থিয় হৈ দুবেলা দুমুঠি খাব লব পৰাৰ ব্যৱস্থা কৰি দিম। ৰাধাকুছি গ্রামাঞ্চলত খোলা গাঁৱলীয়া বেঙ্কটো আমাৰ সহায়ক হব। মোৰ বেঙ্ক বেলেন্স ডেৰ লাখ টকা হাততে আছে। গতিকে বৰ বিশেষ অসুবিধা নহব। মানুহ স্বাৱলম্বী হব লাগে— এয়া মোৰ স্পষ্ট কথা। তাৰ বাবে অনেক পৰিকল্পনাৰ

প্ৰয়োজন নাই। প্ৰয়োজন হ'ল উপযুক্ত গাইডেন্স আৰু হাতত ধৰা ধৰিকৈ এক নৱ-সৰণীৰে আগবাঢ়ি যোৱাৰ আদিম প্ৰচেষ্টা। অন্যথাত মহাত্মা গান্ধীয়ে যি অৰ্থত স্বৰাজ বিচাৰিছিল, সেই অৰ্থত মানুহবোৰক উদ্বুদ্ধ কৰিবলৈ চেষ্টা কৰিম। সেই অঞ্চলৰ নিৰ্ব্বাচিত বিধান সভা নাইবা লোক সভাৰ প্ৰতিনিধি জন যদি "আছে গৰু নবয় হাল" হয়, তেওঁক কৰ্ত্তব্যবোধ সোঁৱৰাই দিম। যদি তথাপি তেওঁৰ কৰ্ত্তব্যবোধ জাগ্ৰত নহয়, নিৰ্লজ্জভাবে আঙুলি জোকাৰি জোকাৰি সমজুৱা বক্তৃতাৰে দু-আষাৰ কথা শুনাব পাৰিম। তথাপিতো যদি তেওঁৰ কৰ্ত্তব্যজ্ঞান জাগ্ৰত নহয়, তেতিয়া বাইজে মাৰবান্ধি তেওঁক নাইবা তেওঁৰ দলেৰে গঠিত চৰকাৰক ঠেলি হেচুকি পিচপেলাই থৈ জনসাধাৰণক অহিংস সংগ্ৰামেৰে আগবঢ়াই নিবলৈ চেষ্টা কৰিম, ঠিক বীৰবলে তাহানি আকবৰৰ ৰেখা চুটি কৰাৰ দৰে।

বিশেষ নিলিখো।

ইতি

তোমাৰ 'দেউতাৰা'

[ পুনঃ—

তুমি আগৰ চিঠিখনত অন্য এষাৰ কথা লিখিছিলা। অৱশ্যে উত্তৰটো এই চিঠিখনৰ অপ্ৰাসংগিক হব যদিও, তুমি সুধিছিলা বাবেই উত্তৰ দিলো। আগৰখনত লিখিবলৈ পাহৰি গলো। "ঈশ্বৰ আছে নে নাই ?"— এই কথাষাৰ তুমি মোক সুধিছিলা। মইনো কেনেকৈ কম ?

কেমিষ্ট্ৰি প্ৰেক্‌টিকেলত টেষ্ট টিউবত চ'লট্ এনালাইচিচ কৰাৰ দৰে মই মোৰ মানৱ দেহৰ টেষ্ট টিউবটোত ঈশ্বৰ ৰাসায়নিক, নে আধি ভৌতিক, নে আধি দৈহিক, বৰ্ত্তমান নে অবৰ্ত্তমান, এই বিষয়ে আজিকোপতি পৰীক্ষা কৰা নাই। কোনো এটা বস্তুক তন্ন তন্নকৈ পৰীক্ষা নকৰাকৈ ইতিবাচক বা নেতিবাচক মন্তব্য দিয়া

মোৰ অভ্যাসো নাই। কিন্তু মোৰ নিচিনা নিচলা পৰিয়ালৰ ল'ৰা এজনৰ বাবে জীৱনৰ সকলো ধৰণৰ উন্নতিৰ খোপ ধৰিবলৈ ঈশ্বৰ নামৰ শূন্যতে উৰন্ত ৰচি এডাল কল্পনাতে বিচাৰি এখোপ এখোপকৈ আগুৱাই যাবলৈ প্ৰয়োজন হৈছিল। সেয়া মোৰ ৺মাতৃ দেৱীৰ আছিল জীৱনৰ আদৰ্শ আৰু কঠোৰ শিকনি। জীৱন গঢ়া আদৰ্শৰ প্ৰতি অকৃতজ্ঞ হোৱাতো মোৰ চিন্তা চৰ্চ্চাৰ বাহিৰত কাৰণে, ঈশ্বৰ নামৰ আদৰ্শটোক জীৱনৰ পৰা বিসৰ্জ্জন দিয়াৰ কথা কাহানিও চিন্তা কৰা নাই। তুমি নিজকে নিজে বিচাৰ কৰি চাবা। এয়াই মোৰ সু-উপদেশ।

চিঠিখন বৰ দীঘলীয়া হ'ল, কাৰণ এইখনেই মোৰ এই সম্পৰ্কীয় শেষ চিঠি।

পুনঃ মৰম লবা

ইতি

তোমাৰ 'দেউতাৰা'

এই সিদ্ধান্তৰ ঠিক এমাহ পিচতেই বিদ্যুৎকৃষ্ণই চাকৰি জীৱনৰ পৰা অবসৰ লৈ আহি তেলনগৰী পালে। তেল নগৰী পায়েই নীলকান্তৰ ওচৰত এক প্ৰস্তাৱ আগবঢ়ালে "মই তোমাৰ বিয়াৰ কথা চিন্তা কৰিছো। ৰাধাকুছি গ্ৰামাঞ্চললৈ যোৱাৰ আগতে মই ধুউব অনুষ্টুপীয়াকৈ তোমাৰ বিয়াখন পাতি থৈ যাম। এয়াই মোৰ তোমাৰ প্ৰতি জীৱনৰ শেষ কৰ্ত্তব্য। কিন্তু ছোৱালীৰ ৰাশি চক্ৰ তোমাৰ ৰাশি চক্ৰৰ লগত সম্পূৰ্ণ ৰূপে মিলিব লাগিব—ধনী দুঃখীয়াৰ কোনো প্ৰশ্ন নাই।"

*          *

এটা শুভ মুহূৰ্ত্তত নীলকান্তৰ এসময়ৰ স্বাধীনতা সংগ্ৰামৰ অক্লান্ত শ্ৰমিক পূৰ্ণকান্ত দেৱগোস্বামীৰ কন্যা নীতিৰূপাৰ লগত শাস্ত্ৰসম্মত ভাবে বিয়া হৈ গ'ল। বিশেষ হুলস্থুল নাই, কোনো ধুমধাম

নাই, কেৱল প্ৰতিদিনে উঠা বহা কৰা বন্ধু-বান্ধৱ কেইজনকে লগত লৈ পুত্ৰ বধূক বিদ্যুৎকৃষ্ণই সৰ্ব্বান্তঃ কৰণেৰে আদৰি আনিলে। ওচৰ চুবুৰীয়াই ইমান অনুচ্চুপীয়াকৈ বিয়া পতাত আচৰিত হৈছিল যদিও বিদ্যুৎকৃষ্ণই সকলোকে শুনাই কৈছিল— "আজিকালি আৰু আগৰ দৰে ধুমধামেৰে বিয়া পতা দিন উকলি গ'ল। জোৰোণত কেইপদ গহণা দিছে, কেই যোৰা পাটৰ কাপোৰ দিছে, কন্যা ঘৰে ছোৱালীৰ লগত আ-অলঙ্কাৰ, বাচন-বৰ্ত্তন, চকী পালেং দিছে নে নাই, বিচাৰ কৰাৰ দিন উকলি গ'ল। মাত্ৰ বিয়াখন শাস্ত্ৰসম্মত হৈছে নে নাই সেইটোহে প্ৰয়োজনীয় কথা।"

নীতিৰূপা সেই সময়ত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিষয়ৰ স্নাতক মহলাৰ ছাত্ৰী। হোষ্টেলত থাকি পঢ়া শুনা কৰে। বিয়াৰ এসপ্তাহ পিচতেই পুনৰ হোষ্টেললৈ গুচি গ'ল তাই।

নীলকান্তৰ শুভ-বিবাহ সমাধান হোৱাৰ কেইদিন মান পিচতেই ডাঃ বিদ্যুৎকৃষ্ণ ৰাধাকুছি গ্ৰামাঞ্চললৈ যাবলৈ ওলাল। নীলকান্তই গোটেই জীৱনটো দেউতাকৰ পৰা বিছিন্ন হৈয়েই কাল কটালে, এতিয়াও তেনেকুৱা অৱস্থাৰ সৃষ্টি হোৱাত অন্তৰত দুঃখ পাইছিল যদিও দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে মাত মাতিবলৈ তেওঁৰ সাহস নাই আৰু দেউতাকে যুক্তিবিহীন কোনো সিদ্ধান্ততে আজি-কোপতি উপনীত হোৱা তেওঁ কাহানিও দেখাও নাই। ৰাধাকুছি গ্ৰামাঞ্চলৰ কিছুমান লোকৰ উৱলি যাব ধৰা সংসাৰখন নকৈ গঢ়াৰ যে প্ৰয়োজন হৈছে আৰু তাৰ বাবে অৰ্থনৈতিক সাহায্যতকৈও মানসিক উদগনিৰ যে প্ৰয়োজন বাৰুকৈয়ে হৈছিল এই কথা তেওঁ হাড়ে হিমজুয়ে বুজি পাইছিল। দেউতাকৰ গাত সেই ফেৰা কৰ্ম্ম-প্ৰেৰণাৰ অভাব নহয়, সেই কথাও তেওঁ বুজি পাইছিল, ৰাধাকুছি গ্ৰামাঞ্চলত থাকিলে তেওঁৰ আলপৈচান ধৰিবলৈ যে ভাই-বন্ধুৰ অভাৱ নহয় সেই কথাতো তেওঁ নিঃচিন্ত আছিল। গতিকে তেওঁ বিনা বাক্যে দেউতাকৰ ৰাধাকুছি গ্ৰামাঞ্চললৈ যোৱাৰ দিন স্থিৰ কৰিলে।

কিন্তু হঠাতে এদিন তেওঁৰ যাত্ৰা কিছুদিনলৈ বন্ধ কৰিবলৈ বাধ্যত পৰিল।

★ ★ ★ ★

১৯৭৯-৮০ চনৰ সন্ধিক্ষণ।

সমগ্ৰ অসমৰ বুকুতে জুই জ্বলিছিল।

বিদেশী নাগৰিকৰ নাম ভোটাৰ তালিকাৰ পৰা বহিষ্কাৰ, অসমৰ পৰা বিদেশী নাগৰিক বহিষ্কাৰ— এই সন্দৰ্ভতে অসমৰ বক্ষ মাজতে আৰম্ভ হ'ল অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰাম। বিদেশী নাগৰিকৰ ভোটদানেৰে প্ৰতিনিধি নিৰ্ব্বাচন, দলে দলে বিদেশী ভগনীয়া আহি অসমৰ বুকুত গোজেই গজালি হোৱাৰ নীতি ভাৰতৰ সংবিধানত কতো লিখা নাই; কিন্তু সংবিধানে অনুমোদন নকৰা কাৰ্য্য প্ৰতিৰোধ কৰিবলৈ ভাৰতবৰ্ষৰ চৰকাৰখন নিমাত কিয়? অসম জানো ভাৰতৰ অঙ্গ নহয়?

শান্তিপূৰ্ণ সমাধানৰ পথ অশান্তিপূৰ্ণ হৈ উঠিল।

চি-আৰ-পি, সামৰিক বাহিনীৰ শান্তিপূৰ্ণ পিকেটিংকাৰী জন সাধাৰণৰ ওপৰত অবৰ্ণনীয় অত্যাচাৰ, নাৰী নিৰ্য্যাতন, সাম্প্ৰদায়িক সংঘৰ্ষৰ বাবে উচাটন আদি উত্তৰ কামৰূপৰ লগতে সমগ্ৰ অসমৰ বুকুত সংঘটিত হ'ল— নিজৰ দেশৰ ৰক্ষকেই ভক্ষকৰ বেশ লৈ। ৰাধাকুছি গ্ৰামাঞ্চলতো সেই জুই কুৰা দপ্ দপ্ কৰে জ্বলি উঠিল।

ভবানীপুৰীয়া খৰ্গেশ্বৰ তালুকদাৰ কৰুণ ভাবে শ্বহীদ হ'ল।

ভাৰতবৰ্ষৰ এসময়ৰ ৰাষ্ট্ৰপতি ৺ফকৰুদ্দিন আলি আহমদৰ পত্নী বেগম আবেদাই হয়তো এই মৰণক আদৰণি জনালে এক বিজয় উল্লাসেৰে।

অসমৰ ঘৰে ঘৰে প্ৰজ্বলিত এগছিকৈ বন্তি শিখা ৺ তালুকদাৰৰ অতৃপ্ত আত্মাৰ শান্তিৰ বাবে।

দুলীয়াজান তেল নগৰীত প্ৰবাহিত হ'ল তেজৰ নিজৰা। তেল নগৰীৰে কৰ্ম্মী কুমুদ গগৈ, শান্তিপুৰ গাঁৱৰ অজিত নেওগ,

হমুপাৰা গাঁৱৰ নগেন ডেকা, ভাদৈ পাঁচ আলিৰ নৃপেন বৰাই চি-আৰ-পি ৰ গুলিত অকাল মৃত্যু বৰণ কৰিলে। অগনন মানুহ চি-আৰ পি ৰ ভয়ত অবোধ হৰিণী চিকাৰৰ ভয়ত পলাই সৰাৰ দৰে প্ৰাণে বাচিলে। বুৰঞ্জীয়ে হয়তো থমকি ৰৈ কলে— "এয়া গণতান্ত্ৰিক দেশ এখনত অগণতান্ত্ৰিক জীৱন বীক্ষা।"

★ ★ ★ ★

৬

এজন ডেকা ল'ৰা তেলঃকোম্পানী হাস্পাতালৰ চকু বিভাগৰ বেমাৰী পৰীক্ষা কৰা কোঠাটোত বহি আছে। মূৰত তেওঁৰ "বেৰেল বেণ্ডেজ"। চি-আৰ-পি ৰ লাঠিৰ কোবত মূৰ ফাটি বেহুচ হৈ পৰি গৈছিল। কোনোবাই তেল কোম্পানীৰ চাৰ্জাৰী বিভাগত ভৰ্ত্তি কৰালে। চাৰ্জাৰী বিভাগে ততাতৈয়াকৈ চিকিৎসা ললে— হস্পিতালত প্ৰায় এপষেক জুৰি চিকিৎসাধীন হৈ থাকি এতিয়া আৰোগ্য হৈছে। চাৰ্জাৰী বিভাগে চকু বিভাগলৈ চেক্ আপৰ কাৰণে ৰেফাৰ কৰি পঠাইছে— "ইজ্ দিয়েৰ এনি ইণ্টাৰনেল ইনজিঅ'ৰি টু দা আয় বল।" চকু বিশেষজ্ঞ ডাঃ নীলকান্ত ভট্টাচাৰ্য্যই চকু পৰীক্ষা কৰি ৰিপৰ্ট দিছে— "ন' ইন্‌জিঅ'ৰি।"

বেমাৰীজনৰ হাতৰ পৰা "হিণ্ট্ৰী চিট" থকা টিকটটো হাতত লৈয়েই চিনাকি নাম এটা দেখি উচপ্ খাই উঠিল—

"পেচেণ্ট'চ নেম— নিখিলানন্দ বৰুৱা।"

ডাঃ নীলকান্তই ল'ৰাজনক ভৰিৰ পৰা মূৰলৈ কেবাবাৰো চালে। কোনো কথা নুসুধিলে।

বাহিৰত বেমাৰীজনৰ খবৰ লবলৈ ৰৈ থকা কেবাজনো মানুহ। মানুহবোৰৰ পিন্ধা উৰা একেবাৰে সাধাৰণ, বয়সস্থ মানুহৰ লগতে ডেকা ল'ৰাও কেবাজনো।

নীলকান্ত বেমাৰী পৰীক্ষা কৰা কোঠাৰ পৰা বাহিৰ ওলাই গ'ল। ৰৈ থকা মানুহকেইজনক সুধিলে— "আপোনালোকে কাক বিচাৰিছে?"

ঃ তেখেতক।

ঃ তেখেত আপোনালোকৰ কোন হয়?

ঃ আমাৰ গুৰু ঃ

ঃ গুৰু? কেনেকুৱা গুৰু?

ঃ গুৰু মানে তেখেতে "আমাক নাগাৰা নাম" শিকায়।

ডাঃ নীলকান্ত আকৌ কোঠাটোৰ ভিতৰ সোমাই গ'ল। ডেকা ল'ৰাজনক কলে—"আপুনি কাইলৈ আকৌ এবাৰ আহিব। মই আপোনাৰ "ৰিফ্লেক্‌টিভ্‌ এৰ'ৰ" আছে নেকি চাব লাগিব।" বেমাৰী ল'ৰাজনে 'ভাল বাৰু' বুলি কৈ নীলকান্তক নমস্কাৰ জনাই টিকেটখন হাতত লৈ ওলাই গ'ল।

ঘৰলৈ গৈ নীলকান্তই দেউতাকৰ আগত সকলো কথা কলে। দেউতাকে কলে— "এতিয়া তুমি ল'ৰাজনক কোনো কথা নুসুধিবা। ধৰা পৰাৰ ভয়ত হস্পিতালৰ পৰা মনে মনে পলাই যাব পাৰে। এনেকুৱা ঘটনা মই মোৰ জীৱনত বহুতো দেখিছো, শুনিছোও। তুমি এটা কাম কৰা, যিকোনো উপায়ে ল'ৰাজন হস্পিতালৰ পৰা দিচ্‌চাৰ্জ হোৱাৰ পিচত মোৰ ওচৰলৈ লৈ আহিবা। মই তাৰ উপযুক্ত ব্যৱস্থা হাতত লম।"

পিচদিনাখন ল'ৰাজনে হাতত টিকেটটো লৈ আকৌ ডাঃ নীলকান্তৰ ওচৰলৈ আহিল। নীলকান্তই সকলোবোৰ তন্ন তন্নকৈ পৰীক্ষা কৰি কলে— "আপোনাৰ কোনো ধৰণৰ অপথেলম'লজিকেল অসুবিধা নাই। চাৰ্জাৰী বিভাগে চুটি দিলে দুই এদিনৰ ভিতৰতে ঘৰলৈ যাব পাৰে। বাই দি বাই আপোনাৰ ঘৰ ক'ত আছিল বাৰু"?

নীলকান্তই ভাবিছিল নিখিলানন্দই কথাবোৰ চাগে লুকুৱাই থৈ অন্য এক মনে সজা পৰিচয় দিব। কিন্তু আচৰিত কথা, সি কোনো ধৰণৰ ফাঁকি দিবলৈ চেষ্টা নকৰি এজন সৰু ল'ৰাৰ দৰে সকলো কথা নীলকান্তৰ সন্মুখত খোলাখুলি ভাবে কলে। ইউনি-ভাৰ্চিটি কেনেদৰে এৰি আহি কেনেদৰে সাধাৰণ মানুহবিলাকৰ মাজত

সংগঠনত লাগি ফুৰিছিল, সেউতাকৰ মৃত্যুৰ সময়ত কেনেদৰে বিপ্লবৰ গীত প্ৰচাৰ কৰিব বুলি শপত খাইছিল— এই সকলো কথা খোলা খুলি ভাবে কলে। লগতে কলে— "আপোনাক মই মোৰ পৰিচয় নিদিয়াকৈও থাকিব পাৰিলোহেঁতেন। হয়তো মিছা পৰিচয় এটাও দাঙি ধৰিব পাৰিলোহেঁতেন। কিন্তু মিছা কথা কোৱা মোৰ অভ্যাস নাই। আৰু মিছা কথা কবলৈ মইতো চুৰি কৰা নাই, সংগঠনহে কৰিছিলো।" নীলকান্তই কলে— "আপোনাৰ সাহস ও স্পষ্টবাদিতাত মই সঁচাকৈয়ে মুগ্ধ। উঠি অহা ডেকা সকল সকলোৱে যদি আপোনাৰ দৰে অপকট হলহেঁতেন।"

নিখিলানন্দই তললৈ মূৰ কৰি লাজ লাজ ভাবে কলে— "মোৰ সন্মুখত প্ৰশংসা কৰিলে মই বৰ বেয়া পাওঁ। যাহওঁক, আপুনি মোক আপুনি বুলি সম্বোধন নকৰি তুমি বুলি সম্বোধন কৰিলে বৰ সুখী হ'ম। নীলকান্তই তপৰাই প্ৰশ্ন সুধিলে—"কাৰণ!"

নিখিলানন্দই উত্তৰ দিলে— "কাৰণ আপুনি মোৰ ককাইদেউৰ সমবয়সৰ"। নীলকান্তই কলে— "অ'হয় নেকি? তেনেহলে তুমি আজিৰ পৰা মোৰ সৰু ভাইটি হ'লা। কাৰণ মোৰ কোনো সৰু ভাই নাই।"

নিখিলানন্দই সন্মতিসূচক মূৰ দুপিয়ালে। নীলকান্তই টিকেট-টোত 'এক্সামিনেশ্বন ৰিপৰ্ট' লিখি কলে— 'তুমি এতিয়া যোৱাগৈ। দিচ্‌চাৰ্জ দিয়াৰ দিনাখন তুমি মোক লগ ধৰি দিচ্‌চাৰ্জ চাৰ্টিফিকেট খনত 'অপথেলমলজিকেল ৰিপৰ্ট' টো লৈ যাবা।" নিখিলানন্দই "ভাল বাৰু" বুলি কৈ চাৰ্জিকেল ওৱাৰ্ডৰ নিজৰ বিচনালৈ গ'ল। ঘৰলৈ গৈ নীলকান্তই দেউতাকৰ আগত সকলো কথা কলে।

## ৭

দুদিন পিচত নিখিলানন্দৰ হস্পিতেলৰ পৰা ছুটি হ'ল। নিখিলানন্দই দিচ্‌চাৰ্জ চাৰ্টিফিকেটখন লৈ ডাঃ নীলকান্তৰ ওচৰলৈ

গ'ল। নীলকান্তৰ পৰা বিদায় মাগিলে। নীলকান্তই পিচ্ চাঞ্চ চাৰ্টিফিকেট খনত অপথেলম'লজিকেল ৰিপৰ্ট লিখি লিখি কলে— "তুমি যে আজিৰ পৰা হস্পিতাল এৰি গুচি যাবা, তোমাকতো আৰু মই সতকাই ল'গ নেপাম। তুমি সংগ্ৰামী মানুহ ক'ত থাকা, ক'ত খোৱা কোনো ঠিকনা নাই। গতিকে আজি সময় থাকোতে মোৰ ঘৰত চাহ একাপ খাই নোযোৱা জানো।"

তেল কোম্পানীৰ ডাঙৰ ডাক্তৰ এজনে নিখিলানন্দক যে চাহ খাবলৈ নিমন্ত্ৰণ কৰিব, সি চাগে আগতে ভাবিয়েই পোৱা নাছিল। অকপট ভাবে কলে— "যাম বাৰু!" তাৰ পিচত দুয়োজন তেল কোম্পানীৰ গাড়ীৰে নীলকান্তৰ ঘৰ পালেগৈ। নীলকান্তই নিখিলানন্দক বাহিৰৰ কোঠাটোতে বহিবলৈ দি ভিতৰ সোমাই গ'ল। দেউতাকৰ আগত সকলো কথা কলে। দেউতাকে নিখিলানন্দ অহাৰ বাতৰি পাই, পুৰণি ফাইলবোৰ লুটিয়াই লুটিয়াই কিবা এখন কাগজ বিচৰাত লাগিল। নীলকান্তই পুনৰাই বাহিৰৰ কোঠাটো পালে। দেখিলে, নিখিলানন্দই বেৰত আঁৰি থোৱা ফটোখনত ডাঙৰ হৰফেৰে ক্ৰুচবিদ্ধ যীশুৰ তলত লিখা কথাখিনিৰ ওপৰত চকু ফুৰাইছে— "Beware of doctors of the law who loves to walk up and down in long robes, receiving respectful greetings in the street , and to have the chief seats in syragogues, and places of honour at feasts. These are the men who eat up the property of widows, while they say long prayers for appearance' sake and they will receive the severest sentence"

নীলকান্তৰ মাতত নিখিলানন্দৰ তন্দ্ৰা ভাগিল। নীলকান্তই মিছিকিয়া হাঁহি মাৰি কলে— "হায়! যীশু খৃষ্টইও চিন্তা কৰিছিল অসহায় বিধবা সকলৰ বাবে, আৰু কঠোৰতম শাস্তিৰ ব্যৱস্থা লবলৈ নিৰ্দ্দেশ দিছে সেই পণ্ডিত প্ৰবৰ সকলৰ বিপক্ষে, যি সকলে জাক জমক দীঘল কাপোৰ পিন্ধি পথিকৰ পৰা সশ্ৰদ্ধ প্ৰণাম গ্ৰহণ কৰে, মন্দিৰত আৰু অন্যান্য উৎসৱ স্থলীত গৈ উচ্চাসনত অধিষ্ঠিত হয়। অন্য

হাতে দীঘলীয়া প্ৰাৰ্থনা নীতি-বচন উচ্চাৰণ কৰি অসহায় বিধবা সকলৰ সম্পত্তি গ্ৰাস কৰে।"

নিখিলানন্দই উত্তৰ দিলে— "চিন্তা কৰিছিল থিকেই, কিন্তু বিজ্ঞান সম্মত পথৰ কোনো নিৰ্দ্দেশ দিয়া নাই।"

নীলকান্তই কলে—"কিয় ? আমি দেখোন বিজ্ঞানৰ উচ্চচূড়াত আৰোহণ কৰা বুলি সগৌৰৱে হাঁহি মাৰো। আমি জানো সৰ্ব্ব সম্মতিক্ৰমে বিজ্ঞান সম্মত পথ এটাৰ উদ্ভাবন কৰিব নোৱাৰিম ?"

প্ৰত্যুত্তৰত নিখিলানন্দই কলে— "এইখন দেশৰ বিজ্ঞান শিক্ষাই বিজ্ঞান সম্মত পদ্ধতিত হোৱা নাই। হোৱাহলে, কোনো এটা বিজ্ঞানৰ বিষয়ত স্নাতক হোৱাৰ পিচত এজন ছাত্ৰই হাতে হাতে আবেদন পত্ৰ লৈ কেৰাণী মহৰীৰ পৰা পুলিচ অফিচাৰলৈকে চাকৰি বিচাৰি হাবাথুৰি খাই নুফুৰিলেহেঁতেন। কাৰো কতো আশ্ৰয় নোলোৱাকৈ সেই বিষয়ৰ বিশেষ জ্ঞানেৰে স্বাধীন ভাবে জীৱিকাৰ পথ নিৰ্ণয় কৰিবলৈ উপযুক্ত হৈ উঠিলহেঁতেন। এতিয়ানো কি দেখিছে— ? বিজ্ঞানৰ স্নাতক এজনে এখনৰ পিচত আন এখন আবেদন পত্ৰ প্ৰেৰণ কৰি বছৰৰ পিছত বছৰ জুৰী চাকৰি বিচাৰি ঘূৰা ফুৰাতো জানো বিজ্ঞান সম্মত শিক্ষা পদ্ধতি ?"

কথা পাতি পাতি দুয়োজন চকীত বহি পৰিল। এনেতে কাম কৰা ল'ৰাজনে দুয়োজনাৰে সন্মুখত দুকাপ চাহ থৈ গ'ল। দুয়োজন কিছু সময় মৌন হৈ থাকি চাহৰ কাপত চুমুক দিলে। দুয়োজনৰে মাজত কিছু সময় মৌনতাই বিৰাজ কৰিলে। এনেতে হাতত পুৰণি চিঠি এখন লৈ ডাঃ বিদ্যুৎকৃষ্ণ সোমাই আহিল। সোমায়েই তেওঁ বহুদিনৰ চিনাকিৰ দৰে কলে— "অ' এইজনেই হৰলা ৰাধাকান্ত দাদাৰ ল'ৰা। তুমি হৰলা ঘৰ এৰি অনাই বনাই ঘূৰি ফুৰিছা ? পাচে দেউতাৰা জীয়াই থকা হলে এনেদৰে ঘূৰি ফুৰিব নোৱাৰিলাহেঁতেন। এতিয়াও দেউতাৰা ঢুকাইছে যদিও তোমাৰ ওপৰত চকু কাণ দিয়া মানুহ নাই বুলি নেভাবিবা।"

এজন অচিনাকি মানুহৰ মুখত দেউতাকৰ নাম শুনি নিখিলানন্দ আচৰিত হৈ উঠিল। মুখ ফুটাই কলে— "আপুনি মোৰ দেউতাৰ নাম কেনেকৈ জানিলে?"

"বাক হব, হব! সেইবোৰ পিচতো হব। এতিয়া চাহ কাপ তৃপ্তিৰে খাই লোৱা" বুলি ডাঃ বিদ্যুৎকৃষ্ণ অন্য এখন চকীত বহি ললে। নীলকান্ত আৰু নিখিলানন্দই ইতিমধ্যে চাহ খোৱা পৰ্ব্ব সমাপ্ত কৰিলে। ডাঃ বিদ্যুৎকৃষ্ণই নিখিলানন্দৰ চাহ খোৱা হ'লত নাহেকৈ কলে—"বাই দি বাই তুমি জানো মোক চিনি পাইছা?" নিখিলানন্দই তপৰাই উত্তৰ দিলে— 'নাই পোৱা!' নীলকান্তই কলে— 'মোৰ দেউতা।' নিখিলানন্দই ডাঃ বিদ্যুৎকৃষ্ণলৈ প্ৰথম চিনাকিৰ নমস্কাৰ জনাই কলে—"কিন্তু আপুনি মোৰ দেউতাক দাদা বুলি কৈছে যে?"

বিদ্যুৎকৃষ্ণই একো উত্তৰ নিদিলে।

হাতত লৈ অহা চিঠিখন আগবঢ়াই দি কলে— "এইখন পঢ়ি চোৱা আখৰবোৰ বাক কাৰ হাতৰ ধৰিব পাৰিছানে?"

নিখিলানন্দই কলে—"নাই পৰা। কিন্তু মোৰ দেউতাৰ আখৰবোৰো এনেকুৱাই আছিল। আখৰবোৰ দেখি মোৰ দেউতালৈ মনত পৰিছে।"

বিদ্যুৎকৃষ্ণই কলে—"হয়। তোমাৰ দেউতাবাৰেই হাতৰ আখৰ।"

নিখিলানন্দই আচৰিত হৈ কলে—"দেউতাৰ চিঠি আপোনাৰ হাতত পৰিল কেনেকৈ?"— প্ৰত্যুত্তৰত বিদ্যুৎকৃষ্ণই কলে—"সেইবোৰ বাক পিচতো জানিবা। এতিয়া বাক পঢ়ি চোৱা।"

চিঠিখন পঞ্চাশ চনতে লিখা। আখৰবোৰ অলপ বিয়লি গৈছিল। পঢ়িবলৈ কিছু অসুবিধা হৈছিল। বিদ্যুৎকৃষ্ণই নিখিলানন্দৰ অসুবিধাটো বুজি পাই কলে—"বৰা! চিঠিখনময়ে পঢ়ি শুনাইছো। বহুদিন আগৰ চিঠি নহয়। আখৰবোৰ অলপ বিয়লি গৈছে।" বিদ্যুৎকৃষ্ণই একমনে পঢ়ি গ'ল—

"স্নেহৰ শ্ৰীমান ডাক্তৰ বাপা"। ৰাধাকুছি
১-৬-৫০ ইং

যোৱা পোন্ধৰ তাৰিখে তোমাৰ এটি ল'ৰা সন্তান জন্ম হোৱা খবৰ পাই বৰ সুখী হলো। ভগৱন্তৰ ওচৰত তোমাৰ সন্তানৰ দীৰ্ঘ জীৱন আৰু উত্তৰোত্তৰ উন্নতি কামনা কৰিলোঁ। আশাকৰো মাতৃ সহ সন্তানটি কুঁশলে আছে।

তুমি পঠোৱা সময়, তাৰিখ পন্ধিয়াৰ জ্যোতিষাচাৰ্য্য এজনক দেখুৱালো। আমাৰ এই অঞ্চলত আজি কালি জ্যোতিষ-চৰ্চা কৰা মানুহ পাবলৈকে নোহোৱা হ'ল। তাতে আকৌ তোমাৰ আতা ⁄দীন পূজাৰীৰ দৰে জ্যোতিষত পূৰ্ণ জ্ঞান থকা মানুহ পাবলৈকে বৰ কঠিন।

জ্যোতিষাচাৰ্য্যৰ গণনা মতে তোমাৰ ল'ৰাজনৰ ৰাশি পৰিছে বৃশ্চিক ৰাশি, আদি অক্ষৰ 'ন'— অনুৰাধা নক্ষত্ৰ। সেই বিচাৰ মতে নাম এটা দিবা। জ্যোতিষাচাৰ্য্যদেৱে সোঁৱৰণীখন কৰি আছে। মই তাতে সোঁৱৰণী নাম দিলো নীলকান্ত। যোৱা মাহত ওপজা মোৰ ল'ৰাজনৰ ব্যক্ত নাম পৰিছে শিৱকান্ত, শিৱকান্ত নীলকান্ত একেই যুৰীয়া হব। তোমাৰ মনঃপূত হোৱা কিবা এটা আধুনিক নাম ব্যক্ত নাম হিচাবে দিবা। পাচে, গুপ্ত নাম, ব্যক্ত নামৰ কোনো পাৰ্থক্য নেথাকে সকলোবোৰ একেই নাম। শুনাত শুৱলা হলেই হ'ল।
পুনঃ সস্ত্ৰীক পুত্ৰসহ স্নেহাশীষ লবা।

ইতি—

তোমাৰ 'ৰাধাকান্ত দাদা"

নিখিলানন্দই ডাক্তৰৰ মুখৰ ফালে ভাবি চাই কলে—"তাৰ মানে· আপুনি .. " "মই ডাক্তৰ বিদ্যুৎকৃষ্ণ ভট্টাচাৰ্য্য। তোমাৰ খুড়া" বুলি বিদ্যুৎকৃষ্ণই হাঁহি মাৰি নিজৰ পৰিচয় দিলে। চকুৰ সন্মুখতে জীৱন্ত সাপ এটা আহি ওলালে যেনেকৈ কব নোৱাৰাকৈয়ে

সাপৰ মুখৰ ওপৰত গচক মাৰি দিয়ে, তেনেদৰে নিখিলানন্দই সম্মুখত 'ডাঃ বিদ্যুৎকৃষ্ণ' নামৰ মানুহ এজনে নিজৰ পৰিচয় নিজে ব্যক্ত কৰাত আচৰিতে কৈ পেলালে— "আপোনাক মই বহুদিনৰ পৰাই বিচাৰি ফুৰিছো। আপোনাক মোৰ সুধিব লগীয়া কথা এটা আছে।" বিদ্যুৎকৃষ্ণই কলে— "এটা কিয় বহুতো কথা সুধিবা। এতিয়া নিজৰ খুড়াৰ ঘৰ বিচাৰি পালা যেতিয়া গা-পা-ধুই ভাত পানী খাই আজৰি হৈ লোৱা। মোৰো তোমাক কবলগীয়া বহুতো কথা আছে।" এই বুলি বিদ্যুৎকৃষ্ণই হাঁহি মাৰি চিঠিখন হাতত লৈ কোঠাটোৰ পৰা বাহিৰ ওলাই গ'ল। নিখিলানন্দৰ মুখৰ চেহেৰা বহুদিনীয়া হিচাপ নিকাচ এটাৰ অনুধাৱনত যেন সাল-সলনি হ'ল। নীলকান্তই নিখিলানন্দৰ মনৰ ভাব বুজি পাই কলে—"হিচাপ নিকাচ বাকী পাচতো কৰিবা। এইবাৰ বুঢ়াৰ হাতত চেঙেলী পৰিছা! এতিয়া সোনকালে গা-পা-ধুই ভাত পানী খাই লোৱা।" বুলি নীলকান্তই হোঁ হোঁ কৈ হাঁহি মাৰি দিলে।

সৰু ল'ৰা ছোৱালীবোৰ বুঢ়ীমাকৰ কোলাত বহি ৰাম, লক্ষ্মণ, সীতাৰ কাহিনী শুনাৰ দৰে নিখিলানন্দইও সৰু কালত মাক লখিমীৰ কোলাত উঠি ডাঃ বিদ্যুৎকৃষ্ণৰ জীৱন সংগ্ৰামৰ কাহিনীবোৰ, ৺সাৰদা পেহীৰ জীৱনৰ ব্ৰতৰ কাহিনীবোৰ সাধুকথা শুনাৰ দৰেই শুনি টোপনি গৈছিল। ৰাধাকুছি গ্ৰামাঞ্চলৰ সকলো মাক বাপেকৰ বাবে বিদ্যুৎকৃষ্ণৰ নামটো এটা আদৰ্শৰ নাম, উৎসাহৰ নাম, প্ৰেৰণাৰ নাম। পঢ়া-শুনাত মন নিদিয়া ল'ৰা-ছোৱালীৰ আগত বিদ্যুৎকৃষ্ণৰ কথা কৈ মাক-বাপেকে ল'ৰা-ছোৱালীক শিকনি দিছিল। সংকটৰ সময়ত উদ্ধাৰ পাবলৈ ঈশ্বৰৰ ওপৰত বিশ্বাস ৰাখিবলৈ ৺সাৰদা পেহীৰ কাহিনী কৈছিল। লগে লগে বধ কাব্যৰ বচন শুনাইছিল—
"হৰি ৰক্ষা কৰি ফুৰে সৰ্ব্ব বিপদত। ধেনু ৰাখি ফুৰে যেন বৎসক স্নেহত।"

—সেইজন বিদ্যুৎকৃষ্ণকে নিখিলানন্দই আজি লগ পাইছে।

লগ পাইছে বাটে-ঘাটে, সভাই-সমিতিয়ে নহয়; একেবাৰে তেওঁৰ নিজৰ ঘৰতে, একাত্মীয় ভাবে। বহুদিনৰ পৰা সুধিবলগীয়া অনেক কথাই তাৰ মনৰ পৰ্দাত দোলা দি গ'ল। সুধিব লগীয়া কথা-বোৰ তেওঁৰ তোষামোদ কৰা বিধৰ নহয়, একেবাৰে নিঃসম্বল অৱস্থাৰ পৰা কেনেকৈ উন্নতিৰ উচ্চ শিখৰত আৰোহন কৰিব পাৰে তেনেকুৱা 'A way to sure success in life' জাতীয় কথাও নহয়; কিন্তু কথা হ'ল— কোনো মানুহে যাতে ভৱিষ্যৎ জীৱনত তেওঁৰ দৰে নিঃসম্বল অৱস্থাত পতিত নহয়, তাৰ বাবে তেওঁ জীৱন-যোৰা অভিজ্ঞতাৰ পৰা কি শিকনি কঢ়িয়াই আনিছে?

কিন্তু নিখিলানন্দক আচৰিত কৰি বিদ্যুৎকৃষ্ণ কোঠাটোৰ ভিতৰলৈ সোমাই আহি কলে —"মই বুজি পাওঁ। তোমাৰ মনৰ বেদনা মই বাককৈয়ে বুজি পাওঁ। কাৰণ, তুমি ৰাধাকান্ত দাদাৰহে ল'ৰা, যিজনৰ জীৱনযোৰা ত্যাগৰ বিনিময়ত মই আজি মানুহৰ জীৱন, মৰণ, হাঁহি, কান্দোন, দুঃখ, বেজাৰৰ কথা বুজিবলৈ সক্ষম হৈছো। তুমি এটা কাম কৰা —তুমি কিছুদিন ইয়াতে থাকা। তোমাৰ স্বাস্থ্যৰ সম্পূৰ্ণ উন্নতি নোহোৱা পৰ্য্যন্ত তুমি ইয়াতে থাকা। মোৰো বৰ্ত্তমান অৱসৰৰ সময়। ঘৰতে বহি থাকি আমনি লাগিছে। তুমি যিবিলাক কথা চিন্তা কৰিছা সেইবোৰৰ সমাধানৰ বাবে কিবা এটা কাৰ্য্যকৰী পন্থা হাতত লবলৈ আমি যুটীয়া ভাবে ব্যৱস্থা কৰিম।"

৭

গা-পা-ধুই উঠি নিখিলানন্দ আৰু নীলকান্ত দুয়োজন একে-লগে ভাত খাবলৈ ডাইনিং টেবুলৰ কাষ পালে। এনেতে ভিতৰৰ কোঠাটোৰ পৰা কোনোবাই সুন্দৰ কণ্ঠেৰে গোৱা নামঘোষাৰ পদ দুয়োজনৰে কাণত পৰিল—

"জগত জীৱন ৰাম ৰঘুপতি জগত জীৱন ৰাম,
হৰি হৰি জগত জীৱন ৰাম।
জগত জীৱন ৰাম যদুপতি জগত জীৱন ৰাম
হৰি হৰি জগত জীৱন ৰাম।।
জগত জীৱন ৰাম, জগত জীৱন ৰাম
জগতৰ সুমঙ্গল তুৱা গুণ নাম।।"

হঠাৎ নিখিলানন্দ থমকি ৰ'ল; "কোনে গাইছে ?" নীলকান্তক সুধিলে।

"দেউতাই" – নীলকান্তই উত্তৰ দিলে।

ঃ দেউতাই গাব জানে নেকি ?"—

ঃ জানে মানে সদায় গায়। গা-ধুই উঠি নিজৰ বিচনাতে বহি হলেও দেউতাই সদায় এখন্তেক ঈশ্বৰৰ নাম গায়। কীৰ্ত্তন ঘোষা, নামঘোষাৰ পদবোৰ দেউতাই বৰ ভাল পায়।

নিখিলানন্দই ডাঃ বিদ্যুৎকৃষ্ণৰ নিৱনৰ ওপৰত কোনো মন্তব্য নিদিলে। মাত্ৰ লাহেকৈ কলে –"আমাৰ দেউতাই গোৱা যেন লাগিছে। একেই সুৰ, একেই লয়।"

নীলকান্তই তপৰাই কলে— "এৰা ! আমাৰ দেউতাই হেনো তোমালোকৰ দেউতাৰাৰ পৰাই এইবোৰ শিকিছিল। দেউতাই দুই এফাঁকি নাগাৰাৰ নামো গাব জানে। আজৰি সময়ত হিন্দীগীতৰ কলি গুণগুণোৱাতকৈ এইবোৰ গীতৰ কলি গুণ গুনাই বৰ আমোদ পায়।"

নিখিলানন্দই কোনো মন্তব্য নিদিলে।

নীলকান্তই পুনৰাই সুধিলে, –"তুমি পিচে এইবোৰ গীত-মাত গাব জানানে নেজানা ?"

ঃ জানো। কিন্তু নেগাওঁ।

ঃ কিয় ?

ঃ এই গীত মাতবোৰ প্ৰগ্ৰেচিভ চিন্তা-চৰ্চ্চাৰ অন্তৰায় বুলি ভাবো।

ঃ কিন্তু তুমি যে ঘৰৰ পৰা গুচি আহি দল এটা গঠন কৰি উজনি অসমত নাগাৰা নামৰ প্ৰচাৰ কৰিছা বুলি শুনিছো।

ঃ সেইবোৰ প্ৰগ্ৰেচিভ চিন্তাধাৰাৰ মাগাৰা নাম। কাহিনীভাগ পুৰণি কিন্তু চিন্তা-চৰ্চাবোৰ বৈপ্লৱিক। পুৰণি গীতৰ মাজতো নতুন বিপ্লৱৰ কাহিনী লুকাই থাকিব পাৰে; চালি জাৰি চাব জানিলে তাৰ মাজতো বিপ্লৱৰ বজ্ৰশক্তি লুকাই থাকিব পাৰে। গীতা, মহাভাৰতত আত্মাৰ অমৰত্বৰ মাজতো যুদ্ধ পৰ্ব্বৰ কাহিনী বিয়পি আছে।"

ঃ তেনেহলে নামঘোষাৰ পদক প্ৰগ্ৰেচিভ বুলি নাভাবা কিয়?

ঃ তাত যুদ্ধ পৰ্ব্বৰ আখৰা নাই।

ঃ নামঘোষা শাস্ত্ৰৰ ৰচয়িতা মহাপুৰুষ মাধৱদেৱ ৰাক প্ৰগ্ৰেচিভ আছিল নে ৰিগ্ৰেচিভ আছিল?

ঃ মাধৱদেৱ এজন ভাববাদী আছিল। যিকোনো ভাববাদীকেই মই প্ৰগ্ৰেচিভ চিন্তা-চৰ্চাৰ অন্তৰায় বুলি ভাবো।

ঃ তোমালোকৰো ভাওৰ ভুল সেই খিনিতেই! দেউতাই গোৱা পদ ফাকিলৈ মন কৰা — আজি প্ৰায় চাৰে পাচশ বছৰ আগতেই মহাপুৰুষ জনাই জীৱন আৰু জগতৰ কথা একেলগে চিন্তা কৰিছে। জীৱন আৰু জগত একেটা পথেৰে একেলগে আৱৰ্ত্তন কৰে, সেই পথৰ সুমঙ্গলেই 'তুৱা গুণ নাম" বুলি ঈশ্বৰক সম্বোধন কৰিছে। এয়াই আছিল গুৰুজনাৰ জীৱন, জগৎ আৰু ব্ৰহ্ম উপলব্ধিৰ থিয়ৰি। গত চাৰে পাচশ বছৰে গুৰুজনাই এই থিয়ৰিক প্ৰেকটিকেললৈ ৰূপান্তৰিত কৰিবলৈ আগবাঢ়ি অহা নাই অসমীয়া সমাজ। তাৰ বাবে গুৰুজনাৰ গাত কোনো দোষ নাই। যদি কাৰবাক দোষ দিব লাগে, সেয়া দোষ পৰিব উত্তৰোত্তৰ আত্মকেন্দ্ৰিক ব্যক্তি সকলৰ গাত। মাৰ্ক্সৰ থিয়ৰিক প্ৰেকটিকেল কৰিবলৈ লেনিন, ষ্টেলিন, মাওচেতুং আগবাঢ়ি নহা হলে, মাৰ্ক্সৰ চিন্তাধাৰাও অসাৰ হলহেঁতেন।"

নিখিলানন্দই কিবা এটা উত্তৰ দিয়াৰ আগতেই ডাঃ বিদ্যুৎকৃষ্ণ দুয়োজনৰ সন্মুখত আহি ওলাই কলে— "দিচ্ ইজ্ নট্ দা টাইম্ টু কিল অৱাচ ইন ফিল'চফিকেল অ'ৰ পলিটিকেল ডিচকাচন্

মাই বয়েজ। দিচ্ ইজ্ হাই টাইম্ ফৰ ডিনাৰ। কামন্ লেট'চ্ হেভ আৱাৰ মিলচ্" বুলি বিদ্যুৎকৃষ্ণই দুয়োজনাকে ভাত খাবলৈ ইঙ্গিত দিলে। দাইনিং টেবুলত তিনিওজন ভাত খাবলৈ বহিল।

৮

ভাত পানী খাই উঠি বিদ্যুৎকৃষ্ণই ঘোঁৰা-বাগৰ দিলে। নিখি-লানন্দইও বিচনাখনত বাগৰি বাগৰি এনেয়ে কিছুমান আলোচনী, বাতৰি কাগজত চকু ফুৰালে। এনেতে নীলকান্তই ভিতৰৰ পৰা হাতত অন্য এখন আলোচনী লৈ কোঠাটোলৈ সোমাই আহিল। নীলকান্তই প্ৰবন্ধ এটালৈ আঙুলিয়াই দিলে— "এই প্ৰবন্ধটো তুমি বাৰু পঢ়িছানে? ডঃ মহেশ্বৰ নেওগদেৱে লিখা— "ভাত পালেহে মাত।" নিখিলানন্দই 'নাই পঢ়া' বুলি মূৰ জোকাৰিলে।

নীলকান্তই কলে—"অসমীয়া জাতিৰ বাবে সুন্দৰ প্ৰবন্ধ। তুমি বাৰু মই আন্দাৰ লাইন কৰা এইখিনি পঢ়ি চোৱাছোন; মোৰ বৰ মনঃপুত হৈছে।"

নিখিলানন্দই হাইস্কুলৰ তলৰ শ্ৰেণীৰ ছাত্ৰই শিক্ষকৰ আগত পাঠ পঢ়া মতাৰ দৰে পঢ়ি গ'ল— "মই চৰকাৰৰ হৈ কান্দিবলৈ নেযাওঁ। চৰকাৰক নিৰ্দ্দেশ উপদেশ দিয়াৰ অধিকাৰো মোৰ নাই। বৈঠকখানাত মাৰ্ক্স পঢ়ি চৰকাৰক শাও দিয়াৰ প্ৰবৃত্তিও মোৰ নাই। যেনে প্ৰজা তেনে ৰজা বুলি ইংৰাজীত এষাৰ কথা আছে। সেই ফাকি মই বিশ্বাস কৰোঁ। আমাৰ কৰ্ত্তব্যবোধ, দেশাত্মবোধ নহলে কোনোবাই আমাক ধন দৌলত দিবহি বুলি নাভাবোঁ। চৰকাৰে যোজনাৰ যন্ত্ৰ পাতিছে। সেই যে বিশ্বমিত্ৰই আমাক স্বৰ্গ পোৱাবলৈ বুলি স্ৰুবস্ৰুচ ডালো হাতেৰে নুচুই থাকিলে ত্ৰিশঙ্কু হব পাৰিম, ইন্দ্ৰই তেওঁৰ ৰাজ্যত আমাক ঠাই নিদিব। যোজনাই জনসাধাৰণৰ কল্যাণ সাধিবলৈ হলে তাত জনসাধাৰণ অংশীদাৰ হব লাগিব, জনসাধাৰণৰ পাৰ্টিচিপেশ্বন লাগিব। আমাৰ ৰাজনৈতিক স্বাধী-

নতাক সাৰ্থক কৰিবলৈ হলে অৰ্থনৈতিক স্বপোষণ ক্ষমতা লাগে। অৰ্থনৈতিক স্বাধীনতা পাবলৈ হলে আমি তাৰ যোগ্য হব লাগিব। টোপনিয়াই থাকিব নালাগিব। ইটাৰ্নেল ভিজিলেন্স ইজ্ দা প্ৰাইচ্ অব লিবাৰ্টি। চৰকাৰে যদি আমাৰ কল্যাণ নাসাধে, চৰকাৰক পাছ পেলাই বা বগৰাই প্ৰজা আগবাঢ়ক। বাৰ্টে'লণ্ড ৰেখটে কবৰ দৰে বহুত জাঁবৰ জোঁঠৰ গোট খাইছে। তাক আমিয়েই অটাব লাগিব। এই 'আমি' টো ঋণাত্মক নহৈ ধনাত্মক হলেহে সি কাম দিব, জাঁবৰ জোঁঠৰ আঁতৰাব পাৰিব। অসমৰ এই 'আমি' আজি শুই আছে, কোনে 'আমি'ক শোষণ কৰিছে আমিয়েই নেজানো।"

—কথাখিনি পঢ়ি নিখিলানন্দ কিছু সময় মৌন হৈ ৰ'ল। নীলকান্তই সুধিলে - "কথাখিনি কেনে পালা?" নিখিলানন্দই উত্তৰ দিলে—" কেৰাবাৰো চিন্তা কৰি চাব লাগিব। চিন্তা নকৰাকৈ কোনো কথাৰ মন্তব্য দিয়া মোৰ নিয়ম নাই।"

নীলকান্তই উত্তৰ দিলে—"চিন্তা কৰিবলৈনো কি আছে? সচা কথাই লিখিছে।"

নিখিলানন্দই কিবা এটা উত্তৰ দিয়াৰ আগতে নীলকান্তই কলে— "ৰাজনীতি, সমাজনীতি নাইবা মানুহৰ জীৱন সম্পৰ্কে মোৰ দাৰ্শনিক সিদ্ধান্ত নাই। কিন্তু মানুহৰ জীৱন সম্পৰ্কে মোৰ এটা স্পষ্ট মেথমেথিকেল ধাৰণা আছে— মানুহৰ জীৱনটো এটা "দ্বিঘাত সমীকৰণ"। ইয়াৰ সদায় দুটা বৰ্গমূল ওলায়— এটা যোগাত্মক, আনটো বিয়োগাত্মক। যিটো মূলেই তোমাৰ নিজৰ জীৱনত, ঘৰ খনৰ বাকীবোৰৰ জীৱনত, তোমাৰ প্ৰতিবেশী নাইবা সমাজৰ মাজত প্ৰযোজ্য হয়, সেইটো মূলেই গ্ৰহণ কৰা উচিত। ডঃ নেওগ দেৱে হয়তো এইষাৰ কথাকেই বহল ভাবে বুজাই দিছে।" নীলকান্তই আৰু কিছু কোৱাৰ মন কৰিছিল। কিন্তু এনেতে ডঃ বিদ্যুৎকৃষ্ণই কাষৰ দুৱাৰখনত টোকৰ মাৰি মাৰি কলে— 'দিচ্ ইজ্ নট্ দা টাইম ফৰ পলিটিকেল অৰ ফি'লচফিকেল দিচ্কাচন মাই বয়েজ।

পিচ্ ইজ হাই টাইম ফৰ মিদ্ দে ৰেণ্ট আফ্টাৰ মিলচ্। চ' টেক এ লিটল্ ৰেণ্ট মাই বয়েজ।"

সেউতাকৰ দুপৰীয়াৰ জিৰণিত যে দুয়োজনৰ বক্তৃতাই কিছু ব্যাঘাট ঘটাইছিল দুয়োজনে বাককৈয়ে উপলব্ধি কৰিছিল। সাউৎকৰে দুয়োজনে দুখন বিচনাত ঘোঁৰা-বাগৰ দিছিল।

৯

আবেলি সময়ত চাহ দুকাপ কাম কৰা ল'ৰাজনে বিদ্যুৎকৃষ্ণ আৰু নিখিলানন্দৰ মাজত দি থৈ গ'ল। দুয়োজনে চাহ দুকাপত চুমুক মাৰি কথাপতাত ব্যস্ত হৈ পৰিল। নীলকান্তই হস্পিতাললৈ যাবলৈ ওলাই আলেঙে আলেঙে দুয়োজনকে লক্ষ্য কৰিলে। দুয়োজনে নিবিড় আলোচনাত ব্যস্ত হোৱা দেখি আচম্বিতে নীলকান্তৰ মনৰ মাজত সৰুতে কৰবাত পঢ়া কবিতা এফাঁকি গুণ গুণাই গ'ল—

"পোনাটি পুৱাৰ যেন প্ৰথম কিৰণ।
আনজন সন্ধিয়াৰ হেঙুলি বৰণ।"

ডাঃ বিদ্যুৎকৃষ্ণই কলে— "তুমি প্ৰগ্ৰেচিভ চিন্তা-চৰ্চ্চাৰ দলত ভৰ্ত্তি নাছিলা জানো?"

নিখিলানন্দই উত্তৰ দিলে— 'হয় আছিলো।।'

ঃ কিন্তু তোমাৰ দলটোৱে দেখোন অসমৰ এই বিদেশী বহিষ্কাৰ আন্দোলনৰ পৰা আঁতৰত আছে। তুমিনো কেনেকৈ সোমাই পৰিলা। তোমাৰ দলৰ বহুতেই দেখোন অসমৰ এই আন্দোলনটোক উগ্ৰজাতীয়তাবাদী, সংখ্যা লঘুৰ ওপৰত কৰা জোৰ জুলুম, সাম্প্ৰদায়িকতা অথবা বিচিন্নতাবাদী মনোভাব বুলি কাগজে পত্ৰই সমালোচনা কৰা, আৰু তাকে লৈ কিছু উত্তেজনা হোৱাও দেখা পাইছো।

ঃ মই সৰুৰে পৰাই অলপ বেলেগ ধৰণৰ। মোৰ দলে নাইবা আইন দহজনে যিটো কথা কয়, নিজৰ মনেৰে চালিজাৰি নোচোৱাকৈ

মই কেতিয়াও গ্ৰহণ কৰিব নোৱাৰো। মোৰ দলটোৱে অসমৰ আন্দোলনটোক এনেদৰে সমালোচনা কৰিছে যদিও বাংলাদেশে যেতিয়া মুক্তি আন্দোলন কৰিছিল, তেওঁলোকে কিন্তু তেতিয়া সেই আন্দোলন সৰ্ব্বান্তঃ কৰণেৰে সমৰ্থন কৰিছিল। অথচ বাংলাদেশীয়ে আহি যেতিয়া অসমৰ বুকুতে গোজেই গজালি হোৱাৰ প্ৰচেষ্টা চলালে তেতিয়া তাৰ বিপক্ষে হোৱা আন্দোলনটোক সমৰ্থন নকৰাৰ কোনো কাৰণ নাই। ভাৰতীয় সংবিধানৰ ভিত্তিত বিদেশী বহিষ্কাৰ কৰিবলৈ আন্দোলন কৰিবলৈ কোনো প্ৰয়োজনেই নাছিল; চৰকাৰেহে ইয়াত আগ ভাগ লব লাগিছিল। ভাৰত চৰকাৰৰ এই ষড়যন্ত্ৰৰ বিপক্ষে আন্দোলন কৰা যদি সমীচিন নহয় বুলি কোনোবাই চিন্তা কৰে, মোক তেওঁলোকৰ সঙ্গৰ কোনো প্ৰয়োজন নাই। মোৰ মতে বিপ্লৱ বিপ্লৱেই, সেয়া শোষণৰ বিপক্ষে বিপ্লৱ পুঁজিপতিয়েই হওঁক, বা বহিৰাগতই হওঁক বা ধৰ্ম্ম গুৰুৱেই হওঁক। বিদেশীবিলাক অসমলৈ যে আহে বঙ্গদেশলৈ বা বিহাৰলৈ নেযায় কিয়? কাৰণ তাত গোজেই গজালি হোৱাৰ কোনো সুবিধা নাই। বাৰু আপুনিয়েই এষাৰ প্ৰশ্নৰ উত্তৰ দিয়কচোন আজি যদি মাৰ্ক্স জীয়াই থাকিলহেঁতেন, লেনিন জীয়াই থাকিলহেঁতেন, ষ্টেলিন জীয়াই থাকিলহেঁতেন, মাওঁচেটুং জীয়াই থাকিলহেঁতেন, অসমৰ এই আন্দোলনটোক কেনেদৰে বাৰু গ্ৰহণ কৰিলেহেঁতেন? নিশ্চয় সৰ্ব্বান্তঃ কৰণেৰে গ্ৰহণ কৰিলেহেঁতেন, নহলে তেওঁলোকক ৰাচিয়া নাইবা চীন দেশলৈ নি পুনৰ সংস্থাপন কৰাৰ দায়িত্ব লবলৈ বাধ্যত পৰিলহেঁতেন। কিন্তু তেওঁলোকে জানো দায়িত্ব ললেহেঁতেন? বালীলৈ যিপাত শৰ, সুগ্ৰীবলৈও সেই পাতেই শৰ। আপুনি বাৰু কি ভাবিছে?

ঃ সঁচা কথা। কোনো দেশেই দেশৰ সংবিধান অবমাননা কৰাতো সহ্য নকৰে। নহলে দেখোন দেশ, মহাদেশ, জাতি উপজাতি বুলি কোনো এটা ব্যৱধান আহিবই নোৱাৰে। পৃথিবী আৰু মানব জাতি

এয়াই মাথোন ব্যৱধান মাত্ৰ। কিন্তু তেনেদৰে জানো মানৱ জাতিৰ জীৱন ধাৰণত শৃংখলা ৰব ?

ঃ নিশ্চয় নৰয়। বোৱা হলে, প্ৰগ্ৰেচিভ চিন্তা-চৰ্চা কৰা দেশ এখনে ভৌগোলিক সীমা লৈ কেতিয়াও ৰণাঙ্গনৰ সম্মুখ নহয়।

ঃ এইখিনিতে মোৰ দলৰ বাকী সকলৰ লগত বিৰোধ। যেয়ে যি নকওঁক লাগিলে মোৰ মনে যিটোকে সত্য বুলি স্বীকাৰ কৰে, সেইটোকে মই পালন কৰি আহিছো আৰু ভবিষ্যতলৈও পালন কৰিম। এইবোৰতো কোনো বীজগণিতৰ ফৰ্ম্মুলা নহয়, যি ঘাটে ঘাটে নকৰিলে অঙ্ক ভুল হব। একো একোটা অনুসিদ্ধান্তহে মাত্ৰ।

ঃ সুন্দৰ কথা কৈছা। দেশ, কাল, পাত্ৰ ভেদে এই অনুসিদ্ধান্তৰ প্ৰয়োগ বিধিও বেলেগ বেলেগ। কথাষাৰ বাৰু মানি লৈছা নে তুমি ?

ঃ কেবাবাৰো চিন্তা কৰি নোচোৱাকৈ কোনো কথাই মই মানি লোৱাৰ অভ্যাস নাই।

ঃ তোমাৰ মনোভাব বুজিছো বাৰু। কিন্তু তুমি এষাৰ কথা চিন্তা কৰাচোন— সশস্ত্ৰ বিপ্লৱ সম্পৰ্কে গল্প, কবিতা, নাটকৰ মাজেৰে কতজনে কত ধৰণে আহ্বান জনালে, ভাৰতবৰ্ষ স্বাধীন হোৱাৰ আগৰে পৰাই ক'ত জনৰ ক'ত পৰিকল্পনা, কিন্তু আজিকোপতি সশস্ত্ৰ বিপ্লৱ সংঘটিত হোৱা নাই কিয় ? অথচ এইবাৰৰ ছাত্ৰ সন্থা তথা গণ সংগ্ৰাম পৰিষদৰ এটা মাত্ৰ আঙুলিৰ ইঙ্গিততে গোটেই ৰাইজ জাগি আহিল কিয় ? ইমানবোৰ চি-আৰ-পি-ৰ সঙ্গীনৰ খোছকো, বন্দুকৰ গুলিকো আওকান কৰি আগবাঢ়ি আহিছে কিয় ? ইয়াৰ উত্তৰ হয়তো এটাই হব যে মানুহৰ হৃদয়ত যিটো আদৰ্শই স্বতঃস্ফূৰ্ত্ত ভাবে প্ৰকাশ পাই, তাৰ কাৰণে কোনেও কাকো জোৰ জুলুমকৈ পথ দেখুৱাই দিব নেলাগে, সামান্য ইঙ্গিততে পথৰ নিৰ্দ্দেশ নিজে নিজেই স্পষ্ট হৈ পৰে, সেই পথেৰে জীৱন বিসৰ্জ্জন দিবলৈকো সতকাই পাচ নোহোকে। অসমৰ অস্তিত্ব ৰক্ষাৰ এই আন্দোলন দেখি

কলাগুৰু ৺বিষ্ণুপ্ৰসাদ ৰাভা দেৱৰ কথা এষাৰলৈ মোৰ মনত পৰিছে৷—“আজি প্ৰত্যেক অসমীয়াই সংকল্প কৰা উচিত, অসমক মৰিবলৈ নিদিওঁ। অসমীয়াক জীন যাবলৈ নিদিওঁ,— অসমীয়া সংস্কৃতিক লুপ্ত হবলৈ নিদিওঁ।”

ঃ কিন্তু অকল বিদেশী বহিষ্কাৰ আন্দোলনৰ দ্বাৰাই জানো অসমীয়া জাতিৰ পুনৰুদ্ধাৰ ঘটিব? অসমীয়া জাতিৰ মাজতেই জানো শোষক আৰু শোষিতৰ বৈষম্য নাই? সৈনিক শিল্পী ৺ৰাভাদেৱেইতো সেই বৈষম্য আঁতৰ কৰিবলৈ হাতত অস্ত্ৰ তুলি লোৱাৰ সঙ্কল্প লৈছিল।

ঃ সচাঁ কথা! কিন্তু কৃতকাৰ্য্য হ'ল জানো? জ্যোতি প্ৰসাদ গ'ল ৰাভাদেৱ গ'ল, কিন্তু অসমৰ বুকুত থকা বৈষম্য বৈষম্য হৈয়েই ৰ'ল। তোমালোকে যেয়ে যি নোকোৱা লাগে, মই কিন্তু এটা কথাই উপলব্ধি কৰিছো এই সমস্যাটো এজন বা দুজন মানুহৰ সমস্যা নহয়, ৰাজনৈতিক ইজম্ এটাত বিশ্বাসী দল এটাৰো সমস্যা নহয়। এইটো সমগ্ৰ মানৱ জাতিৰেই সমস্যা। দেশ, কাল, পাত্ৰ ভেদে এই সমস্যা সমাধানৰ পথো ভিন ভিন হয়। এখন দেশৰ বা এখন ৰাজ্যৰ জলবায়ু অন্য এখন দেশ বা ৰাজ্যৰ জলবায়ুৰ লগত প্ৰভেদ। তেনেদৰে প্ৰাকৃতিক সম্পদ তথা প্ৰাকৃতিক বিভাগতো পাৰ্থক্য থাকে। তদ্ অনুসাৰে মানুহৰ গঠন, কৰ্ম্মশক্তি, মানসিক ৰুচি অভিৰুচিৰো পাৰ্থক্য আছে। ইমানবোৰ ব্যৱধানৰ মাজতো আমি এষাৰ কথাই চিন্তা কৰিব লাগিব— আমি আমাক নিজকে কেনেদৰে সজাই পৰাই তুলিছো; স্ৰষ্টাৰ সৃষ্টিত সৌন্দৰ্য্য বৃদ্ধি কৰিছো নে অসুন্দৰ অকাৰ্য্যৰে পৃথিবীৰ বুকু কলুষিত কৰি তুলিছো। এই ক্ষেত্ৰত মই ভাবো আমি সকলোৱেই সচেতন হোৱা উচিত। ইয়াৰ বাবে সমগ্ৰ পৃথিবীতে ভবিষ্যতৰ দিনবোৰলৈ এটা জাগৰণৰ প্ৰয়োজন হব। সেয়া হব মানৱৰ সৰ্ব্বপ্ৰকাৰৰ কলুষতাৰ পৰা মুক্তিৰ জাগৰণ। এয়া অকল অৰ্থনৈতিক, ৰাজনৈতিক কিম্বা আধ্যাত্মিক মুক্তি বুলি

এটা শ্লোগান ধর্মী দায়বদ্ধ হৈ থাকিব নোৱাৰে। এয়া হব সমগ্ৰ মানৱ জাতিৰে দাবী আৰু দায়িত্ব। আমি সাধাৰণ মানুহবোৰে দাবীৰ ওপৰত হে বেচি জোৰ দিও, দায়িত্বৰ ওপৰত নিদিও। দাবী আৰু দায়িত্ব হাতত ধৰা ধৰিকৈ গলেহে মানবৰ সৰ্ব্বাঙ্গীন উন্নতি হব পাৰে। তাৰ বাবে পুজিপঁতি, সৰ্ব্বহাৰা, ৰাজনীতিবিদ, অৰ্থনীতি বিদ, আধ্যাত্মবিদ সাহিত্যিক তথা বৈজ্ঞানিক সকলোকে একত্ৰিত কৰি পৰস্পৰৰ চিন্তাধাৰাৰ মাজত এক যোগসূত্ৰ ঘটাব লাগিব, আত্মৰণ ঘটাব লাগিব। পৃথিবীৰ বুকুত এই চিন্তাধাৰাৰ এক বিৰাট জাগৰণৰ প্ৰয়োজন হব। অন্যথাই আমাৰ চিন্তা-চৰ্চাবোৰ এক পক্ষীয় হলে সমাজৰ এচাম মানুহে সদায় যন্ত্ৰণা ভুগিব লাগিব, সেয়া মানসিকেই হওঁক, অৰ্থনৈতিকেই হওঁক নাইবা শাৰীৰিকেই হওঁক। যন্ত্ৰণা সদায় যন্ত্ৰণাই— মানসিক যন্ত্ৰণা পেটৰ যন্ত্ৰণাতকৈ বেচি ভয়াবহ।"

নিখিলানন্দই তপৰাই উত্তৰ দিছিল-- "কিন্তু তেনেকুৱা চিন্তাধাৰাৰ আত্মৰন ঘটাত সহজ কথা বুলি জানো আপুনি বিশ্বাস কৰে?"

বিদ্যুৎকৃষ্ণই উত্তৰ দিছিল— "মই বিশ্বাস কৰো। কাৰণ এসময়ত আমাৰ ৰাধাকুছি গ্ৰামাঞ্চলত তেনেকুৱা চিন্তাধাৰাৰ প্ৰচলন আছিল। তেতিয়া অৱশ্যে সকলোৰে অৱস্থা সমান আছিল বুলি কব নোৱাৰি, সমানুপাতিক আছিল বুলি মোৰ বিশ্বাস। সেই পদ্ধতিত সমাজ বান্ধোন গঢ়িবলৈ সমাজৰ মুখীয়াল শ্ৰেণীৰ লোক সকল সাধাৰণ শ্ৰেণীৰ মানুহৰ মাজলৈ নিজে নিজেই নামি আহিছিল। তেওঁলোকে সেয়া কোনো মান-সম্ভ্ৰম হেৰোৱা বুলি নেভাবিছিল; বৰং ভগৱানৰ কাৰ্য্য সমাধান কৰিবলৈকে তেনে সমাজ সংস্কাৰত ব্ৰতী হৈছিল। স্বয়ং ভগৱান সমাজৰ কল্যাণ সাধিবলৈকে বৈকুণ্ঠ ধামৰ পৰা মৰ্ত্ত্য ধামলৈ অৱতাৰ হয়। অৱ+তৃ ধাতুৰ যোগত অৱতাৰ শব্দৰ উৎপত্তি— অৰ্থ তলৰ অৱস্থা প্ৰাপ্ত হোৱা। সমাজৰ কল্যাণ সাধন কৰিবলৈ যেতিয়া স্বয়ং ভগৱানে তলৰ অৱস্থা

প্ৰাপ্ত হয়, তেওঁলোকনো কোন কুটা ? এয়াই আছিল ৰাধাকুছি গ্ৰামাঞ্চলৰ আদ্যৰন্ত লোক সকলৰ জীৱন জিজ্ঞাসা। সন্ত জীৱন পালনেই আছিল সেই জিজ্ঞাসাৰ চৰম পৰ্য্যায়। তাৰ কাৰণেই কৰিছিল ঈশ্বৰ সাধনা। কিয়, ৰত্নাৱলী শাস্ত্ৰত জানো মহাপুৰুষ মাধৱদেৱে লিখা নাই—

"পুত্ৰ দাৰা ধন জন সমৃদ্ধি সহিত।
হেন গৃহ সম্পত্তিতো নাহি স্নেহ চিত্ত।
দেহ মাত্ৰ প্ৰবৰ্ত্তয় যি সব উপাই।
তাত পৰে সন্তৰ অধিক স্পৃহা নাই॥"

গুৰুজনাৰ জীৱনৰ এই আদৰ্শলৈকে আমি কিছুমান মানুহ নিজে নিজেই নামি আহিব লাগিব। তেতিয়াহে প্ৰচলিত হব সমাজত সন্ত জীৱন যাপন কৰাৰ মূল আদৰ্শ। সেই আদৰ্শত অৱতীৰ্ণ হব পাৰিলেই শোষণ যন্ত্ৰও লাহে লাহে লেহুকা হব।"

এইখিনিকে কৈ ডাঃ বিদ্যুৎকৃষ্ণ কিছু সময় মৌন হৈ ব'ল। পুনৰায় বিদ্যুৎকৃষ্ণই খুউব সন্তপণে নিখিলানন্দক কলে—"মই এটা কথা ভাবিছো। এই সন্ত জীৱন পালনৰ আদৰ্শই মই ৰাধাকুছি গ্ৰামাঞ্চলত প্ৰচাৰ কৰিম। মোৰ হাতত কিছু টকা আছে। ৰাধা-কুছি গ্ৰামাঞ্চলত সচাঁকৈয়ে যিসকল লোকৰ জীৱন ধাৰণৰ কোনো সংস্থান নাই, সচাঁকৈয়ে দুবেলা দুমুঠি খাবলৈ পোৱা নাই, তেওঁলোকক হাতত লৈ সমবায় পদ্ধতিত কিবা এটা উৎপাদন মূলক পৰিকল্পনা লৈ জীৱন ধাৰণৰ পথত স্বাৱলম্বী হবলৈ শিকাব পাৰিম। তুমি বাৰু মোক হিচাপ এটা দিব পাৰিবানে, কিমান ঘৰ মানুহে সচাঁকৈয়ে খাবলৈ পোৱা নাই ? কিমান ঘৰ মানুহ গৃহহীন হৈ আছে ৰাধা-কুছি গ্ৰামাঞ্চলত ?"

নিখিলানন্দই হিচাব দিব নোৱাৰিলে। মুখ কুটাই কলে—"কেৱা ঘৰো হব।" বিদ্যুৎকৃষ্ণই কলে—"চোৱা! তুমি যি সকলৰ কাৰণে সশস্ত্ৰ বিপ্লৱ কৰিবলৈ ওলাইছা তোমাৰ নিজৰ গাওঁখনতে

কিমান ঘৰ তেনেকুৱা বাসিন্দা আছে তাৰ হিচাপটোকে তুমি নাজানা। তাৰ মানে তোমাৰ 'অঙ্ক' সম্পৰ্কে কোনো জ্ঞান নাই। মানুহৰ জীৱনটো এটা ডাঙৰ অঙ্ক। যিয়ে সেই অঙ্কটো শুদ্ধকৈ পাতিব পাৰে, উত্তৰতো তাৰ শুদ্ধকৈয়ে ওলায়। অৱশ্যে অঙ্ক কৰাৰ পদ্ধতি জানিব লাগিব। এনেয়ে উত্তৰ নোলাল বুলি হুলস্থুল কৰি কোনো লাভ নাই।"

বিদ্যুৎকৃষ্ণৰ প্ৰশ্নৰ উত্তৰ নিভুলকৈ দিব নোৱাৰা কাৰণে নিখিলানন্দই কিছু লাজ পালে। তলমূৰকৈ লাহে লাহে কলে—"অকল ৰাধাকুছি গ্ৰামাঞ্চলত তেনেকুৱা পথ এটিৰে মানুহৰ জীৱন ধাৰণৰ সমস্যা কিছুদূৰ সমাধান হ'ল বাৰু, সেইবুলি জানো গোটেই দেশখনৰেই সৰ্ব্বহাৰাৰ সমস্যা সমাধান হব?"

বিদ্যুৎকৃষ্ণই এক বিশেষ প্ৰত্যয়েৰে উত্তৰ দিলে— ৰেখা এডাল টানিবলৈ যেনেকৈ এটা বিন্দুৰ প্ৰয়োজন, বৃত্ত এটা অঙ্কন কৰিবলৈ যেনেদৰে এটা কেন্দ্ৰৰ প্ৰয়োজন, আদৰ্শ এটাৰ প্ৰচাৰৰ বাবেও এজন মানুহ, এখন ঘৰ, এখন গাওঁ নাইবা এখন সমাজৰ প্ৰয়োজন। পুখুৰীৰ মাজলৈ সৰু চপৰা এটা মাৰি দিলে যেনেদৰে এটা ঢৌৰ উৎপন্ন হয়; সেই ঢো টোৱে ঢৌৱে ঢৌৱে ঢৌ খেলি গোটেই পুখুৰীটোতে যেনেদৰে বিয়পি পৰে, তেনেদৰে এখন সাধাৰণ গাঁৱৰ মাজতেই এটা বৃহৎ আদৰ্শৰ সৃষ্টি হলে, সেই আদৰ্শৰ ঢৌৱে এখন গাঁৱৰ পিচত এখন গাঁৱকৈ গোটেই দেশখনতে বিয়পি পৰে। চৰকাৰ যদি হৃদয়হীন যন্ত্ৰ হৈ বহিও থাকে, এই মানবীয় আদৰ্শৰ ঢৌৰ খুন্দাত হৃদয়হীন যন্ত্ৰটো ভাগি চূড়মাৰ হৈ পৰে; প্ৰগ্ৰেচিভ চিন্তা-চৰ্চাত যদি কিবা হৃদয়হীন তত্বও আছে, সেই তত্ববোৰ গভীৰ মানবীয়তা বোধলৈ ৰূপান্তৰিত ঘটে। মহাত্মাগান্ধীয়ে এযাৰ কথা কৈছিল— এই কথাষাৰ মই বৰ বিশ্বাস কৰো— 'ভাৰতৰ স্বাধীনতা লাভৰ একমাত্ৰ চৰ্ত্ত হৈছে এই যে ইয়াৰ প্ৰতিখন প্ৰদেশ বা প্ৰতিটো সমষ্টিয়ে নিজৰ ভবিষ্যত সম্পৰ্কে নিৰ্দ্ধাৰণ কৰিব। মই আশাকৰো অসমে

এই বিষয়ত আদর্শ দেখুৱাব।"

—বৰ্ত্তমানৰ অসময়ৰ পৰা বিদেশী বহিষ্কাৰ আন্দোলন এই কথাখিনিয়ে সাঁমৰি লব আৰু মই ৰাধাকুছি গ্ৰামাঞ্চলৰ উন্নয়ন সম্পৰ্কে যিখিনি কথা চিন্তা কৰিছো, সেইখিনিও মহাত্মাগান্ধীৰ এই ফাঁকি কথাই সাঁমৰি লব।"

নিখিলানন্দই কলে— "যদি আপুনি পৰিকল্পনা কৰা ধৰণে কামবোৰ হৈ নুঠে। কাৰণ, এচামে এনেকুৱা সংগঠনমূলক কামত সদায় বাধা জন্মাই আছে, হয়তো সংগঠনটো ধ্বংস কৰিবলৈ ষড়-যন্ত্ৰ কৰিবও পাৰে। আৰু এটা দিনত আপোনাৰ মনৰ আশা মনতে মাৰ যাব পাৰে। শোষক আৰু শোষিতৰ বৈষম্যৰে সমাজখন পুনৰাই তৰপুৰ হৈ পৰে।"

প্ৰত্যুত্তৰত বিদ্যুৎকৃষ্ণই কলে— 'তেতিয়া বিশেষ চিন্তা কৰিবলৈ একো নাই। মানৱৰ হৃদয়ৰ আহ্বানত যদি মানৱৰ হৃদয় জোকাৰ খাই নুঠে, তেতিয়া বৃহত্তৰ জনগণে এদিন তেওঁলোকৰ ন্যায্য প্ৰাপ্তিৰ বাবে হাতত কাড় ধনু লৈ হলেও মাৰ বান্ধি আহিব পাৰে। বিপক্ষ পুঁজিপতিৰ দলে হয়তো হাতত এটম ব'ম লৈ আগবাঢ়ি আহি প্ৰতিৰোধৰ ব্যৱস্থা কৰিব পাৰে। তেতিয়া কিন্তু তেওঁলোকৰো বিশেষ একো লাভ নহব, কাৰণ বৃহত্তৰ জনশক্তিয়ে নিজ বাহুবলেৰে ন্যায্য দাবী আদায় কৰিব যদি ৰণশায়ী হৈও পৰে, তেওঁলোকৰ মৃতদেহৰ দুৰ্গন্ধত, চিতাভস্মৰ দুৰ্গন্ধত বিজয়ী দলটোৱে হয়তো অক্সিজেন জাতীয় বায়ু সেৱন কৰিবলৈ বিচাৰি নেপাব পাৰে, এবাৰ পেচৰ মাজতে ডুব গৈ উশাহ লবলৈকে পাহৰি যাব পাৰে। হয়তো মানুহৰ বুকুৰ কেচা তেজৰ খমলা দেখি তেওঁলোকৰ মানসিক ভাৰসাম্য হেৰাই যাব পাৰে, কৃতকৰ্ম্মৰ অনুশোচনাৰ বাবে মানসিক শক্তিকনো চিৰদিনলৈ হেৰাই যাব পাৰে। মানুহৰ ৰূপ লৈ জীয়াই থকা প্ৰাণীবোৰ মানৱৰ মস্তিষ্ক তথা হৃদয়ৰ সকলো ধৰণৰ কোমলতা বিসৰ্জ্জন দি ধৰাৰ বুকুত লাহে লাহে বন মানুহলৈ ৰূপান্তৰিত হৈ যাব পাৰে।"

বিদ্যুৎকৃষ্ণৰ মুখত এনেকুৱা প্ৰত্যয়পূৰ্ণ কথা শুনি নিখিলানন্দই ক'লে— "মই আপোনাক সৰ্ব্ব প্ৰকাৰে সহায় কৰিবলৈ চেষ্টা কৰিম।"

বিদ্যুৎকৃষ্ণই নিখিলানন্দৰ কান্ধৰ ওপৰত হাত এখন থৈ ক'লে—"তুমি মোৰ কৰ্ণধাৰ হবা বুলি মই ভাবিছিলো। কাৰণ যিজন ল'ৰাই বিশ্ববিদ্যালয়ৰ ডিগ্ৰীকো ভৰিৰে লাঠি মাৰি বৃহৎ জাতি এটাৰ কাৰণে চিন্তা কৰে তেওঁহে দৰাচলতে মানুহ; বাকী "গাই গোটা পেটে ভৰাল" সকলোবোৰেই বনমানুহ। কাৰণ মানুহে মানুহৰ বাবে চিন্তা কৰে, বন মানুহে কিন্তু চিন্তা কৰে নিজৰ পেটৰ বাবে। সেই হেতুকে মই নিজকে নিজে চিন্তা কৰিছো, ময়ো এজন বন মানুহ সেই ৰাধাকুছি গ্ৰামাঞ্চল ওৰফে তক্ষশীলাৰ বুকুত। কাৰণ, আজি পৰ্য্যন্ত মই মোৰ ব্যক্তিগত জীৱনটোৰ চিন্তাতেই জীৱন কটাইছো, মোৰ একমাত্ৰ সন্তানটোকে মানুহ কৰিবলৈ চেষ্টা কৰিছো। তাৰ বাহিৰে এই ৰাধাকুছি গ্ৰামাঞ্চলৰ কাৰ কি ঘটিছে কোনো দিনেই খবৰ ৰখা নাই; যিখন গাৱৰ গাওঁবাসীৰ বদান্যতাৰ গুণত মই নিজকে এজন সৈন্যবাহিনীৰ চাৰ্জনৰূপে গঢ়ি তুলিলো সেই গাওঁবাসীৰ জীৱনৰ কথা এবাৰৰ বাবে হলেও চিন্তা কৰা নাই। অইনৰ কথা বাৰু বাদেই দিলো, যিজন ৰাধাকান্ত দাদাৰ ত্যাগৰ বিনিময়ত নিজকে মই বৰ মানুহ বুলি পৰিচয় দিবলৈ সমৰ্থ হলো, সেইজন ৰাধাকান্ত দাদা ধৰিত্ৰীৰ বুকুত জীৱন্ত নে মৃত, সেই কথাষাৰৰো খবৰ ৰাখিবলৈ মোৰ সময় হেৰাই গ'ল। অথচ সেইজন ৰাধাকান্ত দাদাৰ এজন সন্তানে কিন্তু মানুহৰ জীৱনৰ সৰ্ব্বাত্মক আশ্ৰয়ৰ উপায় বিচাৰি নিজৰ জীৱন বিসৰ্জ্জন দিবলৈকে কুণ্ঠিত হোৱা নাই। আজি সেই সন্তানজনক মই স্বাগতম জনাইছো মানুহৰূপে আৰু সেই সন্তান জনৰ পৰা গৰিহনা বিচাৰিছো মোৰ দৰে বৰ মানুহ বুলি পৰিচিত বন মানুহজনে।

———

# সামৰণি

১

সিদিনাখনো কম্বাচল পাহাৰত বৰষুণ দিছিল। বিগত সাতদিনৰ এৰা ধৰা বৰষুণৰ অন্তত সূৰ্য্যটো সুন্দৰকৈ প্ৰকাশ পাইছিল যদিও খন্তেক পিচতে আকৌ বৰষুণ। বৰ্ষামুখৰ দিনবোৰত মিছেছ্ শইকীয়াই কোনোফালে ওলাই নাযায়। ঘৰতে বহি পঢ়া শুনা কৰি থাকে। এনেতে পিয়নজনে আহি ডাওৰ খামৰ ৰেজিষ্টাৰ চিঠি এখন দি গ'ল। চিঠি মানে, চিঠি বুলিব নোৱাৰি— এটা বৰ দীঘলীয়া গল্প বা প্ৰবন্ধই বুলিব পাৰি।

ডাঃ নীলকান্তৰ চিঠি। তেজ নগৰীৰ পৰা ডাক্তৰ নীলকান্তই দেউতাকৰ ৰাধাকুছি গ্ৰামাঞ্চল সম্পৰ্কে গ্ৰহণ কৰা পৰিকল্পনা সম্পকে বিতং ভাবে লিখা চিঠি। লগতে শিৱকান্তৰ ভায়েকজনক বিচাৰি পোৱাৰ কথা, আৰু তাকো কিছুদিন পিচত সম্পূৰ্ণৰূপে স্বাস্থ্য ঘূৰাই পালে লগতে লৈ যোৱাৰ কথা। চিঠিখনত নিখিলানন্দই দুলীয়াজানত চি-আৰ-পিৰ লাঠিৰ কোবত আঘাট প্ৰাপ্ত হোৱাৰ পৰা সম্প্ৰতি ডাক্তৰৰ ঘৰত আলহি থকালৈকে সকলো কথা বিতং ভাবে লিখা আছে। মিছেছ্ শইকীয়াই কেবাৰাৰো চিঠিখন উৰাই ঘূৰাই পঢ়ি চাইছে। মনতে চিন্তা কৰি চাইছে— তেনেকুৱা এটা পৰিকল্পনাত কৃতকাৰ্য্য হোৱা জানো সম্ভৱপৰ? সাধাৰণ মানুহবোৰে জানো ডাক্তৰৰ কথাত সন্মতি জনাব? শেষত সিদ্ধান্তত উপনীত হৈছে— অসম্ভৱকে সম্ভৱ কৰাটোৱেই দেখোন এজন চাৰ্জ্জনৰ জীৱন ৰহস্য!

এনেতে শিৱকান্ত খক্ খক্‌কৈ বগা চুৰিয়া— পাঞ্জাবী পিন্ধি বাটেৰে পাৰ হৈ গ'ল। শইকীয়ানীয়ে খিড়িকিৰে তেওঁক দেখা পালে। তেওঁ বাহিৰ ওলাই গ'ল। শিৱকান্তক মাতি আনিলে। শিৱকান্ত ভিতৰ সোমাই আহিল। শইকীয়ানীয়ে কলে— "মই এটা শুভ-খবৰ দিবলৈহে আপোনাক মাতি আনিলো। আপুনি বাৰু

নীলকান্তৰ পৰা এই কেইদিনৰ ভিতৰত কিবা চিঠি-পত্ৰ পাইছে নেকি ?"

শিৱকান্তই নিষেধাৰ্থক মূৰ জোকাৰিলে। শইকীয়ানীয়ে উত্তৰ দিলে— "নাই পোৱা যদি, দুই এদিনৰ ভিতৰতে নিশ্চয় পাব। এয়া আজি মই এইখন পাইছো। চিঠি বুলিব নোৱাৰি— গল্প নাইবা এটা ডাঙৰ প্ৰবন্ধ। আপুনি বাৰু পঢ়ি চাওক।"

শিৱকান্তই মিচিকিয়া হাঁহি মাৰি কলে— "লোকৰ চিঠি পঢ়া মোৰ অভ্যাস নাই; কিবা জানিবলগীয়া কথা আছে যদি অনুগ্ৰহ কৰি আপুনিয়েই কওক।"

শইকীয়ানীয়ে সকলোবোৰ কথা ভাঙি পাতি কলে। শিৱকান্তই বিশেষ ব্যগ্ৰ হোৱা নাইবা উৎফুল্লিত হোৱা পৰিলক্ষিত নহ'ল। স্থিত প্ৰজ্ঞ ব্যক্তিৰ দৰে হা-না একো উচ্চাৰণ নকৰি মিচিকিয়া হাঁহি এটা মাৰি বহি থাকিল। শইকীয়ানীয়ে তেওঁৰ মনৰ ভাবটো বুজিবলৈ নিজেই সুধিলে— "মই আপোনাক ইমান সুন্দৰ খবৰ এটা দিয়াৰ পিচতো আপুনি কোনো মন্তব্য প্ৰকাশ নকৰিলে যে? আপোনাৰ হেৰাই পোৱা ভায়েকজন আহিব, লগত আহিব ডাক্তৰ বিদ্যুৎকৃষ্ণ। ৰাধাকুছি গ্ৰামাঞ্চলত তেওঁলোকে নতুন পৰিকল্পনাৰ পাতনি মেলিব।"

শিৱকান্তই উত্তৰ দিলে— "সকলো ধৰণৰ অস্তিত্ব থকা আদৰ্শৰ প্ৰতি মোৰ সমৰ্থন আছে। জীৱনৰ বাটত কোনোবা হেৰাই যোৱা, নাইবা হেৰাই পোৱাৰ প্ৰতি মোৰ কোনো আসক্তি নাই।"

ঃ কিন্তু তেওঁলোকৰ পৰিকল্পনাৰ বিষয়ে আপোনাৰ মন্তব্য বাৰু কি?

ঃ মন্তব্য নিষ্প্ৰয়োজন। প্ৰতিজন মানুহৰেই সত্যৰ অনুসন্ধানী মন। সেইবাবে এই যুগটোক মই শ্ৰদ্ধা কৰো। এই যুগৰ প্ৰতিজন চিন্তাবিদকেই মই শ্ৰদ্ধা কৰো, অন্তৰ উজাৰি শ্ৰদ্ধা কৰো। সম্ভবতঃ পূৰ্বৰ পৃথিৱীত কেতিয়াও ইমান মানুহ নাছিল, জীৱন ধাৰণো ইমান

সংঘাতপূৰ্ণ নাছিল, ইমান কল কাৰখানাও নাছিল, যানবাহনো নাছিল। তথাপি মানুহে সময়ৰ লগত খোজ মিলাই আগবাঢ়ি গৈয়েই আছে, সমতাৰ ভেটিত জীৱন গঢ়িবলৈ আগবাঢ়ি গৈয়েই আছে ; পথ ভিন্ন হব পাৰে, লক্ষ্য কিন্তু একে। সেয়ে এই যুগটোক মই সত্যযুগ বুলি ভাবো— কাৰণ, প্ৰতিজন মানুহে যি ভাবে, যি চিন্তা কৰে, সি সত্যধৰ্মৰ পৰিপন্থী বুলি কেতিয়াও নেভাবে। সেই কাৰণে এই যুগটোত বিভিন্ন মত, বিভিন্ন পথ— প্ৰতিজন যুগস্ৰষ্টাকেই মই চিৰ নমস্কাৰ কৰো।"

শইকীয়ানীয়ে কলে— "আপোনাৰ কথাৰ অৰ্থ মই বুজি প'ইছো। কিন্তু আপোনাৰ ব্যক্তিগত জীৱন সম্পৰ্কে এষাৰ কথা মোৰ সুধিবলগীয়া আছে।" শিৱকান্তই নিস্পৃহ ভাবে উত্তৰ দিলে— 'সুধিব পাৰে।'

শইকীয়ানীয়ে কলে— "চাওক ! আপোনাৰ দেউতাকে মৃত্যুৰ সময়ত আপোনালোকৰ দুয়ো ভায়েককে দুয়োজনৰ 'আইদিয়লজি' প্ৰচাৰ কৰিবলৈ নিৰ্দ্দেশ দিয়া নাছিল জানো ? আপোনাৰ সৰু ভায়েকে দেখোন লগে লগেই কামত লাগিল। আপুনি বাৰু কি কৰিলে ? আজি পৰ্য্যন্ত মইতো আপুনি কৰবাত কিবা কৰিছে বুলি শুনিবলৈ পোৱা নাই।"

শিৱকান্তই আচৰিত হৈ সুধিলে— "আপুনি এইবোৰ কথা ক'ত শুনিলে ?" শইকীয়ানীয়ে উত্তৰ দিলে—"মোক সকলো কথা নীলকান্তই কৈছে।"

ইষৎ হাঁহি মাৰি কলে শিৱকান্তই—"মহাত্মাগান্ধীৰ জীৱনত কি ভুল হৈছিল জানে ? কি কাৰণত তেওঁ ৰাম ৰাজ্যৰ পৰিকল্পনা কৰিও ৰাম ৰাজ্য গঢ়িবলৈ সমৰ্থ নহল ?

শইকীয়ানীয়ে কলে— "মই বিশেষ কব নোৱাৰিম। যিখিনি কব পাৰিম সেই সকলোখিনি ৰাজনীতি বা অৰ্থনীতিৰ কথা। তাতোকৈ উৰ্দ্ধত মই বিশেষ নেজানো। হয়তো মহাত্মা গান্ধীৰ জীৱন দৰ্শনত

তেওঁৰ বাহিৰে আইন কোনো জনেই উপনীত হব পৰা নাছিল।
হয়তো গান্ধীজীৰ পৰবৰ্ত্তী নেতা সকলে নীতিক বাদ দি ৰাজনীতি, অৰ্থনীতিৰ কথা চিন্তা কৰিছিল। হয়তো তেওঁলোক ব্যক্তিগত স্বাৰ্থ পূৰণতেই ব্যস্ত আছিল। কাৰ অন্তৰৰ কথা কোনে জানে?"

শিৱকান্তই উত্তৰ দিলে—"আপুনি আংশিক ভাৱে সত্য। কিন্তু আচল সত্য তাতোকৈ বহুত বেলেগ বুলি মোৰ ধাৰণা। অৱশ্যে সেই সকলোবোৰ মোৰ নিজস্ব চিন্তাধাৰা। তাত কিবা ভুল থাকিবও পাৰে। মনে ভবা কথাষাৰ খোলাখুলি ভাবে কৈছো— দায় দোষ একো নধৰিব। মই ভাবো মহাত্মা গান্ধীয়ে শ্ৰীৰাম চন্দ্ৰক প্ৰত্যক্ষ ভাবে দৰ্শন পোৱা নাছিল, প্ৰত্যক্ষ ভাৱে তেওঁৰ লগত বাক্যালাপ কৰা নাছিল। কৰা হলে তেওঁৰ জীৱনৰ ব্ৰত অসমৰ্থ হব কেনেকৈ? ৰামচন্দ্ৰক প্ৰত্যক্ষ নকৰাকৈ ৰামৰাজ্যৰ পৰিকল্পনা কৰা আকাশ কুসুম! মোৰ জীৱনতো সেই একেই কথা। কিবা এটা বস্তুৰ শেষ নেদেখাকৈ সেই বিষয়ে মন্তব্য দিয়া, নাইবা মধে মধে তাকে প্ৰচাৰ কৰা সকলোৰে পৰা মোৰ নীতি বিৰুদ্ধ কাম। যিদিনাখন মোৰ এই পথৰ শেষ সীমাত উপনীত হ'ল, সিদিনাখন ৰাইজৰ আগত নিশ্চয় প্ৰচাৰ কৰিম।"

শইকীয়ানীয়ে প্ৰশ্ন কৰিলে— "কি পথেৰেনো আপুনি এই সত্যৰ শেষ সীমাত উপনীত হব খুজিছে?

শিৱকান্তই উত্তৰ দিলে—"ইয়াৰ কোনো নিৰ্দ্দিষ্ট পথ নাই মিছেছ শইকীয়া। হৃদয়ত যেতিয়া ঈশ্বৰ চিন্তাৰ প্লাৱন উঠে, ই কোনো পথ নিবিচাৰে, ই কোনো বাধা নেমানে, নিয়ম নামানে। তেওঁ হিন্দুও নহয়, মুছলমানো নহয়, খৃষ্টানো নহয়— তেওঁ মাত্ৰ পৰম সত্যৰ অনুসন্ধানকাৰী জীৱ। তেওঁৰ কাৰণে শিলৰ মাজৰ ভগবান আৰু নৰৰ মাজৰ ভগবানৰ মাজত কোনো পাৰ্থক্য নাই। তেওঁৰ কাৰণে কোনো বিশ্বাসো নাই, অবিশ্বাসো নাই, অন্ধ বিশ্বাসো নাই। তেওঁৰ কাৰণে ঘড়ীৰ টিক্ টিক্ শব্দটো যিমান সত্য,

জেঠীৰ টিক্‌ টিক্‌ শব্দটোও সিমানেই সত্য— সৰু সৰুবোৰেইতো সেই বিৰাট সত্যৰ ক্ষুদ্ৰ প্ৰকাশ। এই সত্যত যেতিয়া উপনীত হয়, তেতিয়া জীৱক মাৰি জীৱই খোৱা কথা কেতিয়াও হব নোৱাৰে, তেতিয়াহে মানুহে গাব পাৰে "ভাই মুখে বোলা ৰাম হৃদয় ধৰা ৰূপ, এতেকে মুকুতি পাইবা কহিলো স্বৰূপ।" অথবা "কুকুৰ, চণ্ডাল, গৰ্দ্দভৰো আত্মাৰাম। জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।"

শইকীয়ানীয়ে কোনো উত্তৰ নিদিলে। শিৱকান্তই সিদিনালৈ বিদায় মাগিলে। শইকীয়ানীয়ে বিদায় পৰত এটা অনুৰোধ কৰিলে— "মই আপোনাক অনুৰোধ কৰিছো কাইলৈ ৰাতিপুৱা যাতে ইয়ালৈ এবাৰ আহে।"

২

পিচদিনাখন কম্বাচল পাহাৰত বৰষুণ দিয়া নাছিল। বিগত দিনবোৰৰ এৰাধৰা বৰষুণৰ অন্তত সিদিনাখন সূৰ্য্যৰ পোহৰ সুন্দৰকৈ প্ৰকাশিত হৈছিল। আকাশত এচপৰাও ডাৱৰ নাছিল। শইকীয়ানীৰ মনটো বৰ ফৰকাল লাগিল। তেওঁ বাট-বাট কৰি শিৱকান্তকে অপেক্ষা কৰি আছিল। এটা সময়ত শিৱকান্ত আহি শইকীয়ানীৰ পদূলিমুখ পালে। শইকীয়ানীয়ে বিশেষ আগ্ৰহেৰে শিৱকান্তক লৈ গৈ বহিবলৈ দিলে। নিজেও অন্য এখন চকীত বহি লৈ কলে—"নীলকান্তৰ মুখত শুনিছিলো আপুনি হেনো ভাল ব্যাকৰণ জানে। বানান সম্পৰ্কেও হেনো সিদ্ধহস্ত। হবই — তাতে আপুনি সংস্কৃতৰ মানুহ।"

শিৱকান্তই কলে—" মুখৰ সন্মুখত প্ৰশংসা কৰা, নিন্দা কৰাৰ সমতুল্য। এতিয়া কওক আপোনাক কি সহায় কৰিব পাৰো।"

শইকীয়ানী ভিতৰলৈ সোমাই গ'ল। অলপ পিচত হাতত ফাইল এটা লৈ ওলাই আহি কলে— "মই এখন উপন্যাস লিখিছিলো।

আপুনি অলপ হাত ফুৰাই দিব লাগে। ব্যাকৰণ বা বানান সম্পৰ্কে মোৰ বিশেষ জ্ঞান নাই। অন্যহাতে কাহিনী বিন্যাসত মনোযোগ দিওতে সেইবোৰলৈ মনেই দিয়া নহয়।"

শিৱকান্তই ফাইলটো হাতত লৈ ক'লে মই চেষ্টা কৰি চাম।' "ৰ'ব! মই আপোনাৰ কাৰণে চাহ একাপ লৈ আহিছো" বুলি শইকীয়ানী ভিতৰলৈ গ'ল। শিৱকান্তই পাণ্ডুলিপিটোৰ ওপৰে ওপৰে চকু ফুৰালে। প্ৰথমতে দেখা পালে লিখিকাৰ স্বীকাৰোক্তি— "এই উপন্যাসখনত কোনো জীৱন্ত নাইবা মৃত ব্যক্তিৰ চৰিত্ৰ চিত্ৰণ নাই। কাহিনী ভাগো সম্পূৰ্ণ নিজে মনে সজা। কোনোবা জীৱন্ত বা মৃত ব্যক্তিৰ জীৱনৰ কাহিনীৰ লগত মিল থাকিলে ক্ষমা কৰিব।"

কথাষাৰত শিৱকান্তই কোনো বিশেষত্ব নেদেখিলে— গতানুগতিক এটা লিখন পদ্ধতি। কিন্তু কিতাপখনৰ দেখোন কোনো নামাকৰণ কৰা নাই।

এনেতে শইকীয়ানীয়ে হাতত একাপ চাহ লৈ ওলাই আহিল। শিৱকান্তই চাহকাপ হাতত লৈ সুধিলে— "কিতাপখনৰ দেখোন নাম দিয়া নাই।" শইকীয়ানীয়ে উত্তৰ দিলে— "মানুহে প্ৰথমতে ঘৰটো সাজে, চূণ-তেলৰ কাম কৰাৰ পিচতহে নামাকৰণ কৰে অমুক ভৱন তমুক ভৱন বুলি।" শিৱকান্তই ক'লে— 'কথাষাৰ সত্য। কিন্তু ঘৰৰ গৃহস্থই ঘৰ বান্ধিবলৈ আৰম্ভ কৰাৰ দিনৰে পৰা নাম এটা মনে মনে আওৰাই থাকে। তেনেকৈ আপুনিও কিবা এটা মনতে ভাবি থোৱা নাই জানো?"

ঃ অৱশ্যে নোহোৱা নহয়। চূণ-তেলৰ কামখিনি কৰি দিয়কচোন এখোন। সময়ত কম বাৰু।

ঃ এতিয়াই ক'লে কিবা অসুবিধা হব নেকি?

ঃ বিশেষ একো নহয়। কৈছো বাৰু— "তক্ষশীলাত বন মানুহ।"

---